# মোৰ দুআষাৰ

সাহিত্যৰ শলাগটো আমাৰ বাবে বাওনাই চন্দ্ৰলৈ হাত মেলাৰ দৰে হলেও মাতৃ-ভাষাৰ সাহিত্য ভঁৰালত অৱদান হ'ক বুলি আগবাঢ়িছোঁ—সাহিত্য মৰীচিকাৰ পিছে পিছে। অকৃতকাৰ্য্যতাবেই কৃতকাৰ্য্যতাৰ ফালে আগবাঢ়ি যাওঁতে হয়তো বহুতো আসোঁৱাহ থাকিব পাৰে—সি সু-সমালোচকৰ বিবেচ্য।

১৯৫২ চনত কৃষকৰ নাতিয়ে প্ৰথম বাৰ আত্ম-প্ৰকাশ কৰি মোৰ পথৰ-যত্ৰী, শেষ-পথ, জীৱন-বীমা পথৰ-যাত্ৰী ২য় খণ্ড আৰু গাঁৱতেই স্বৰগ বচিম উপন্যাস কেইখনিৰ দৰে কৃষকৰ-নাতিয়ে পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰাত পৰিবৰ্ত্তিত আৰু পৰিবৰ্দ্ধিত দ্বিতীয় সংস্কৰণখনি সুধী সমাজলৈ আগবঢ়োৱা হ'ল। অজানিত অনেক ভুল-ক্ৰটী বলেও ক্ষমাৰ পাত্ৰ হব, মাতৃ-ভাষাৰ সাহিত্য মন্দিৰলৈ আৰু এদেও আগুৱাই যাবলৈ লিখকে প্ৰেৰণা পাব—এয়ে ভৰসা।

মালিগাঁৱৰ জাগৰণ পুথি ভঁৰালে কিতাপখন দি সহায় কৰা বাবে যাচিছোঁ ধন্যবাদ। ইতি— ১০-৮-৭৬

গৌৰী নগৰ
ফটাশিল
গুৱাহাটী-৯

বিনয়াৱনত—
শ্ৰীগোবিন্দ মহন্ত

# কৃষকৰ-নাতি

[ সামাজিক-উপন্যাস ]

## এক

কামৰূপ জিলাৰ অন্তৰ্গত কলিতাপাৰা এখনি সৰু গাওঁ। প্ৰায় সাত কুৰি ঘৰ গিৰিৰ বাস ভূমি। জাতিৰ ভিতৰত কেইঘৰমান কছাৰী, দুঘৰমান বামুণ, আৰু বাকীখিনি কেওট, কলিতা মানুহ। কলিতাপাৰা গাওঁৰ ডেৰ মাইলমান দক্ষিণে অসম ৰেলআলিৰ সৰু ষ্টেচন ঘগ্ৰাপাৰ, উত্তৰে এখন প্ৰকাণ্ড বিল, পূবে ৰঙিয়ালৈ যোৱা এটা সৰু আলিবাট, পশ্চিমে বহল পথাৰ। পথাৰৰ সিপাৰে আৰু কেইখন মান সৰু সৰু গাওঁ। উত্তৰে থকা বিলৰ পাৰে পাৰে ইকৰানি, বিৰিনাবন আৰু দ-অংশ পানী-মেটেকাৰে পৰিপূৰ্ণ। দাঁতি কাষৰত থকা গাওঁবোৰ হল-বামুণপাৰা, হিৰলাগুৰি, দিয়াৰবৰি, খলিহামাৰী আদি। বামুণপাৰা আৰু কলিতা-পাৰাৰ মাজৰ ব্যৱধান—মাথো এখন এৰাবাৰী।

গাওঁখনৰ উত্তৰ ফালে এটা টিনঘৰ। সৰু-সুৰা খেৰী ঘৰেৰে সৈতে চৌহদটোৰ ভিতৰত প্ৰায় ছয় সাতোটামান ঘৰ আছে। ঠিক বাটৰ কাষতে টিনৰ ঘৰটো। তাৰ পূবফালে ওঠৰ হাতমান দীঘল ঘৰ-এটা এইটো ভঁৰাল। দুয়োটা ঘৰৰ মাজত ছয় হাতমান ঠাই; সিও এনেয়ে পৰি থকা নাই। এখন বাহৰ চাং—তাতে এজোপা ওৰহি বগাইছে। হেদালিখনৰ তলেৰে ভিতৰ চোতাললৈ যোৱা প্ৰৱেশ পথ। মূৰ দোৱাইহে যাব পাৰি। চাৰি হাল গৰু জুৰি মৰণা মাৰিব পৰা এখন আহল-বহল চোতাল। চোতালৰ উত্তৰেও আৰু এটা ভঁৰাল ঘৰ। পূবে ৰান্ধনি-ঘৰ পশ্চিমৰ ঘৰটোৰ ভেটীটো তেনেই খলা-বমা, এইটোৱে গোহালিঘৰ। গোহালিটো ডেৰকুৰি হাতমান দীঘল। ইয়াৰে আধামানত এখন বাহৰ ওখ চাং আছে। উঠা নমা কৰা এখন বাহৰ খটখটিও আছে। ইয়াতে এপাল ছাগলী থাকে। ভঁৰাল ঘৰ-টোৰ পানী পৰাইদি ষোল-হাতমান দীঘল এটা বাহৰ খোৱাৰ- ইয়াতে কুৰিবোৰ-।

মান খেদেলী হাঁহ। গোহালি ঘৰৰ কাষতে এটা প্ৰকাণ্ড খাল। গোহালি ভৰা এপাল গৰু ছাগলীৰ গোবৰ, চোতাল সৰা জাবৰ জোঠৰবোৰ এই খালটোৱে জীণ কৰে। খালটোৰ পাৰতে এহাল ম'হ বান্ধে- যাতে খালটোত পৰি লেটি লব পাৰে আৰু পাৰত উঠি বিশ্ৰাম লবও পাৰে। ভঁৰাল ঘৰৰ পূবে দুটা ধানখেৰৰ পুঁজি। পুঁজি দুটা চালে পৰিয়ালটোৰ অৱস্থাৰ কথা সহজে অনুমান কৰিব পাৰি।

এই গৃহস্থীখনৰ মুখিয়ালজন হ'ল- শ্ৰীভেকোৰাম কছাৰী। এওঁ কলিতাপাৰা গাঁৱৰ গাওঁবুঢ়া। ধনে- ধানে, মাটিয়ে- বৃত্তিয়ে, গৰুৱে- গাইয়ে কলিতাপাৰা গাওঁৰ ভিতৰত ভেকোৰামকে মোৰ বুলিছে। ন-বছৰীয়া এজন লৰা, সাত বছৰীয়া এজনী ছোৱালী, ঘৈণীয়েক আৰু ভেকো— চাৰিটা প্ৰাণীৰে এই সুখী পৰিয়ালটি।

দুজন চাকৰৰ সৈতে তিনিখন নিজা হাল, মৰকীয়াও দুখন, মুঠ পাচঁখন হালেৰে ভেকোৰামে পোন্ধৰ পুৰা মাটিত ধান খেতি কৰে। ঘৰত খীৰতী গাই পাঁচজনী। যি গাখীৰ ওলাই দেওবৰীয়া আৰু বুধবৰীয়া হাটত বিক্ৰী কৰি তেল-নিমখৰ খৰচ উলিয়াই। হাঁহকণী আৰু পাৰ-পোৱালী বেচি যি পইচা পায় সেইখিনি ঘৈণীয়েকৰ নিজা পুঁজি। তুঁহ-মলৰ পৰা চাকৰ-নাকৰ, ল'ৰা ছোৱালীয়ে এৰা- ওকোলা ভাতসোপাকে এই হাঁহমখাই হজম কৰে। তাৰোপৰি সাত বছৰীয়া ছোৱালীটিয়ে কঁকালত খালৈটো বান্ধি, হাতত জাকৈখন লৈ বিল-খাল ডোং একাকাৰ কৰি হাঁহবোৰৰ কাৰণে শামুক বিচাৰি ফুৰে।

খেতিৰ মাহ মচুৰ হয় প্ৰায় দুকুৰি মোণ। ঘৰ খৰচ বাবদ বাৰমোণমান ৰাখি বাকীখিনি কেঞাৰ দোকানত বিক্ৰী কৰে। মাটিমাহৰ দালি ভেকো পৰিয়ালৰ প্ৰধান আৰু প্ৰিয় আঞ্জা। বেত্তিয়াবা ভেকোৰ পৰিবাৰ মাছলৈকো যায়। অগত্যা একো আঞ্জা- পাচলি নেপালে, মনে যদি নেমানে এটা বা দুটা পাৰ পোৱালী বাচি-কুটি কলাখাৰেৰে সিজোৱা মাটিমাহৰ দালিত মিহলি কৰি পৰম তৃপ্তিৰে খায়। হালধি মছলাৰ গোন্ধটো ভেকোৱে সহ্য কৰিবই নোৱাৰে। ইয়াৰ কাৰণে মাজে- সময়ে গিৰিয়েক- ঘৈণীয়েকৰ মন খৰিয়ালো হয়।

এদিনাখন লাট-মণ্ডল আহি ভোকোৰামৰ অতিথি হ'ল। অতিথি আহিলে ভেকোৰ আনন্দ হয়। ভিতৰলৈ গৈ—বোলো শুনিছনে ? মণ্ডলবাবু আহিছে, ৰাতিৰ সাজ আমাৰ ইয়াতে খাব। ভাল চাই পাৰ এজোৰ উলিয়াই দিবি, ছুটামান কণীও ভাজি থবিচোন' ভেকোৰ কথা শুনি যেন বদোৰৰলৰ বাঁহতহে জুই লাগিল- তাই উচাৎ মাৰি তাৰ পৰা গুলাই গ'ল।

নিশা খাইবই উঠাৰ পিছত ঘৈণীয়েকে ভোৰভোৰাই কলে— পোৱালী ছুটা বিক্ৰী হলে দহ পইচা পালোহেঁতেন, পোনেই বৈৰটো গুলালহি, কোনোৱা ৰুৰবাৰ পৰা আহিলেই— পাৰ মাৰ, পাৰ মাৰ। এইবাৰ যদিনি আহিলে বাপেকে মাইকী পোৱালী সোপাকে বেচি পেলাম।

—মাছলৈ যাব কৈছিলো যে নগলি কিয় ? খাম আৰু নেখাম নে, কিবা তোৰ বাপেৰাৰ ঘৰৰ খাইছোনে ?

—মঙহ খাব ইমানে যদি ইচ্ছা হৈছে নিজৰ পঠা- ছাগলী এটাকে নেমাৰিলে কিয়। যাগুণাক বধ-হত্যা দি খোৱাৰ কেইটা কৰিছিলে তাৰে জহত খাব পাইছে।

—ৰব ফুটনি মাৰিছ যে ইমান দিনৰ গাখীৰ বেচি পোৱা পইচা আটাইখিনি মোক জমা দিবি- ভেকোৰামৰ কথাত তাই তপৰাই মাত দি—মই যে গাই খীৰাওঁ, গোবৰ পেলাওঁ

—চাকৰ- নাকৰ ৰাখি গৰু চৰোৱা-বন্ধোৱা মোৰ এনেয়ে গল ! হাঁহকণী, পাৰ চৰাই আৰু গাখীৰ বেচি পোৱা পইচাৰ ঠিক ঠিক হিচাব মোক দিবি, নহলে কথা বিষম হব একা !

—হাঁহকণীৰ পইচা ! দিম ৰবা, লেতেৰীয়ে হিলদ ভাঙি শামুক বিচাৰি আনি হাঁহসোপাক পোহপাল দিছে তাৰে ভাগ বিচাৰে আৰু'

—লেতেৰী তাইৰহে ছোৱালী ! ভেকোৰামে মুখে ভঙুচাই কলে। তাই তপৰাই মাত দি— অ' তো, লেতেৰী মোৰ ভাগৰ। হৰিন আপোনাৰ ভাগৰ, হৰিনক পঢ়ুৱাৰ পৰা পিন্ধন- উৰণ সকলো আপোনাৰ...... আৰু......

—নহয় কিয় ? ভেকোৰামে তাইৰ মুখৰ পিনে চাই থাকিল। তাই বৰ গম্ভীৰ ভাবে কলে—লেতেৰীক মই বিয়া দিম আৰু হৰিনৰ বোৱাৰীক জোং মাতুলী এটা

গঢ়াই······ কথা শেষ নহওঁতে ভেকোৰামে খিল খিলকৈ হাঁহি দিলে ।

ভেকোৰামৰ গৃহিণী গেন্ধেলী । যেনে নাম তেনে কাম । ঘৰখনত খোদ খোদাই থকাই তাইৰ কাম । ভেকোৰামৰ প্ৰকৃতিৰ দৰে তায়ো সৰল সহজ । লাগ বুলিলে সৰু কথাতো আঁকোৰ গোজ, নেলাগিলে ডাঙৰ কথাকো কথা বুলি নেভাৱে । ভেকোৰাম গাঁৱৰে গাওঁবুঢ়া । লিখা-পঢ়া একো নেজানে । নাম-টোৰ আদি আখৰ দুটা লিখি কোনো মতে চহীটো দিব পাৰে । ভগৱানে ধন-ধান দিছে সঁচা, কিন্তু বিদ্যা-বুদ্ধি দিয়া নাই, এয়ে তাৰ এক মাত্ৰ দুখ ।

শিক্ষাই যে বৰ্ত্তমানৰ মূল-বস্তু, ভেকোৰামে এতিয়াহে বুজিছে । সি হৰিনক পঢ়ুৱাব, একেবাৰে কলেজলৈ পঢ়ুৱাব । ৰঙিয়াৰ হাটৰ পৰা ১ম ভাগ এখন আনি দিবৰ আজি প্ৰায় এবছৰ হল— হৰিনে পঢ়ে নে নপঢ়ে কব নোৱাৰে । তাৰ আজি মনত পৰি হৰিনক কলে— কিতাপ পঢ়িছনে নাই ? বটা ভালকৈ পঢ় । পঢ়িলে আৰামত থাকিব পাৰি । ভাল ভাল কাণি-কাপোৰ পিন্ধিব পাৰি । কিন্তু হৰিনে পঢ়ে কত ! ৰাতিপুৱাই ম'হৰ পিঠিত উঠি ম'হ চৰাবলৈ যায় আৰু তাৰ পৰা আহি বৰশীটো হাতত লৈ খালৰ পাৰে পাৰে, বিলৰ বুকে বুকে অনাই-বনাই ঘূৰি ফুৰে ।

কথা বিষম দেখি তাক এদিন ভেকোৱে নিজে লৈ গৈ পণ্ডিতক সোধাই দি আহিল আৰু কলে— পণ্ডিতবাবু, আপাক তোমাৰ তাত গতালো, ইয়াক ভাল মানুহ কৰি দিবি ।

* * *

বৰশীটো হাতত লৈ ওলাইছেহে— এনেতে ভেকোৱে মাত লগালে— বেটা পঢ়াশালিলৈ নেযাব নেকি !

— আজি স্কুল বন্ধ

— কিহৰ বন্ধ ? ভেকোৱে বাঁহবনখন এৰি হৰিনৰ ফালে চালে

— আজি একাদশী নহয় জানো ?

— একাদশীতো স্কুল বন্ধ হয় ? বৰ আচৰিত হৈ ভেকোৱে চালে হয় 'ও' বুলি বৰশীতো লৈ সি ওলাই গ'ল ।

কথাটোৱে কিন্তু ভেকোৰ গাত নধৰিলে। দেওবৰীয়া হাটত পণ্ডিতক লগ পাই ভেকোৱে সুধিলে—পণ্ডিতবাবু, একাদশীত হাল খতি হয়, ক্ষুলো খতি হয় নেকি? মিচিকিয়াই হাঁহি মাৰি পণ্ডিতে — কোনে কলে?

— আমাৰ হৰিনে

— হৰিন হবলা তোমাৰ ল'ৰা? সি বৰ অথাইটং। মুঠেও নপঢ়ে। ইটো সিটোৰ লগত যুদ্ধ কৰাই হল তাৰ কাম। পেচাৱ কৰোঁ বুলি পঢ়াশালিৰ পৰা ছদিন পলাইছেও।

— হয়নে! আজি বেটাক ত্রিভুবন দেখুৱাম বাপেকে।

ভেকোৰ তৰ্জন-গৰ্জন শুনি পণ্ডিতৰ ভয় হল— ন বছৰীয়া হৰিনক যদিও ষোল বছৰীয়া যুৱক যেন দেখি, তথাপি গাওঁবুঢ়াৰ এই গোধা-হাতখনেৰে এচৰ সোধাব লাগিলে তাৰ দুখন গাল এখন হব, হেনজানি পণ্ডিতে কথাৰ সুৰ সলনি কৰি কলে— ল'ৰাজন কিন্তু বৰ বুধিয়ক। সি এতিয়া অবুজন হৈ আছে নহয়—কীৰ্ত্তনত কৈছে 'আপুনি বয়স হলে বুদ্ধি হৈবো ভাল'। তাক এতিয়া মাৰধৰ নকৰিবা। মই ঠিক লগাম নহয়!

— হয়নে, মই তাক কলেজত পঢ়ুৱাৰ ইচ্ছা। পাঠশালাখন কোনেমতে সৰকাই দিয়ক বাবু, তাৰ পিছত মই তাক কলেজ পাৰ কৰাইহে এৰিম।

এইবুলি ভেকেবোমে ছটা ডাঙৰ বন্ধাকবি আৰু এটেকেলী লৈ দিলে আৰু কলে— এজন মানুহ লৈ আহিব, এভাৰ ধান দিম; মাত্র হৰিনক ভাল-কৰি পঢ়ুৱাবি?

পিছদিনা ৰাতি পুৱাও আনদিনাৰ দৰে হৰিন ম'হৰ পিঠিত উঠিলত, ভেকোবামে গৰ্জ্জী উঠি— হেৰ' বেটা, ম'হৰ পিঠিত উঠিলি যে স্কুললৈ নেযাৱ নেকি? বাপেৰে মূৰুখ হলো বুলি তয়ো মূৰুখ হৈ থাকিবি নে? যা—

— মাটি পেঞ্চিল নাই

— হেৰ সিদিনা হাটৰপৰা ছুডালকৈ পেঞ্চিল আনি দিলোঁ

— লিখি লিখি শেষ কৰি দিছোঁ দেখোন

— হয়নে, মাৰৰ পৰা এক পইচা লৈ যা

— মায়ে পইচা নিদিয়ে

— মোৰ মূৰ শিতানৰ চুঙাটোতে আছে তাৰ পৰাই লৈ যাগৈ, বুলি কৈ নাঙল কান্ধত লৈ ভেকোৰাম পথাৰ মুৱা হ'ল ।

হৰিন দোখোৰ- মোখৰত পৰিল । যাওঁ নেযাওঁ কৰি সি এখোজ- দুখজ কৈ পঢ়াশালি মুৱা হল । আলিবাটৰ সিটো পাৰে সিহঁতৰ নতুন বস্তি । তাত আঢ়ৈকঠামান মাটিৰ কুঁহিয়াৰ আৰু বাকী অংশত মৰাপাটৰ খেতি । চাৰিওফালে কল গছ । মৰাপাট এবুকুমান ওখ হৈছে । হৰিন তাতে সোমাল । ফলি পুথিজোৰ মাটিত থৈ খেলি থাকিল ।নিতৌ পুৱাই হৰিনে কিতাপ চিলথ হাতত লৈ মৰাপাটৰ মাজত থাপ লৈ থাকে আৰু লগৰ ল'ৰাবোৰে ষেতিয়া আলি বাটেৰে ঘৰলৈ অহা দেখে সেই সময়ত সিও আহি ঘৰ পায় ।

এদিনৰ বথা । কিতাপ চিলথজোৰ কাঠিতে থপচৰবে পেলাই দি সি মাকক কলে— আজি হাঁহকণী ভাজি দিব লাগিব, নহলে ভাত নাখাওঁ ।

মাকে ভেকাহি মাৰি কলে— দিম ৰবা, হেৰ সিদিনা বাপেৰাই মণ্ডল বাবু আহোঁতে দুটা নোদোকা পাৰ পোৱালী মাৰি খাইছে, আজি তোমাক তপতাই তপতাই এটা নহয় দুটাকৈ ভাজি দিম ।

— তেনেহলে নিদিয় নহয় ? এইবুলি হৰিনে কটাৰীখন হাতত লৈ কাঠিতে ওৰি থোৱা শালৰ এৰীয়া চাদৰৰত দুৰেপ মাৰিলেহে এনেতে লেতেৰীয়ে চিঞৰি চিঞৰি মাকক মাতিলে—কপাল, কপাল, এৰীয়া চাদৰ কাটি শেষ কৰিলে । গেৰেলী আছিল ভাত বাঢ়ি । হাতত ধৰি এচলা লৈ খেদি আহি— শগুণে বুকুত পৰি থোৱা, গজমূৰীৰ পুতেক ৰ আজি, বুলিখেদা মাৰিলে হে—ঘৰৰ মুখতে থকা বৰশীটো হাতত লৈ হৰিন পলাই পত্ৰং মাৰিলে ।

তৰ দুপৰীয়া । ভেকো পথাৰৰ পৰা আহিছে মাত্ৰ । কান্ধৰ পৰা নাঙল থন থৈছেহে এনেতে লেতেৰী দৌৰী আহি— পিতাই, হৰিনে মাইৰ শালৰ এৰীয়া চাদৰখন কাটি থৈ পলাইছে । এতিয়ালৈকে অহাই নাই, ভাতো খোৱা নাই ।

— কিয়, তইঁতে কিবা কৰিছিলি ! নাঙলখন থৈ ভেকোৱে লেতেৰীক সুধিছেহে "হাঁহকণী" বুলি আৰম্ভ কৰোঁতেই গেৰেলীয়ে আহি—"গোটেইখন চাদৰকে কাটি শেষ কৰিছে । তাৰ বোলে দুটা কণী ভাজি........"

"নিদিলি দিলি বাৰু এটা কণী ভাজি, তাতে হল কি ? ভেকোৰ কথাত তাই

— পৰহি বুধবৰীয়া হাটলৈ ছয়টা কণী সাচি থৈছো, দিম তাক
— ল'ৰা-ছোৱালীৰ মুখৰ পৰা কাঢ়ি খুহি নি বেচি পোৱা ধনেৰে কি তই কৰিবি সিহঁত যদি মৰি যায় !
— এই ভৰ-দুপৰীয়াখন তাক মৰ শাও দিলে । এইখন মোৰ পোৰা কপাল মোৰ এটাই ল'ৰা তাকো……… মই মৰি নাযাওঁ কিয়…… বুলি গেজেলীয়ে হুৰাওবাৰে কান্দিবলৈ ধৰিলে । দুপৰীয়া । হাল মেলি অহা মানুহক বোলে ভূতেও নোজোকায় । ভেকোৰামৰ খঙে মূৰৰ চুলি পালে— হেৰৌ, মই তাক কেতিয়া মৰিবলৈ কলো̐— বুলি গেজেলীৰ চুলিকোচাত পাক মাৰি ধৰিলে, লেডেৰীয়ে ভয়তে টেটুফলা চিঞৰ দি-ফাগুনা কাকা ঔ মাইক মাৰিলে, মৰিল মৰিল । ফাগুনা আৰু এজন চাকৰ দৌৰী আহি কোনেমতে ভেকোৰামক টানি-আজুৰি নিলে । গেজেলী কথমপি ৰক্ষা পৰিল ।

* * *

মৰাপাট কটাৰ বতৰ আহিল । পথাৰ উদং হ'ল । কুঁহিয়াৰবোৰ লহপহকৈ বাঢ়ি আহিল । হৰিনৰ স্কুল কুঁহিয়াৰতলীতে বহিল । লগত এখন চুৰি কটাৰী আৰু কেইডোখৰমান বাহঁ । এনেদৰে কিছুদিন গ'ল । কিবা কাৰণত এদিন ভেকোৰামে পঢ়াশালিলৈ যায় । পণ্ডিতক দেখা পাই ভেকোৱে সুধিলে— বাবু, সি পঢ়া শুনাত মন দিছেনে ?
— গাওঁবুঢ়াকাই, হৰিন দেখোন স্কুললৈ নাহেই । এমাহৰ ভিতৰত এদিন নে দুদিন হে আহিছে ।
— নহয়, নহয় পণ্ডিতবাবু, সি সদায় আহে । আনকি দেওবাৰেও এদিন আহিছে । মোৰ হৰিনক চিনি নেপাই নেকি ?

আৰু এদিনাখনৰ ঘটনা । এদিন ভেকোৰামে সোনকালে হাল মেলি দি ঘৰলৈ অহাৰ বাটত কিবা কথা মনত পৰি কুঁহিয়াৰতলীত সোমাল । সোমায়ে কুঁহিয়াৰৰ পাতৰ খৰ-খৰ মৰ-মৰ শব্দ ভেকোৰ কাণত পৰিল । ভেকোৰ অলপ ভয় লাগিল, কিজানিবা বাঘে চোং সাজিছে । নে শিয়ালে কুঁহিয়াৰ খোৱাত ধৰিছে! মাৰি এডাল হাতত লৈ হাতৰ-সাৱে ভৰিৰ- সাৱে ভেকো আগ বাঢ়িল । আঁৰিলত । কুঁহিয়াৰতলীৰ মাজত হৰিন । কিতাপ চিলাৰ অলপতে থৈ

সি কুঁহিয়াৰ পাতৰ ঘৰ সাজি বহি আছে। ভেকোক দেখি হৰিনৰ ধাতু উৰি গ'ল। হাতৰ মাৰিডালেৰে একোৱ মাৰিছে, প্ৰাণৰ ভয়ত হৰিনে ভিৰাই লৰ মাৰিলে ঘৰ বুলি। ভেকোৱেও শিশুপাল খেদা দিলে। হৰিন আহি মাকৰ শোৱা চাঙৰ তলত সোমাল। তাক তাৰ পৰাই টানি আনি— বেটাক আজি কলেজ দেখুৱাইহে এৰিম বুলি ছকোবমান দিওঁতে গেন্ধেলী আৰু লেতেৰীয়ে আতাহ পাৰিলে হয় কোনো কথা নাই। "চা, চা, আইহঁত, সাত-শতৰুৰ দৰে মোৰ বাচাক কেনেকৈ মাৰে' ভেকোৰ হাতৰ পৰা মাৰিডাল গেন্ধেলীয়ে কাঢ়ি নিলে এৰি দে -এৰি দে, বেটাক আজি সিপুৰী দেখুৱাইহে এৰিম' লেতেৰীয়ে— অ' পিতাই, কাকাক নেমাৰিবি ঐ, দুখ পাব' লেতেৰীয়ে হৰিন কাবা, হৰিন বাবা বুলি চিঞৰাতহে ভেকো শান্ত হ'ল। হৰিনে মাকৰ গাৰ আঁৰলত লুকাল। খঙৰ কোবত ভেকোৰাম ঘৰৰ পৰা ওলাই ক'ৰবালৈ গুচি গ'ল।

গেন্ধেলীয়ে হৰিনৰ পিঠিত আচোঁৰৰ চিন চাই কান্দি-কাটি, ধুৱাই-পখলাই ছুটাকণী ভাজি তপত ভাত দিলে হয় সি নেখাইহে নেখায়। বধ হত্যা দি মাকে গা মূৰ পিহি কেইটামান খুৱাই বুৱাই শেতেলীত শুৱাই থলে।

## দুই

কলিতাপাৰাৰ আন এটা চুকত আৰু এখৰ গিৰি। দুটা মাত্ৰ খেৰী ঘৰ। থকা ঘৰটো বাটৰ কাষতে। ঘৰটোৰ ঠিক মুখতে এটা গোবৰৰ দ'ম। তাৰ কাষেৰে কোনোমতে এহাল গৰু সৰকিব পৰা সুৰুঙ্গীয়া বাট। ঘৰটোৰ আগ-চালিয়াৰ তলত চাৰিটা বাহঁৰ খুটাৰ এখন তাঁতশাল। শালখনৰ ওপৰত কইখনমান চিৰাফটা কাশিকঠা আৰু এখন চাৰি। আন এটা মূৰত কেইটামান মাটি কলহ আৰু দুটামান পাচি। মাটিকলহত কলাখাৰ, এটাত মৰা-পাটৰ সঁচ আৰু আন দুটামানত কিবাকিবি বস্তু আছে। আধা ভঙা পাচি দুটাত তুহঁ-মল।

ঘৰটোৰ তিনিটা কোঠালী। উত্তৰৰ কুঠৰীত এখন বাহৰ চাং। তাতে পিতা জপু দুয়ো শোৱে। অফিনৰটো ৰান্ধনি ঘৰ। আজৰ কুঠৰীটোত এটা 'ঢেঁকী

তাৰে কটৰাত এটা দামুৰি বান্ধে। গোহালি ঘৰটোত বেৰ নাই বাবে বোধকৰো হিংস্ৰ জন্তুৰ ভয়ত দামুৰিটো ইয়াতে বান্ধে।

ঢেঁকীটোৰ চাৰিওফালৰ ঠাইখিনি তুঁহমলেৰে আবৃত। তাতে দুই চাৰিডাল ধান গছ, সৰিয়হৰ পুলি গজিছে— অনুমান হয় এইডোখৰ ঠাইলৈ কাহানীও বাঢ়নী যোৱাই নাই।

এদিনাখনৰ দুপৰীয়া। কাণি কঠাখন ধুইধাই বাহৰ চাঙত পাৰি থোৱা বিছনাৰ ওপৰতে তুঁহৰ পাচি এটা তুলি থৈছে। পঢ়াশালীৰ পৰা আহিছেহে, মাকৰ কাণ্ড-কাৰখানা দেখি তাৰ নোম ডাল ডাল হ'ল— এই মূৰা হাড়াবোৰ মোৰ বিছনাখনতহে থয়।

— এতিয়াই নিম ৰ' - মাক আহি নেপালেই, তুঁহৰ পাছিটো সি দলিয়াই পেলালে। তুঁহৰ পাচিৰ অৱস্থা দেখি মাকে— তেনেহলে আৰু এটা ঘৰ বান্ধি নিদিয় কিয়? মাকৰ কথা শুনি সি কলে— পৰিপাটিকৈ থব জানিলে এই ঘৰটোতে হয়।

এই দুখীয়া পৰিয়ালটোৰ গৰাকীজন হ'ল— লেডৌ কলিতা। এক মাত্ৰ ল'ৰা দুখু, পত্নী খেদেলী— এই কেইটা প্ৰাণীৰ ক্ষুদ্ৰ সংসাৰ।

দহমাহ দহদিনৰ ঠাইত এঘাৰ মাহ আৰু কেইদিন পাৰ হল, তথাপি তাইৰ প্ৰসৱ নহ'ল। তাঁতশাল, ঢেকীশাল, আলিবাট, পুখুৰীঘাট, সকলোতে একেষাৰ কথা— আই হেৰ কি কথা, ! কি কাণ্ড, বাৰ মাহতো দেখোন খেদেলীৰ গা-নলবিল। তিৰোতাজনীৰ কিবা হব যেন হে লাগিছে। আঙুলি মূৰৰ হিচাবত এঘাৰ মাহ এঘাৰ দিনৰ মূৰত খেদেলীৰ গা বেয়া হ'ল। প্ৰসৱ বেদনাত তিন দিন তিনি ৰাতি নিকাৰ ভুঞ্জিলে। সোণধন বেজৰ পানী জাৰা, কামেশ্বৰ কবিৰাজৰ তেল জাৰা, কীৰ্ত্তন পাঠকৰ এফেঁগছৰ পান-তামোল জাৰা সকলো পানী হ'ল— তথাপি খেদেলীৰ প্ৰসৱ নহ'ল। জেঠ মাহৰ প্ৰখৰ ৰ'দৰ দিনত পাঁচদিন নিকাৰ ভুঞ্জাৰ অন্তত তাৰ জন্ম হল। মাকক বহুতো দুখ-কষ্ট দিয়াৰ কাৰণে আয়তীসকলে তাৰ নাম থলে—দুখু।

বৰ নম্ৰ, বিনয়ী, সজ স্বভাৱৰ ল'ৰা দুখু। প্ৰখৰ বুদ্ধি, পঢ়া শুনাত চোকা। এইবাৰ কলিতাপাৰাৰ পৰা মাত্ৰ এজন লৰাই বৃত্তি পৰীক্ষাত বহিব— এইজনেই লেডৌৰ এক মাত্ৰ ল'ৰা দুখু। স্কুলৰ শিক্ষক, ইষ্ট-কুটুম্ব,

ভাই-ভাগী, গাঁৱবাসী সকলোৰে মনত আনন্দ —ই আমাৰ সকলোৰে নাম ৰাখিব।

চাউল দালি, নিমখ তেল, বিছনা-পত্ৰৰে ভাৰ এখন বান্ধি লেডৌ আৰু এবাৰ বছৰীয়া দুখু বৃত্তি পৰীক্ষা দিবৰ বাবে সদৰ মুৱা হ'ল। উত্তৰ কামৰূপৰ নামকৰা উকীল শ্ৰীহৰগোবিন্দ ভাৰতীৰ ঘৰ সদৰতে। লেডৌ আৰু দুখুৱে গোটেই নগৰ চলাথ কৰি সন্ধ্যা সময়ত গৈ ভাৰতীৰ ঘৰ পালে। উকীলনীয়ে এক কথাত কলে— ঠাই নাই, সদৰত বহুতো হোটেল আছে, তালৈ যোৱা। উকীলে অলপ নৰম সুৰত— লেডৌকা, ঠাই নাইয়েই, ৰাতি পাল থাকা। চাউল চৰু আনিছাই নহয়? —উকীল বাপা, পৰি থাকিব পাৰিলেই হ'ল। বাহিৰৰ বাৰাণ্ডাতে পৰি থাকিম।

উকীলৰ বাৰেণ্ডাত থাকি দুখুৱে বৃত্তি পৰীক্ষা দিলে।

ছয় মাহৰ মূৰত পৰীক্ষাৰ খবৰ ওলাল। দুখুৱে বৃত্তি নাপালে। ৰামহৰি মৌজাদাৰৰ ল'ৰা ৰবীনেহে পালে। নিৰাশমনে পণ্ডিতে কলে— দুখুৱে যেতিয়া বৃত্তি নাপালে, বৃত্তিৰ আশা কৰা মানে পৰ্বতত হাঁহকণী বিচৰাৰ দৰে হব। শ্ৰীহৰগোবিন্দ উকীল আহোতেও দুখ প্ৰকাশ কৰি কলে— তোমাৰ ল'ৰাজন বৰ বুধিয়ক। এনে প্ৰখৰ বুদ্ধিৰ ল'ৰা মই কমেইহে দেখিছো। বৃত্তি পোৱাৰ উপযুক্ত ছাত্ৰ আছিল। পিছে এই বৃত্তি-তৃত্তিবোৰ হ'ল খাটিৰ-বাটিৰৰ কথা। প্ৰখৰতা থাকিলেই যে বৃত্তি পাব এনে নহয়। দুখীয়াৰ ল'ৰাই বৃত্তি পোৱা প্ৰায়ে দেখা নাযায়। পিছে বৃত্তি পোৱাই শিক্ষাৰ উদ্দেশ্য নহয়। শিক্ষা জ্ঞানৰ বাবে হোৱা উচিত। লেডৌকা ল'ৰাজনক হাইস্কুলত নাম লিখি দিয়া— সি উন্নতি কৰিব পাৰিব।

— লেডৌ, ইমান কোমল বয়সতে ল'ৰাজনক হালত লগাই দিয়া নে? ৰঙিয়াতো বেছি দূৰ নহয়, আঠ মাইলহে। তাতে পঢ়ুৱা। আমিও কিতাপ-কাগজ দি যি পাৰো সহায় কৰিম। এই হ'ল পণ্ডিতৰ উপদেশ। ভেকোৰাম গাওঁবুঢ়াই কলে— লেডৌ, তোৰ আপাৰ মাদুলি খিনি ময়ে দিম, তাক পঢ়ুৱা, মোৰ আপা ভাল নহয়, তোৰ আপাই আমাৰো আপা।

— পণ্ডিত হৈ মোক আৰ্জি খুৱাব নালাগে। হাড়-চাল সোপা লৈ জীয়াই থাকিলে কিবা উপায়ে তেৱে পালিব। সেইবুলি মই তাক

চকুৰ আঁতৰ কৰি পঠাব নোৱাৰো। গেন্ধেলীৰ কথাত ভেকোৱামে কলে— তইঁত তিৰী মানুহ, বিদ্যাৰ মোল কি বুজিবি।

এই গাওঁবুঢ়াইহে জানে। বুজিছ লেডো, তিৰীৰ কথাত হতশ্ৰী নহবি, তাক নাম লিখি দে। গাওঁবুঢ়া গ'ল। লেডো দোধোৰ-মোধোৰত পৰিল। কিন্তু গাওবুঢ়াৰ পৰা বল পাই দুখুক ৰঙিয়াৰ মাইনৰ স্কুলত নাম ভৰ্ত্তি কৰি দিয়াতোকে থিৰাং কৰিলে।

* * *

নাম ভৰ্ত্তিৰ সময়। শিক্ষকে সুধিলে—ল'ৰা, তোমাৰ নাম কি?

—মোৰ নাম শ্ৰীদুখুৰাম কলিতা।

তাৰ মুখৰ পৰা নামটো ওলাবহে পালে সমূহ ছাত্ৰই গিৰজনি মাৰি হাঁহি দিলে। শিক্ষকে চকু ঠিয় কৰি চোৱাতহে ছাত্ৰসকল কাঁহ পৰি জাঁগ গ'ল।

—তোমাৰ নাম আজিৰ পৰা দীনদয়াল কলিতা হ'ল। ল'ৰাহঁত আজিৰ পৰা তোমালোকে এওঁক দীনদয়াল বুলি মাতিবাহঁক। মই এটা যোজনা দিওঁ, তোমালোকে মোক তাৰ অৰ্থ কৰা। 'অমৰা মৰে নিজৰা ঝৰে, মৰাই বাই হাল, লক্ষ্মীয়ে পিন্ধে ফটা কাণি, মোৰ নাম নিধনীয়ে ভাল।'

সকলো ছাত্ৰ নিমাত। ইটোৱে সিটোৰ মুখলৈ চালে। --ভেনে হলে শুনিবা। 'এখন গাঁৱত এজন চহকী মানুহ আছিল। অৰ্থাৎ তেওঁ অঞ্চলৰ ভিতৰত ধনী। কিন্তু তেওঁৰ নাম হ'ল নিধনী। ইমান ধন দৌলত থকা স্বত্বেও মানুহে তেওঁক নিধনী বুলিয়ে মাতে। এইবাবে তেওঁৰ মনত বৰ দুখ। মানা কৰিলেও নিধনী বুলিয়েই মাতে। মনৰ বেজাৰত নিধনীয়ে ঘৰ-গৃহস্থী এৰাকে সিদ্ধান্ত কৰি, এদিন ঘৰৰ পৰা বাহিৰ ওলাল। গৈ আছে, গৈ আছে, বহুদূৰ যোৱাৰ মূৰত দেখিলে কেজনমান মানুহে এডাল মৰা গছ কাটি আছে। নিধনীয়ে সুধিলে— বোপাহঁত কি গছ কাটি-ছাহে এইজোপা? মানুহ এজনে উত্তৰ দিলে— 'অমৰা'?

—অমৰা যদি মৰিছেহে?

—মৰিছে দেখিহে কাটিছো।

নিধনীয়ে একো নকৈ আৰু আগ বাঢ়িল। তেওঁৰ পিয়াহ লাগিল। দেখিলে কেইজনীমান ছোৱালীয়ে কলহ লৈ পানীলৈ গৈছে। তেও কলে 'আইটীহঁত, বৰ পিয়াহ লাগিছে পানী অকমান পামনে ?' ছোৱালী এজনীয়ে উত্তৰ দিলে— সৌটো নিজৰা, আমাৰ সৈতে আহা। নিধনীয়ে দেখে— হয়, জিৰণি নোহোৱাকৈ অবিৰাম গতিত বৈ আছে নিজৰা। পানী খাই উঠি নিধনী গ'ল। ক্ৰমাৎ তেওঁৰ খোজ ঢিলা হৈ আহিল। হঠাতে তেওঁৰ কাণত পৰিল— মৰা, অ' মৰা, বোলো হাল এৰিবৰ হোৱা নাইনে ? বেলি হ'ল— আহ। কথা শুনি নিধনী আচৰিত হ'ল। বুঢ়া লবৰ বাবে ওচৰলৈ গৈ সুধিলে— ককাই, মাতিছা কাক ? প্ৰশ্নৰ উত্তৰত মানুহজনে কলে— সৌ যে মৰা হাল বাই আছে তেওঁকে মাতিছোঁ।

—তেন্তে তেওঁৰ নাম মৰা ?

—হয়।

কিবা ভাবি-চিন্তি নিধনী গৈয়ে থাকিল। কিন্তু ভৰি আৰু আগুৱাব নোখোজে। তথাপি জোৰ কৰিয়ে গৈ আছে। তেওঁৰ আগে আগে এজনী ছোৱালী। মলিয়ন, ফটা-চিৰা কাপোৰ পিন্ধা দেখি নিধনীৰ পুতৌ জন্মিল। এঃ বেচেৰী ৰব নিঃকিন। এনেতে আদহীয়া তিৰোতা এগৰাকীয়ে— হেৰ লক্ষ্মী, অলপ ৰ চোন।

নিধনীৰ বুজিবলৈ বাকী নাথাকিল যে এই জৰাজীৰ্ণ বস্ত্ৰ পৰিধান কৰা ছোৱালিটি আন কোনো নহয়, ধন- বিতৰ গৰাকিনী স্বয়ং লক্ষ্মীদেৱী।
—আইটী তুমিয়ে লক্ষ্মী নে ?

'হয়, ময়েই লক্ষ্মী।'

তেওঁ এনেতে গালে— অমৰা মৰে, নিঝৰা জৰে, মৰাই বাই হাল, লক্ষ্মীয়ে পিন্ধে এটা কাণি, মোৰ নাম নিধনীয়ে ভাল।

ঘৰৰ মানুহ আৰু ঘৰলৈ উভতি আহিল।

মানুহে কথাতে কয় নহয়— নামে কি কাম কৰে, গুণে সাগৰ তৰে।

সাধুকথাই সকলো ছাত্ৰৰে মন জয় কৰিব নোৱাৰিলে। সময় সুযোগ পালে 'দুখ, ভিঠি মাটি খুন্দু, বেৰত নাই মাটি, চালত নাই খেৰ, দুখুৱে কৰে কেৰমেৰ। দুখুক ছাত্ৰসকলে জোকায়— কিন্তু সি শুনে, মনে মনে থাকে।

আদ-বয়সীয়া লেডৌয়ে ভেকোৰামৰ মৰকীয়া হ'ল বায়। নিজৰ বুলি বলৈ পিতৃ ভিঠা আৰু বিলৰ পাৰত এপুৰা মাটি। হুকুৰিমান ডালধান পাই, বানপানী হলে সিও নাই। নিতৌ পঢ়াশালীলৈ যোৱালৈকে আৰু বন্ধৰ দিনত ঢুখুৰে পিতাক লেডৌক পাৰ্য্যমানে সহায় কৰে। এজনী ক্ষীৰতী গাই। এসেৰমান গাখীৰ ওলায়। তাৰে সিহতে লোণ তেলৰ খৰছ উলিয়াই। বাৰীৰ একঠামান মাটিত ঢুখুৰে কবি-মুলাৰ খেতি কৰে, বাৰিষা তিয়হ-ভেন্দি বেচি তাৰে সি তাৰ তাৰ নিজৰ কাপোৰ কাণি লয়। তাৰো-পৰি ভেকোৰামৰ ল'ৰা হৃখিনক পঢ়ুৱা বাবদ গাওঁবুঢ়াই তাৰ মাছুল খিনি দিয়ে।

*　　*　　*　　*

ভাদ মাহ। ক্ষৰ-ববৰ ভৰ বতৰ। এনে সময়তে হ'ল— লেডৌৰ পৰিবাৰ খেদেলীৰ জ্বৰ। জ্বৰো জ্বৰ ভীষণ জ্বৰ। এতিয়া লেডৌৰ উপায়! কঠিয়াকে তোলে নে বোৱে, নে ভাতকে ৰান্ধে। মহা বিপাওত পৰিল লেডৌ। তাতে সিদিনা গাওঁবুঢ়াৰ পাল। বেলি সিপাৰ নোহোৱালৈকে যে হাল এৰিব তাৰো আশা নাই। কান্ধত নাওলখন লৈ ঢুখুক কলে— আজি স্কুললৈ নগলে নহয় নে? ঢুখুৰে কলে—আজিৰ পৰা আমাৰ তিনি মাহিলী পৰীক্ষা। পৰীক্ষাত ভাল নম্বৰ নাপালে বোলে মাছুল মাফ নিদিয়ে। লেডৌৰ মুখৰ মাত হৰিল। নিৰ্বোধৰ দৰে লেডৌ পথাৰলৈ গ'ল। বেলা ভাটী। লেডৌয়ে দেখে— খেদেলী মাটিতে লুটি খাই পৰি আছে। কেঁআথাৰমান মাতাত কেকাঁই-গোথাই তাই কলে— 'মোক নুচুব'। বিপদৰ ওপৰতে আৰু বিপদ। লৰাঢপৰা কৰি কেইটামান ৰান্ধি সি খালে আৰু ঢুখুলৈকো এসাজ বাঢ়ি থৈ লেডৌ পথাৰ মুৰা হ'ল। পৰীক্ষা থকা হেতুকে সিদিনা ঘৰ পোৱাত সাজ গতি গৈছিল। মাকক তেনেকৈ পৰি থকা দেখি তাৰ বুজিবলৈ বাকী নাথাকিল যে মাকৰ লঘোণ পৰিছে। ভাত সাজ খাই উঠি মজিয়াতে ঢাৰিখন পাৰি লৈ ঢুখু পঢ়িবলৈ ধৰিলে। পথাৰৰ পৰা অহাত লেডৌৰ পলম হৈছিল।

—পিতা, মাই আজি চাওত শুব নোৱাৰে নে?

—তাকেইতো চিন্তা কৰিছো, খুৰী আবুয়েৰাক সুখি-পুচি চাওঁচোন। লেডৌয়ে খুৰিয়েক আহিনী বুঢ়ীক মাত দি— "খুৰী, বৰ অনৰ্থ খন

হ'ল আজি। মাকৰ ভীষণ জ্বৰ, ইপিনে নোৱাৰাও হৈছে, চাওত শুব নোৱাৰে নে?' বুঢ়ী উছাৎ মাৰি উঠিল আৰু বলে ৰাম বিষ্ণু, ৰাম বিষ্টু, শাস্ত্ৰৰ অহিত কাম কৰি নৰকত ডুবি মৰিব খুজিছ মৰ, আমাক সুধিছ কিয়! আটা-পিতা চৈধ্য পুৰুষৰ ধৰ্ম্ম। তিনি দিনীয়া গা নোধোৱাকৈ চুৱা মানুহজনীক চাওত শুৱাব খোজ!

খুৰীয়েক আহিনী বুঢ়ীৰ এনে মন্তব্যত সিহঁতে খেদেলীক চাওত শুৱাবলৈ সাহস নকৰিলে।

—ৰাতি পুৱা। ছুখুৱে কলে— পিতা, আজি আমাৰ মাছুল দিয়াৰ দিন। মাছুল নিদিলে হেনো পৰীক্ষা বন্ধ কৰি দিব।

— এতিয়া হাতত ফুটা কড়ি এটাও নাই। অহা কালি মই ৰঙিয়াৰ ডাক্তৰখানালৈ যাম, তোৰ মাছুল খিনিও দি আহিম গৈ।

যেনে কথা তেনে কাম। কান্ধত ৰঙা লাউ এটা লৈ লেডো ৰঙিয়াৰ ডাক্তৰখানা পালেগৈ। শহ শহ মানুহ। অহা আহিছে, যোৱা গৈছে। সি পোণ চাবেই ডাক্তৰৰ ওচৰলৈ গৈ সেৱা এটি জনালে আৰু ৰঙালাউটো ডাক্তৰৰ কাষতে থলে। ডাক্তৰবাবু যেনে-তেনে ৰঙা ঔষধ এবটল দিয়ক। কৈয়েই বটলটো মেজৰ ওপৰতে থলে। হাতৰ পৰা কলমটো থৈ ডাক্তৰে ৰঙা চকু দেখুৱাই— এই লাউটো কিয় আনিছ?

— আপোনাৰ বাবে ডাক্তৰবাবু।

— মই কৈছিলো?

- যিহেতু তাক ৰঙা ঔষধ লাগে, তাৰ প্ৰতীক স্বৰূপে ৰঙা বস্তু এটা লৈ আহিছে। ওচৰতে বহি থকা ভদ্ৰলোক এজনে কলে।

নহয় হেৰি, এই মানুহবোৰে জানি শুনিও আমাক বিপদত পেলায়। 'কটা, তই মোক ঘোচ খোৱা যেন পাইছ! আঁতৰ আঁতৰ ইয়াৰ পৰা।'

—এঃ দেউতাই দেখোন বৰ খং কৰিছে। আমিতো আৰু আপোনাক ঘৰলৈ নি পাঁচ টকা ভিজিট দিব নোৱাৰো, সেই বুলিহে ৰাবীৰ লাউটো—

— আঁতৰ ইয়াৰ পৰা, যা বাহিৰত থিয় হ গৈ। লেডো আঁতৰি

গৈ বাহিৰৰ খিৰিকীৰ মুখত ঠিয় হৈ আৰম্ভ কৰিলে— যোৱা বছৰো আমাৰ মাকৰ জ্বৰ হৈছিল, কৈছেনে বাবু, পাঁচ বটল ঔষধ খুৱালো, যেনে জ্বৰ তেনে থাকিল। পিছে কাকতি পণ্ডিতবাবুৰ বৈণীয়েকৰ বাধে নিয়া ৰঙা ঔষধ দুদাগ খুৱালো, জ্বৰ খতম্। ৰঙা ঔষধৰ বৰ প্ৰমাণ দৌতা।' উপস্থিত ভদ্ৰলোকজনে লেডৌৰ কথাত মিচিক্-মাচাক কৰি হাঁহি আছিল। ডাক্তৰে বৰ গভীৰ ভাৱে প্ৰশ্ন কৰিলে— হেৰ' ক কাৰ জ্বৰ ?

—আমাৰ মাকৰ দৌতা।

…নাম কি ? লেডৌৰ এইবাৰ মুখৰ মাত বন্ধ হ'ল। ডাক্তৰে পুনৰ সুধিলে… । ক নাম কি ?

—দৌতা, হাঁহক যে মাতে

—তোৰ লগত ভেঙুচালি কৰিবলৈ মোৰ সময় নাই

—লিখক খেদেলী নহয় নে ? উপস্থিত ভদ্ৰলোকজনে বলে

—হয়, হয়, দৌতাই উচিত কৈছে

—বয়স, ডাক্তৰে লেডৌৰ মুখৰ ফালে চালে

—বৰ ভুইকঁপৰ আগতে বিয়া হৈছিল দৌতা

—ইয়াৰ লগত বৰ মস্কিল হল।

—ধৰি দিয়ক চল্লিশ বছৰ। ভদ্ৰলোকজনে কলে

ডাক্তৰে পুনৰবাৰ সুধিলে— হৈছে কি

- দৌতা, জ্বৰ - আৰু—

—আৰু কি ?

—চুব নোৱাৰা হৈছে দৌতা।

লেডৌৰ কথা শুনি উপস্থিত ভদ্ৰলোক আৰু ডাক্তৰে দুয়ো হাঁহিলে। কাগজ এটুকুৰা লেডৌৰ হাতত দিলত, সি গৈ কম্পাউণ্ডাৰৰ ওচৰত ঠিয় হ'ল। উপস্থিত ভদ্ৰলোকজনে মন্তব্য কৰিলে— বৰ হোজা মানুহজন। মৰম লাগে। লেডৌ পুনৰ আহি উপস্থিত হ'ল। ডাক্তৰক সম্বোধন কৰি কলে— দৌতা, এইবোৰ দিবলৈকেহে লিখি দিছিল ? যেনেই পানী। ৰত্নিকান্ত দোকানী আৰু কাকতি পণ্ডিতে যে ৰঙা ঔষধ পায় মই বাৰু কিয় নেপাম !

—তোৰ পৰিবাৰৰ চুৰ নোৱাৰা হৈছে নহয় !

লেডৌ মনে মনে থাকিল। তাৰ পিছত কিবা ভাবি-চিন্তি স্কুল পালেগৈ। কান্ধত ৰঙা লাউটো··· হাতত বটল এফালৰ পৰা প্ৰত্যেকটো কুঠৰী চাই গ'ল— ছুখু ক'ত আছে, হঠাতে দেখা পাই শ্ৰেণীত সোমাই পৰিল। শিক্ষকে অলপ খঙৰ ভাৱ দেখুৱাই— তোমাক লাগে কি ?

—মই ছুখুৰ পিতাক, তাৰ মাছুল লৈ আহিছোঁ।

···অফিচ ৰুমলৈ যোৱা, তাতে দিয়াগৈ। শিক্ষকজনে ইঙ্গিত দিলত লেডৌ গ'ল। আঠু ওঁপৰলৈ গামোছা পিন্ধা, দাড়িয়ে-গোফে ভোবোকাৰ মানুহ এজনে কান্ধত ৰঙালাউ আৰু ঔষধৰ বটল লৈ সোমাই যোৱা বাবে শিক্ষকসকলে ইটোৱে-সিটোৰ মুখলৈ চালে। প্ৰধান শিক্ষকে সুধিলে··· কাক বিচাৰিছা ?

···আপুনি ছুখুৰ মাষ্টৰ নেকি ?

···ছুখু, কোন ছুখু ? প্ৰধান শিক্ষকৰ কথাত আন এজনে মাত দি 'ছাৰ ৩য় শ্ৰেণীৰ নতুন ছাত্ৰ, দীনদয়াল নামৰ। বাৰু কোৱাছোন কাকা, কি হল ? লেডৌয়ে কলে···বাবু, তাৰ মাছুলখিনি দিবলৈ আহিছোঁ। কিমান দিব লাগিব ?

···এটকা চাৰি অনা।

এটকা চাৰি অনা ! দৌৱা, এক টকা লওক, চাৰি অনা এৰক।

ঠিকেই কৈছো, এটকা চাৰি অনাই।

শিক্ষকসকলে এবাৰ লেডৌৰ পিনে এবাৰ হেডমাষ্টৰৰ মুখৰ পিনে চাইছে। কাৰো মুখত মাত বোল নাই। লেডৌয়ে পুনৰবাৰ কলে— 'এৰা-ধৰা কৰক দৌৱা, এক টকা লওঁক, চাৰি অনা পইচাও কম নকৰে নে ? মইতো বৰ বেছি কম কৰা নাই।' শিক্ষকজনে প্ৰধান শিক্ষকৰ ইঙ্গিত পাই এটকা ৰাখি লেডৌক বিদায় দিলে। সি যোৱাৰ পিছত শিক্ষকজনে কলে···শামুকৰ পেটত মাণিকৰ জন্ম, কথাষাৰ একেবাৰে সঁচা ! দীনদয়াল বোলা ছাত্ৰজন বৰ তীক্ষ্ণ বুদ্ধিৰ ল'ৰা। অকল বুধিয়ক নহয় সজ, সৰল। মই অঙ্কৰ বহী চাইছো, ছাৰ কতো পেঞ্চিলৰ আঁচ এডাল দিবৰ ঠাই নাই।'

আন এজন শিক্ষকে মাত লগাই— 'আৰু আচৰিত কথা, ডেৰ ঘন্টাতে লিখি শেষ কৰি বহীটো মেজতে থৈ যায়হে, মই চৌকিদাৰৰ দ্বাৰা মতাই আনি ধমকি দি কলো, এতিয়াও আধা সময় আছে, যা আৰু চেষ্টা কৰ।' সি কলে— 'আৰু লিখিবলৈ নাই ছাৰ।' 'তেনেহলে ৰিভাইচ কৰ গৈ যা, সি বুজি পোৱা নাছিল হবলা, মই বোলো, চকুফুৰাই চাগৈ, ভুল হলে ধৰা পৰিব। সি বোলে দুবাৰো চাইছেই।

প্ৰধান শিক্ষকে মিচিকিয়াই হাঁহি মাৰি— সেই কাৰণেইতো মই আপোনাক ইঙ্গিত দিলো, ময়ো ইংৰাজীৰ বহী পাইছো, শিক্ষকতা জীৱনত এয়ে প্ৰথম। এনে লৰা মই পোৱাই নাই।

মাছুল দি উঠি লেডৌৱে আৰু দুখুক মাত দিবলৈ বুলি তাৰ শ্ৰেণীত সোমালত আটাইবোৰ ছাত্ৰই এইবাৰ গিৰগিৰণি মাৰি হাঁহিলে। শিক্ষকে চকু তেৰা কৰি চালে, ছাত্ৰসকলৰ হাঁহি সাম কাটিল। লেডৌৱে সুধিলে— দৌতা, দুখুৰ মাছুল দিলো, আধা মাছুল কেতিয়াৰ পৰা হব?

—আমাৰ মিটিং হব, তাৰ পিছতেই সি পাব।

—মাকৰ জৰ, আজি তাক সোনকালে যাবলৈ দিব।

লেডৌৱে ৰঙালাউ আৰু ঔষধৰ বটলৰ ভাৰখন লৈ ওলাই গ'ল। ছাত্ৰসকলে পুনৰ হাঁহিলে— কিন্তু দুখুৰ মুখমণ্ডল বিৱৰ্ণ হৈছিল। পিতাকৰ এনে প্ৰৱেশত তাৰ পেটে পেটে পিতাকলৈ খঙো উঠিছিল। লেডৌ ওলাই যোৱাৰ পিছতে শিক্ষকজনে কলে— ছাত্ৰসকল তোমালোকে কিয় হাঁহিছিলা? তোমালোকৰ আঁচৰণত মই বৰ দুখ পালো। আমাৰ পিতা মাতাসকলৰ গতিবিধি এনেকুৱাই। ভাৰতবৰ্ষৰ হাবিয়ে-বননিয়ে সাত লক্ষ খন গাওঁ আছে। এই গাঁৱৰ মানুহবোৰ খেতিয়ক। কৃষকসকল সহজ সৰল আৰু সাধু প্ৰকৃতিৰ। লাহবিলাস তেওঁলোকে নাজানে, জানিলেও অৱস্থাৰ তাড়নাই নিদিয়ে। ভাৰত কৃষি প্ৰধান দেশ, কৃষিয়ে আমাৰ জীৱনৰ ঘাই মেৰুদণ্ড। আমি আটাইয়ে কৃষকৰ নাতি-পুতি।

তোমালোক আজি শিশু হৈ আছা, কাইলৈ দেশৰ সু-নাগৰিক হবা। দেশে তোমালোকৰ ওপৰত বহুতো আশা-ভৰসা ৰাখিছে। ভবিষ্যতে এনে আচৰণ কাকো নেদেখুৱাবাইক।

* * * *

লেডো যোৱাৰ পিছতে খেদেলীয়ে চোঁচৰি-মাজৰি গৈ বাৰীৰ খালত থৈলাখন আৰু কানি-কথাখন তিয়াই দিলে। শোৱাঠাইখিনি মাটি গোবৰেৰে তিনি মচা দি খাৰ খলিহৈৰে মূৰটো ধুলে। গা-মূৰ ধুই উঠি আন এখন ফটা থৈলা পাৰি, সেই ঠাইতে নিটাল দি শুই পৰিল।

· বেলি লহিয়াইছে। এনেতে ওলালহি লেডো। দেখে খেদেলী এতিয়াও মাটিতে পৰি আছে। সি কেৰাবাৰো মতাব পিছত তাই সাৰ পালে। —বোলো শুনিছনে, এই তোৰ ঔষধ, এতিয়াই খা। বটলটো তাইৰ আগত থৈ সি খালতে গাটো জুবুৰিৰাই ৰাতি ৰান্ধি থোৱা ভাত কেইটাকে খালে। কেকাই-গেথায় তাই কলে— পইতা, কৰকৰা আছে যদি এমুঠিমান মোকো দিয়া, নহলে গাত বল শকতি নাইকীয়া হৈছে, অহা কালি চাৰিদিনীয়া গা-মূৰ ধুই কিজানিবা এবাৰ পথাৰমুৱা হবই পাৰোঁ। সি মহা বিমোৰত পৰিল। তপতাই ৰান্ধিবলৈ তাৰ য সময় নাই। পথাৰত ৰোৱা দিয়া পেক্ শুকাই যায় এতিয়া। পইতা ভাত কেইটামান উলিয়াই দি সি কলে— 'মই হলে ভাল দেখা নাই।'

ঔষধ খাইছো যেতিয়া ভাল পাম হব পায়। সি অহা নাই নে?

বোধহয় লেডোৰ কাণত নপৰিল— সি কঠীয়াতলিলৈ গ'ল।

চকা পাতত বহাৰ লগে লগে ছখু আহি ঘৰ পালে। দেখে মাকৰ ওচৰতে আধা খোৱা এখন ভাতৰ কাহি।

—মাই তুমি পইতা ভাত খালা?

—অ বাচা, কিজানিবা কালি এবাৰ পথাৰলৈ যাবই পাৰো।

—আজি ভাত ৰন্ধা নাই? সদায় সদায় কিমান খাম পইতাবোৰ।

—আজি খা বাচা, কালিলৈ মই ৰান্ধিব পাৰিম। অলপ লোণ, তেল ল।

—তেল আছে জানো। শৰহিৰ পৰাই নাই।

খাই-বই উঠি ছখুই নিত্য-নৈমিত্তিক কৰ্ম্মত ব্যস্ত হ'ল। চাৰিখন পাৰি সি পঢ়াত লাগিল। আহিল পিতাক। হাতৰ কিতাপখন থৈ প্ৰশ্ন কৰিলে

—মাই আজিও এই জেকা ঠাইখিনিতে শুব নেকি?

—অ মানুহে আমাক নিন্দা কৰিব ? কাইলৈহে চাওঁত শুব পাৰিব একো নকৈ সি মনে মনে থাকি পঢ়াত লাগিল।

দিনৰ দিনটো পৰিশ্ৰম কৰা লেডৌ আৰু দুখু টোপনিৰ কৰাল গ্ৰাসত পৰিল। কিন্তু খেদেলী ! ধৰফৰ চটফট কৰি গোটেই মজিয়াতে বাগৰিলে। মাজ নিশাৰ পিছত কি হল কোনেও কব নোৱাৰে।

ৰাতি পুৱাল। উঠিয়েই লেডৌ নাঙলখন কান্ধত লৈ পথাৰ মুৱা হল। দুখুৱে দেখে নিতাল মাৰি মাক মাটিতে পৰি আছে। এবাৰ ডুবাবমান মাতি মাত নাপাই সি পথাৰত কঠীয়া এভাৰ থৈ আহিলগৈ॥ স্কুললৈ যাবৰ হয়েই। কিন্তু মাকৰ টোপনি ভঙা নাই। সি ওচৰলৈ গৈ মাকক মাতিলে প্ৰথমে সৰুকৈ, ক্ৰমাগত ডাঙৰকৈ, শেষত চিঞঁৰি চিঞঁৰি মাতি খলক লগাই দিলে। গাত হাত দি চাই দেখে—বৰফ যেন চেঁচা।

দুখুৰ চিঞঁৰত আবুয়েক আহিনী আহিল। দূৰতে থিয় হৈ থাকি কলে— দুখু, গাত হাত দি চা, কুলক্ষণীয়ে ঘৰটো চুৱা কৰিলে হব পায়। ওচৰ-চুবুৰীয়া, ল'ৰা ভিৰোতা আহি ঘৰ ভৰি পৰিল। আহি-নীয়ে কলে 'বোপাইঁত নাকৰ নিশ্বাস চা, আছে যদি বাহিৰ উলিয়া, বাহিৰ উলিয়া—' বুলি বুঢ়ীয়ে গৈ ঘৰ পালে। আটাইবোৰ মানুহ খেদেলীৰ লগত ব্যস্ত হ'ল। কোনোৱে সেকিলে, কোনোৱে বা মালিচ কৰিলে, কোনোজনে বা বিচিলে। কাকতি পণ্ডিতে আহি নাড়ী চাই পৰীক্ষা কৰি কলে— জীউ এতিয়াও যোৱা নাইহঁক। তৎক্ষণাত ডাক্তৰ পালে হয়তো বাচি যাব পাৰে। শাস্তিৰামে বোলে— এই মাত্ৰ আলিয়েদি ডাক্তৰ বাবু বামুণপাৰাৰ ফালে যোৱা দেখিলো।

বোধহয়, ভাৰতীৰ তাতে থাকিব পাৰে। বাসৱ, তুমি চাই-কেল জানা নহয়— মোৰ চাইকেলখন লৈ যোৱা বেগাই।

ডাক্তৰ আহিল। ৰুগী চাইয়েই কলে— 'পণ্ডিতবাবু চেপিক্ৰেল মলেৰীয়া·· অসম্ভৱ। চিকিৎসাৰ বাহিৰ। তথাপি এটা বেজি দি চাব পাৰোঁ। কিন্তু আশা কম।'

ডাক্তৰে বেজী দিলেহয় লগে লগে খেদেলীৰ প্ৰাণ পখি উৰি

গল। সন্যাস্তৰ বিধানক চিকিৎসাই স্বীকৃতি নিদিলে কাকতি। অন্ততঃ ইমান দিন জ্বৰত ভোগা মানুহজনীক খাটত শুৱাই থোৱাহেঁতেন এনেতো হবলৈ নেপালেহেঁতেন।

আহিনী বুঢ়ীয়ে ধৰি ললে যে খেদেলী আৰু জীয়াই নাই। সকলো মানুহ ৰেমাৰীৰ লগত লাগি থাকোঁতে তাই ভাত কেইটা খাই আহিল। ডাক্তৰৰ কথাত আহিনীয়ে কলে— আজিহে চাৰিদিনীয়া গা ধুলে হয়। ডাক্তৰে গম্ভীৰ ভাৱে কলে— বৰ ভাল হল, আজিৰ পৰা কোনো দিনীয়া গা ধুবলৈ আৰু নাহে। ইহ সংসাৰৰ পৰা চিৰ বিদায় ললে। ছখুয়ে টেটুফালি কান্দিলে— মাই! মাই !!

লেডৌৰে কন্দা নাই—মূৰে কপালে হাত দি বহি আছে।

## তিনি

কলিতাকুছিৰ গাতে লগা আন এখন গাওঁ বামুণপাৰা। প্ৰায় ছয়কুৰি ঘৰ মানুহৰ বাসভূমি বামুণপাৰা। গাঁৱৰ মাজভাগত কেই ঘৰমান বামুণ, বাকীবোৰ কোচ, কলিতা, কেওট আদি। বামুণ কেইঘৰৰ মাজৰ এটা পৰিয়াল। বাটৰ কাষৰ পৰা ডেৰ ভাঁৰমান ঠাই এৰি এটি ধুনীয়া টিং ঘৰ। এই বঙলা ঘৰটোৰ সমুখত নানা বিধ ফুলৰ এখনি বাগিচা। বাগিচাখনিয়ে ঘৰটোৰ জেউতি ছগুণে চৰাইছে। বঙলাটোৰ পূব ফালে আৰু এটা সৰু ধুনীয়া ঘৰ। এইটো পূজাঘৰ। পূজাঘৰ আৰু বঙলাটোৰ মাজেৰে ভিতৰ চোতাললৈ যোৱা পথ। তাৰো ছুয়ো কাষে ফুল-তুলসীৰ গছ। চোতালখনৰ চাৰিওফালে চাৰিটা ঘৰ। পশ্চিমে গোহালী, পূবে ধানৰ ভঁৰাল আৰু দক্ষিণে পাকঘৰ। পাকঘৰৰ পিছ ফালে এখন ডাঙৰ বাৰাণ্ডা, তাতে এটা ঢেঁকী। ঢেঁকীশালৰ পৰাই তামোল-পাণৰ মেটমৰা বাৰীখন।

এই গৃহস্থীখনৰ গৰাকীজন হ'ল শ্ৰীগুণগোবিন্দ ভাৰতী। অকল এইখন গাঁৱতে নহয়, এই অঞ্চলটোৰ ভিতৰত খনে-খানে, বিদ্যা-

বুদ্ধিয়ে জাকত জিলিকা এনে পৰিয়াল গাওঁখনত নাই।

শ্ৰীগুণগোবিন্দ ভাৰতীয়ে নৱদ্বীপত সংস্কৃতত কেইটামান উপাধি লৈ কোনোবা এখন স্কুলত শিক্ষকতা কৰিছিল, কিন্তু পাৰিতোষিক কম হোৱাত আৰু ঘৰ-সংসাৰ চলোৱাৰ উপযুক্ত মানুহ নথকাত গাঁৱতে বহিছেহি। খেতি পথাৰ পৰিচালনা কৰাৰ উপৰিও ভাৰতীয়ে মৰকাম, শ্ৰাদ্ধাদি কৰে আৰু গণনা কাৰ্য্যও সম্পাদনা কৰে। সংস্কৃত ভাষাত জ্ঞান থকা বুলি ভাৰতীৰ নাম আছে কাৰণে ভাৰতী বহি থাকিব লগীয়া হোৱা নাই। শ্ৰীগুণগোবিন্দ ভাৰতীৰ তিনিজন ভাই-ককাই। ডাঙৰ-জন শ্ৰীৰঘুগোবিন্দ ভাৰতী বিলাতত থাকে। বিলাত মানে কোচ-বিহাৰ। এতিয়া তাতে নিগাজীকৈ বাস কৰিছে। তৃতীয়জন শ্ৰীহৰগোবিন্দ ভাৰতী বি, এ, বি, এল; গুৱাহাটী চহৰত ওকালতি কৰে।

ভাৰতীৰ দেউতাক ৺ৰাধাগোবিন্দ ভাৰতীৰ ১৫০ বিঘা খেৰাজ আৰু ১৫০ বিঘা নিষ্পিখেৰাজ মাটি। এই জমী-জিৰাতৰ বৰ্ত্তমান একমাত্ৰ গৰাকী গুণগোবিন্দ ভাৰতী। বাকী দুজনে নিজা নিজাকৈ সংস্থাপন হৈছেই। ভাৰতীৰ একমাত্ৰ ল'ৰা নিত্যগোবিন্দ ভাৰতী, চহৰত উকীল হৰগোবিন্দ ভাৰতীৰ লগতে থাকে।

শ্ৰীগুণগোবিন্দ পণ্ডিত মানুহ। কাম-কাজত পণ্ডিত, কথাত পণ্ডিত, পিন্ধন-উৰণ, চলন-ফুৰণ সকলোতে পণ্ডিত। মিঠাবৰণীয়া ওখপাখ মানুহ, কপালত আৰু কাণৰ দুই লতিত বগা চন্দনৰ ফোট, গাত ৰাম-নামী, হাতত লাঠী, ভৰিত খৰম, দূৰ ঠাইলৈ গলে জোতা। বিস্তৃত অঞ্চলটোৰ মেল-দৰবাৰ, সভা-সমিতিত আগ ভাগখন— ভাৰতীৰ। ভাৰতী এজন সুখ্যাত মেলকীও।

বিধবা তিৰীৰ সোণ বঢ়া, মাটি হেঁচা, সীমা ঠেলা, বেৰা ভঙা, কোণা কাটা আদি মেলৰ বিচাৰ ভাৰতীয়ে নিজৰ বহাৰী ঘৰতে কৰে। অমিমাংসিত বিচাৰ ভায়েক হৰগোবিন্দ ভাৰতীৰ তালৈ পঠিয়াই।

গুণগোবিন্দ ভাৰতী লেডৌৰো পুৰোহিত। এনে এজন বিজ্ঞ, ধনী-মানী সৰ্ব্বগুণসম্পন্ন মানুহ যে লেডৌৰ পুৰোহিত এইটোৱে তাৰ গৌৰৱ। বাতিপুৱাই লেডৌ পুৰোহিত গুণ গোবিন্দ ভাৰতীৰ চ'ৰা ঘৰত

উপস্থিত। ভাৰতীয়ে গুৰগুৰি হোকাত ধপাত হুপি বহি আছিল। 'প্ৰভু' বুলি গলত গামোছাখন লৈ সি মাটিত দীঘল দি পৰিল। ভৰি ছুই সেৱা কৰিবলৈ তাৰ সাহস নাই। কিয়নো ভাৰতীদেৱে ধপাত চিলিমৰ মোহত ৰাতিপুৱাই গা ধোৱে। এই কথা প্ৰায়ে জানে। ভৰি ছুই সেৱা কৰা অপৰাধত কেবাজনো যজমানৰ লতি-ঘটি হোৱাটোও লেডৌৰ মনত আছে। সেৱা শেষ কৰি লেডৌ বহিল। হোকাৰ পৰা মুখ এৰি ভাৰতীয়ে আৰম্ভ কৰিলে— তোক্ বোলে দুখুৰ মাকে বজা কৰি থৈ গ'ল ?

—কি কম প্ৰভু, এনেকৈ মুৰত টঙনিয়াই মাৰিব বুলি ভবাই নাছিলোঁ। এতিয়া চিন্তা হৈছে, মুখৰ ছাইখিনি গুচাও কেনেকৈ। তাইতো মৰিলেই, লগতে আমাকো মাৰি থৈ গল দৌতা।

—কিবা এটা কৰ, ল'ৰাজনৰ গালৈ বেয়া নহয়।

—তাকেইতো প্ৰভু, কি কৰোঁ এথোন। ইপিনে খোৱা মুঠিৰো টান। গাওঁবুঢ়াই এমোণ ধান দি সহায় নকৰা হলে বিপদেই।

ভাৰতী এবাৰ হোকাৰ নলীত মুখ দিয়ে আৰু এবাৰ লেডৌলৈকে চাই। এইবাৰ ভাৰতীয়ে বৰ গহীন সুৰত কলে— এৰা দিনবোৰ কিবাহে হ'ল। নহবইবা কিয়। ঈশ্বৰক পাহৰিলে। ধৰ্ম্ম, কৰ্ম্ম, দান-দক্ষিণা সকলো গ'ল। বামুণ-গোসাই নমনা হ'ল। দেশ ৰসাতললৈ নাঃায় হব কি ? ধৰি লোৱা তোমাৰ পিতাৰাৰ কথাই। আতাৰাৰ আদ্য শ্ৰাদ্ধত কিযে নকৰিছিল। মই তেতিয়া সৰু ল'ৰা। আজিও মোৰ মনত আছে— সাতোটা খাহী মাৰি সাত গাঁৱৰ বামুণ সমাজক মাতি ব্ৰহ্ম ভোজন দিছিল। এতিয়া কিজানি বাপেৰৰ শ্ৰাদ্ধৰ দিনটোৰ কথাই কব নোৱাৰ।' ভাৰতীয়ে আৰু হোকাৰ নলীত মুখ দিলে। লেডৌৱে লাহেকৈ কলে— সেই ৰামো নাই, অযোধ্যাও নাই প্ৰভু। ককাদেউতাৰ দিনত আঢ়ৈ কুৰি বিঘা জমী আছিল। আজি বিলৰ বুকুত জাঁহ গ'ল। মই বাওঁ মৰকীয়া হাল।

ময়ো তাকেই কৈছো। আমাৰ পিতা-আতা চৈধ্য পুৰুষে ঈশ্বৰ, ধৰ্ম্ম, ব্ৰাহ্মণ, গোসাই কাক বোলে জানিছিল বাবে অভাৱ নাছিল। যেনেকৈ দিছিল, তেনেকৈ আহিছিল।

ভাৰতীৰ কথা শুনি লেডৌৱে তলকা মাৰি বহি থাকিল। ভাবিলে প্ৰভুৰ পৰা অকণমান বেহাই পোৱাৰ আশাত আহিছিলো, পিছে কথাৰ গতি দেখোন কেনেকুৱা! মনে মনে থকা দেখি ভাৰতীয়ে কলে—

—লেডৌ, মই এঠাইলৈ যাব লাগে, এতিয়া যোৱাহে

—প্ৰভু, এটা সহজ উপায় দিয়ক

—হেৰা আজি কালি এটা বৰ সহজ উপায় ওলাইছে। শ্ৰাদ্ধ, পিণ্ড একো নাই। এঘাৰ দিনৰ দিনা কিবা হৰি-নাম কীৰ্ত্তন কৰিলে একেবাৰে শুদ্ধ হৈ যায়। তুমিও সেইটোকে কৰা। খৰচ কমিব। তাত দান-দক্ষিণাৰ কথা নাই। সিপিনে এই দলৰ বৰ ধুম উঠিছে। আমাৰ ইয়াতো তুমিয়ে আৱিস্কাৰ কৰি দিয়া—হেঃ হেঃ

—ৰাম ৰাম প্ৰভু ঈশ্বৰ মোক তেনে নেভাবিব। শ্ৰাদ্ধৰ দিনালৈ নিমন্ত্ৰণ থাকিল।

—হেৰা লেডৌ, শহাপহুৰ কাণতকৈও গুণগোৱিন্দৰ কাণ আৰু এখোপ চৰা। মোৰ কাণত পৰিছে বৰা। এই গজগজীয়া ডেকাৰ দলটো। সিহতে বোলে আলচ কৰিছেই। মই জঁয়াই থকালৈকে দালি নগলিবহে— ঠিক জানি লবা— হেঃ হেঃ। পিছে মই তোমাক কোৱা নাই দে। ই তোমাৰ মোৰ কথা। পিছে শ্ৰাদ্ধৰ দিন একা ?

— আজিৰ পৰা বাৰ দিন আছে প্ৰভু।

—ৰবা, ৰবা; পৰশুৰাম কাননগোৰ পিতাকৰ শ্ৰাদ্ধৰ দিনা যদি পৰিছে মই যাব নোৱাৰিম। নহলে ৰতি শৰ্ম্মাক পঠাই দিম যোৱা। ভাৰতীৰ শ্ৰাদ্ধ সকামাদি ইমান বেছি যে চম্ভালিব নোৱাৰিলে ৰতি শৰ্ম্মাক পঠাই দিয়ে। দান-দক্ষিণা যি পাই দুয়োৰে সমান সমান ভাগ। লেডৌয়ে মাত দি— প্ৰভু, আপুনি নিজে গৈ ল'ৰাটিক আশীৰ্ব্বাদ দিলে অধম বৰ সন্তোষিত হম।' অলপ সময় ভাবি থাকি ভাৰতীয়ে 'বাৰু যোৱাচোন, চেষ্টা কৰি চাম।'

মাহ পূৰ হ'ল। লেডৌয়ে ভেকোবাম গাওঁবুঢ়াৰ পৰা দুমোণ ধান আৰু দহ টকা ধাৰ, হীৰালাল কেঞাৰ পৰা লাগতিয়াল সামগ্ৰী বাকী কৰি আনি শ্ৰাদ্ধৰ যোগাৰ কৰিছে।

আজি খেদেশীৰ আদ্য শ্ৰাদ্ধ। আহিনী বুঢ়ীৰ গাত জ্বৰ নাই।

শ্ৰাদ্ধৰ সকলো যোগাৰৰ ভাৰ আহিনীৰ ওপৰতে। শ্ৰাদ্ধৰ মাহ-প্ৰসাদ, পিণ্ডৰ বাবে সকলো বস্তু-বেহানি ঠিকঠাক হ'ল। বেলি দুপৰ হ'ল। দুখু ভোকত অস্থিৰ, কিন্তু ভাৰতী নাই। লেডৌৱে এবাৰ নঙলা মুখ, এবাৰ ভিতৰ চোতাললৈ অহা-যোৱা কৰিয়েই আছে। একোবাৰ ভাবে— প্ৰভুৰ কিবা হ'ল নেকি? নে সি যাবই। এনেতে ভাৰতী আহি উপস্থিত। বৰপীৰা এখনৰ ওপৰত ভুটীয়া ৰঙা কম্বল, তাৰ ওপৰত খনীয়া বৰ কাপোৰ এখন পাৰি দিলে। আহিনীয়ে কলে— দুখু পুৰোহিতৰ ভৰি ধুৱাই দে আৰু অৱশিষ্ট পানীখিনি মূৰত ল। আবুয়েকৰ আদেশ মতে দুখুৱে কাৰ্য্য সম্পাদন কৰিলে। পুৰোহিত আসনাধীস্থ হ'ল। 'প্ৰভুৰ দেখোন বৰ দেৰি হ'ল॥' আহিনীৰ প্ৰশ্নৰ উত্তৰত ভাৰতীয়ে কলে— নকবা দিয়া, এওঁ অহাৰ পিছতে ডেকাপাৰাৰ হৰিধন ঠাকুৰীয়াৰ পিতাকৰ শ্ৰাদ্ধৰ নিমন্ত্ৰণ পালো। তাৰ পৰা ৰায়পাৰাৰ সোণাৰাম গাওঁবুঢ়াক প্ৰায়চিত্ত কৰিলোঁ।

—গাওঁবুঢ়াৰ আক' কি হল?

—তাৰো দিন বেয়া আছিল হব পায়। গোহালীত বান্ধি থোৱা দামুৰিটো ৰাতি বাঘে মাৰি থৈ গ'ল। বেদমতে ৪ ধেনু প্ৰায়চিত্ত হয়। গাওঁবুঢ়াৰ বামুণ আছিল সোমেশ্বৰ পণ্ডিত। নাপিতৰ ঘৰত খোৱা বাবে ৰায়পাৰাৰ সমূহ গঞাই তাক জুই-পানীয়ে আলগ কৰি থলে। ৰায়পাৰাৰ সাতকুৰি যজমান এতিয়া মোৰেই।

—তেনেহলে প্ৰভুৱে দুঠাইত দুসাজ খাই উঠি আমাৰ খুৰীক স্বৰ্গলৈ পঠিয়াবৰ ব্যৱস্থা কৰিছে। এজন ডেকাই ঠাট্টাৰ সুৰত কলে।

—ডেকাহঁত, বামুণ, গোসাঁইৰ দোষ ধৰিব নাপায়। শ্ৰাদ্ধত অশ্ৰদ্ধা হয়।

—কিন্তু এই কোমল বয়সীয়া লৰাজন যদি কালিৰ পৰা উপ-বাসে থাকিব পাৰে আপুনিনো কিয় দুসাজ খাই আহিল।

—এই কাৰণেইতো মানুহ ধ্বংস হৈছে, গুৰু-গোঁসাইক দোষে নাপায়

—প্ৰভুৱে খং কৰিছে কিয়॥

—কাম, ক্ৰোধ, লোভ, মোহক বশ কৰিব পাৰিলেহে ব্ৰহ্মত্ব লাভ হয়।

আনে খিয়ে নকওক, প্ৰভুয়ে কাণ দিয়ে কিয় ? কাম কৰি যাওক প্ৰভু ।

ডেকাসকলৰ আচৰণত ভাৰতী বৰ ক্ষুব্ধ হৈছিল যদিও মনে মনে থকাটোকে বিবেচনা কৰি কামত মন দিলে ।

শ্ৰাদ্ধ আৰম্ভ হ'ল । সংস্কৃতত পূৰ্ণ অধিকাৰ থকা পণ্ডিতপ্ৰৱৰ ভাৰতী দ্ৰুত গতিত আগ বাঢ়িল । মাজতে এবাৰ মাথো কলে— লেডৌ, দান-দক্ষিণা কি দিবা ? তিৰোতা মানুহ মৰিলে— সোণ আৰু গাই-দামুৰী দিয়াৰ নিয়ম । বংশ পৰিয়ালৰ মঙ্গলৰ অৰ্থে— সক্ষমসকলে বামুণ-গোঁসাইক অপাৰ ধন-সম্পত্তি দান কৰে । তোমাৰ ক্ষমতাৰে সামৰিব পাৰা যদি অলপ সোণ আৰু গাই-দামুৰী দান কৰা ভাল ।

ভাৰতীয়ে গাই-দামুৰীত প্ৰাধান্য দিয়াৰ গূঢ়াৰ্থ হল— লেডৌৰ গাই জনীৰ বেচ গাখীৰ আছে, তাৰোপৰি বছৰ পিয়নি ।

—প্ৰভু, মোৰ অৱস্থা দেখোন জানেই । মৰকীয়া হাল বাই খোৱা মানুহ ।

—তোৰ লৰাটোৰ মঙ্গলৰ অৰ্থে দান কৰাটো ভাল ।

ভাৰতীৰ কথাত আহিনীবুঢ়ীয়ে কলে— লেডৌ, হয়তো সোণ নহয়তো গৰু এটা দিব লাগিব, নহলে ভাই বৈতৰণী পাৰ হব কেনেকৈ ?

—তেনেহলে চেউৰী জনীকে দান কৰিলো ।

—আবু, এবছৰীয়া কাল্লাটোৱে খুৰীক জানো পাৰ কৰাব পাৰিব ? খুৰীতো কম শকত নাছিল । পৰশুৰামৰ কথাত মাধৱে মাত দি— "ধেৎ, বৌ মৰাৰ সময়ত ক্ষীণাইছিল নহয় । অৱশ্যে প্ৰভুৱে যদি ভালদৰে দানা-পানী খুৱালে চেউৰী জনী ভাল ক্ষীৰতী গাই হব, আৰু আমাৰ খুৰী পাৰ হবও পাৰিব ।"

আন এজন ডেকাই মাত লগাই— ইমান দিন খেদেলীয়ে কি কৰিব ?

আন এজনে তপৰাই মাত দি— 'ই বৰ অকৰা অ' তেওঁ বৈতৰণীৰ পাৰতে অপেক্ষা কৰি থাকিব । ডেকা মখাই খিলখিল কৰি হাঁহিলে । ভাৰতী কিন্তু মনে মনে থাকিল ।

## চাৰি

"বাপা লেডৌ, তোৰ কপালত বিধাতাই দুখন গৃহস্থী লিখিছিল। খণ্ডন কৰিবি কেনেকৈ।" খুৰীয়েক আহিনীয়ে তামোল খুন্দি খুন্দি কথাৰ বকলা মেলিলে। লেডৌৱে অলপ ভাবি-চিন্তি কলে— "খুৰী তেনে কথা নকবা। দ্বিতীয় সংসাৰ নকৰিম বুলিয়েই ভাবিছোঁ। ভাবিৰাম মণ্ডলৰ ঘৰত দেখিছাই দেখোন। সকুজনীৰ হিংসাত ডাঙৰজনীয়ে শেহান্তৰত ভাতৰ লগত বিহ দি মণ্ডলক মাৰিলে। পায়কু ঠাকুৰীয়াৰ ঘৰত বিমাতাৰ কাৰণে থৈয়া-নথৈয়া ৰণ— ৰামৰাজ্যতো কৈকেয়ীয়ে কিথন নকৰিছিল। লৰাজনৰ মঙ্গল চিন্তা কৰিয়েই এনেবোৰ পাপ কথাক মনত ঠাই দিয়া নাই।

—এটা ল'ৰা, এটা ফল, বতাহ বৰষুণত কিবাকৈ সৰি নপৰিল বা পৰিল, এনেয়ে গ'ল। কোনোবাই এটা ফলকো আশা কৰেনে?

আহিনীয়ে লেডৌক মান্তি কৰাব নোৱাৰিলে।

এদিনাখনৰ কথা। এখন বৰ ডাঙৰ মেল বিচাৰ কৰিবলৈ ভাৰতী এই পিনেদি যায়— এনেতে আহিনীবুঢ়ীয়ে ভাৰতীক মাতি আনি লেডৌৰ ঘৰতে বহুৱালে। লেডৌৱে বাইঁবন কৰি আছিল, ভাৰতীৰ আগমনত আঠু লৈ সেৱা কৰি বৰপীৰাখন পাৰি বহিবলৈ দিলে। আহিনীয়ে আৰম্ভ কৰিলে, প্ৰভু ঈশ্বৰ থাকোতে আমাৰ ইয়াৰ সংসাৰখন অথলে যায় দেখোন। কিবা এটা দিহা-ভৰসা দিয়ক। আহিনীৰ কথাত ভাৰতীয়ে তপৰাই মাত দি— এইবিলাক কি মইমতালি লগাইছ লেডৌ, এনে ডেকা বয়সৰ পৰাই বৰলা হৈ থাকিবি নে? গছৰ আগ যেন দিন আছে, সংসাৰখন কৰ। ল'ৰাজনৰ কাৰণেই দ্বিতীয় সংসাৰ তোৰ অতি প্ৰয়োজন। আমাৰ গাঁৱৰে হলিৰামৰ জীয়েকক ঠিক কৰি দিওঁ, দেখনে-শুৱনে বৰ উত্তম নহয় যদিও, কামে-কাজে ভাল ছোৱালী। আৰু ল'ৰাজনৰো মৰম বুজিব। কেনে দেখা আহিনী?"

আহিনীয়ে মুখখন এপাচিমান ক'লা কৰি কলে— এঃ হলিয়াহঁত ভাল কলিতা নহয়। সিহঁত সৰু কলিতা। নীহকুলীয়া ছোৱালী আনি বংশত চেকা লগাম নে? লাগে লেডৌ দাংবৰলা হৈয়ে থাকক— ।"

আহিনী বুঢ়ী বৰ নিৰ্ভীক, স্পষ্টবাদী আৰু চতুৰা। ভাৰতীয়ে মনে মনে

থকা দেখি আহিনী বুঢ়ীয়ে আকৌ আৰম্ভ কৰিলে। 'মই হ'লে আমাৰে ঘৰৰ কি বোলে— ডেকাপাৰাৰে কীৰতনাৰ ছোৱালী হোলাৰ কথা ভাবিছো। এইজনী ছোৱালীকে মোৰ ডাঙৰ বাপালৈকে দিয়াৰ কথা আছিল। পিছে কোনোৱা শত্তৰুৱে কীৰতনাক ফুচুলালে— নহ'ল। অকুমাৰীতে বিয়া হোৱা ছোৱালী— ভাগ্যৰ লিখন, নাযায় খণ্ডন, পাছবিয়া নহওঁতেই গিৰীয়েক মৰিল। কীৰতনাই ৰাইজৰ দেনা-পাওনা মাৰি থৈছেই, গাধনো দিব নেলাগে, এই জনীয়ে মো'ৰ পচন্দ হয়, ছোৱালীও দেৱীটো যেন।

—অ মানে বিধৱা বিয়া। তহঁত শূদ্ৰীৰ মানুহ যেতিয়া বাধা নাই, বামুণৰ হ'লে বিধৱা বিয়া কৰাবলৈ বেদে নকয়।

—এঃ এৰক প্ৰভু, নলবাৰীৰ গৌৰীদত্ত বাপুৰ ডাঙৰজনে গুৱাহাটীৰ শূদ্ৰীৰৰ বিধৱা এজনী আনিছে, মই নিজে দেখি আহিছোঁ।

—আহিনী, সিহঁত জানো ভাল বামুণ? টিকনি ৰাখি লণ্ডণভাল পিন্ধিলেই বামুণ নহয়। সিহঁতৰ আতি-গুৰি জানো মই। অসমত যদি কোনোবা শুদ্ধ বামুণ আছো— আমি। নহলেনো আহোম ৰজাই কটকী পঠাই মিথিলাৰ পৰা আনি এই জমী-জমা এনেয়ে দান কৰেনে।

বৰ গৌৰৱেৰে কথাখিনি কোৱাত আহিনীয়ে কিন্তু পেটে ভাল নেপালে। লেডৌয়ে হয়ভৰ দি ভাৰতীৰ কথাত— "হয়, হয় প্ৰভুসকল একেবাৰে ব্ৰহ্মাৰ বংশধৰ। আহিনীয়ে তপৰাই মাত দি— 'তই নেজান ব, এনেয়ে উপৰে তলে মাত দিয়। এই সাতকুৰি বিঘা জমী বোলে কোনোবা ৰজাই আমাৰ এই নাপিতহঁতৰ বুঢ়াক দান দি গৈছিল। বীৰেনহঁতৰ আজু ককাকৰ পিতাকেনে কোনে বোলে আমাৰ প্ৰভুৰ আতাকক খৰ দিছিল, কিবা বোলে মোহৰ চোহৰ··· এই কথালৈ বীৰেনৰ পিতাক আৰু প্ৰভুৰ পিতাকৰ হাই-কাজিয়াও গৈছে। মহাৰাণীৰ আমোলত বোলে জমীত প্ৰভুসকলে নাম লগাই লৈছে। আচলতে এই মাটি নাপিত চুবুৰীৰ হে।' বুঢ়ীয়ে আৰু কথাৰ বকলা মেলে বুলি ভাৰতীয়ে··· আহিনী, তই থাকোঁতে লেডৌৰ সংসাৰ নহ'বৰ কাৰণ নাই। তই বন্ধ কৰ, লেডৌ খুৰীয়েৰৰ কথা মতে কাম হব। মোৰ বেলি হ'ল— মই উঠোহে এতিয়া— ভাৰতী গ'ল।

আহিনী গৈ বিয়াৰ সকলো ঠিক-ভাগ কৰি আহিল। অতি

সাধাৰণ ভাৱে, উৎসৱহীন, আৰম্বৰহীন এখনি বিয়া হৈ গ'ল। এক বিয়াৰ বিধবা, কীৰতনা ঠাকুৰীয়াৰ ছোৱালী হেলাৰ লগত আদবয়সীয়া লেডৌৰ দ্বিতীয় সংসাৰ আৰম্ভ হল , দুখুৰ আনন্দ অপাৰ··· মাহীমাকক পায়।

লেডৌৰ গলত এতিয়া চাৰিকুৰি ধাৰ। খেদেলীৰ আদ্য শ্ৰাদ্ধত আঠৈকুড়ি আৰু বিয়াত ডেৰকুড়ি। চিন্তা-ভাবনাত ৰাতি পাল তাৰ টোপনি নহয়। ভেকোৰাম গাওঁবুঢ়াৰ তাত চাৰি মোণ ধান আছেই। হীৰালাল কেঞাই কেবাবাৰো তাগিদাত আহিছেই। ভেকোৰামে অৱশ্যে কৈছে— কেঞা মাৰোৱাৰীবোৰ ভাল মানুহ নহয়, তাৰ ধাৰ খিনি মাৰ্, মোৰ খিনি পিছে পৰেও দিবি।

গৃহস্থালীৰ সকলো ভাৰ দুখুৰ ওপৰত জাপি দি হাতত দা এখন লৈ লেডৌয়ে প্ৰবাসলৈ বুলি যাত্ৰা কৰিলে। চতুৰ্থ মান শ্ৰেণীৰ ছাত্ৰ এঘাৰ বছৰীয়া দুখুৱে ভেকোৰাম গাওঁবুঢ়াৰ মৰকীয়া হালত ধৰিলে।

* * *

ভেকোৰাম গাওবুঢ়াই হৰিণক পাঠশালাৰ দেওনাখন পাৰ কৰাই ৰঙিয়াৰ মাইনৰ স্কুলত নাম ভৰ্ত্তি কৰি দিলে। দিনে আঠ মাইল বাট বুলি অহা-যোৱা কৰাত কষ্ট পাব বুলি আৰু পঢ়া শুনাতো আগ বাঢ়িব নোৱাৰিব ভাবি তাক দূৰ সম্বন্ধীয় পেহীয়েকৰ তাতে ৰাখিলে। প্ৰথম বছৰটো ভাল ভাৱে গ'ল। ৰঙিয়াৰ সৰস্বতী পূজালৈ কামাখ্যাৰ বঙালী যাত্ৰা গান আহিছিল, তেওঁলোকৰ অভিনয়ে সকলোকে স্তম্ভিত কৰিলে। ইয়াকে দেখি দিয়াৰবড়ীয়া ডেকামখাই এজোৰ যাত্ৰাপাৰ্টি খোলাৰ বন্দবস্ত কৰিলে। এই উদ্যোক্তাসকলৰ ভিতৰত ভেকোৰামৰ ল'ৰা হৰিনো আছিল। হৰিনৰ কথা— যদি যাত্ৰাগান হয়— ভাল যাত্ৰাপাৰ্টি হোৱাই ভাল। পইচা আৰ্জিবলৈ হলে— ভাল পাৰ্টি হব লাগে। বাহিৰৰ পৰা নাম কৰা ওস্তাদ আনি শিক্ষা লব লাগে। আন এজনে কয়— ভাল যাত্ৰাপাৰ্টি হবলৈ হ'লে, বহুতো টকা লাগিব, ড্ৰেছ, বাদ্যযন্ত্ৰ আদিত বহুতো টকাৰ আৱশ্যক। আন এজনে হয়তো অতিমত প্ৰকাশ কৰিলে—

—আমি গাঁৱৰ তিথি মহোৎসৱ বং-ধেমালী কৰাৰ কাৰণে নিজে নিজে যি জানো দেখুৱাব লাগে। হৰিনৰ মততে সকলোৱে

সমৰ্থন দিলে। ভাল ভাল এক্টৰ ভৰ্ত্তি কৰা হওঁক, নাম কৰা ওস্তাদ ৰখা হওঁক আৰু সদ্যহতে ড্ৰেছ ভাড়া কৰা যাওঁক পিছত কিনাৰ বন্দবস্ত কৰা হব। কেবল হাৰমনিয়ম, এটা ঢুলুকী এটা আৰু তবলা এজোৰ কিনাৰ সিদ্ধান্ত কৰিলে। কিন্তু টকা! হৰিনে প্ৰস্তাৱ কৰিলে— যিয়ে পাৰ্টিত পাৰ্ট লব, সিয়ে চাঁদা দিব লাগিব, ডাঙৰ এক্টৰৰ ভাও ললে সেই হিচাবে টকাও দিব লাগিব। সকলোৱে হয়ভৰ দিলে, 'দিয়াৰবড়ী অপেৰা পাৰ্টি'ৰ আখৰা আৰম্ভ হ'ল। নাটক— অভিমন্যু বধ। অভিমন্যুৰ ভাওত হৰিন বড়ো।

যাত্ৰাপাৰ্টিৰ ব্যৱস্থাত ব্যস্ত থকা হেতুকে হৰিন বহুদিন ধৰি ঘৰলৈ আহিব পৰা নাছিল। ঘৰলৈ আহিল। বহুদিনৰ মূৰকত পুতেক অহা বাবে মাকে নোদোকা পাৰ এজোৰ মাৰিলে, হাঁহকণী ভাজিলে। হৰিনে মাকৰ শোৱাপাটিতে শুলে। ককায়েকক অহা দেখি লেতেৰীয়েও ককায়েকক ইটো-সিটো বহুতো কথা সুধিলে। সি কলে— যা মোক দিগদাৰী নিদিবি, মোৰ গা ভাল নহয়— মই এতিয়া টোপনি মাৰিম। ভনীয়েক লেতেৰীয়ে গৈ এই বাতৰি মাকক দিলে— মাক আহি গা মূৰ পিহি— 'কি হৈছে বাচা তোৰ—' 'সি কথা বিষম দেখি উত্তৰ দিলে— 'একো হোৱা নাই, ভাগৰ লাগিছে, মই এতিয়া শুম। তহঁত ইয়ালৈ নাহিবি, ভাত হলেহে মাতিবি।' কথা শুনি মাক তাৰ পৰা আঁতৰি গ'ল— আৰু লেতেৰীকো যাবলৈ মানা কৰিলে।

হাঁহ, হাঁহকণী, পাৰচৰাই বিক্ৰী কৰি গেন্ধেলীয়ে এটা ভৰাঁল কৰিছিল। মাটিৰ টেকেলী এটাত ভৰাই শোৱা চাঙৰ তলত পুতি থৈছিল, এই কথা হৰিনে জানে। মাক আৰু ভনীয়েকক আঁতৰাই হৰিনে টকাখিনি উলিয়াই টিনৰ চুইটকেচত ভৰালে, টেকেলীটোত কিছু পোৰা মাটি ভৰাই,— আগৰ ঠাইতে পুতি থৈ দিলে।

খুব পুৱাই হৰিন যাবলৈ ওলাই মাকক কলে— মাই মোক ডেৰ কুৰিমান টকা লাগে। মই এটা হাত ঘড়ী কিনিম। ঘড়ী মানে বুজিছা নহয়— সময় চোৱা বস্তু। কেতিয়া দিন হয়, কেতিয়া ৰাতি হয়, এই ঘড়ীয়ে কৈ দিব। বেছি নাথাকিলেও ঘড়ী চাই দিন-ৰাতি হোৱা কথা

জানিব পাৰি। কিয়, সিদিনা ডাক্তৰবাবুৰ হাতত দেখিছিলা নহয়, সেইটোৱে ঘড়ী। আমাৰ স্কুলত সকলো ল'ৰাৰেই আছে, নাই মাথোন মোৰ।

—ইমান সোপা টকা মোৰ নাই। পিতাৰাক ক। ডেৰকুৰি টকাও দিব নোৱাৰিব নে?

—তুমিয়ে পিতাক কবাচোন। মোৰ ভয় লাগে।

—তেনেহলে অহা দেওবাৰে আহিবি, দিয়ে যদি পিতাৰে দিব নহলে ময়ে দিম।

জলপান খাই উঠি টিনৰ চুইটকেছটো লৈ হৰিন দিয়াৰবড়ী মুৱা হ'ল। মুখ্য ভূমিকাৰ ভাও লোৱা বাবে হৰিনৰ ভাগত এশটকা বৰঙণি পৰিছিল—। মাটিৰ টেকেলীত পোৱা সমূদায় ধনৰ পৰা আংশিক পৰিমাণ ৰাখি— তিনিকুড়ি টকা মেনেজাৰৰ হাতত দিলে। পাৰ্টিৰ সকলো সদস্যই— ধইন ধইন দিলে। যাত্ৰাগানৰ নিচাই হৰিনক মত-লীয়া কৰি তুলিলে। সন্ধ্যা হোৱাৰ লগে লগেই— হৰিন আখৰাত হাজিৰ।

দহদিন পিছত হৰিন ঘৰলৈ পুনৰ আহিল। মাকৰ সন্দেহ দূৰ হব তেও। হৰিনে আহিয়েই কলে– 'বৰ টান পঢ়া চলিছে, ইপিনে পৰীক্ষাও আহিল। পৰীক্ষাৰ আগেয়ে ঘড়ীটো হলে পাছ কৰাত সুবিধা হব, ঘড়ীৰ টকা নিবলৈহে আহিছো।'

হৰিন যোৱাৰ পিছ দিনাই গেন্ধেলীয়ে ভেকোৰামক কৈছিল— 'ডাক্তৰে যে হাতত পিন্ধে, দিন-ৰাতি হোৱা সেইটো, আমাৰ বাপাকো বোলে এটা লাগে। ডুকুড়ি টকা নিদিয়া কিয়?''

- হেৰৌ, মেৰ্গাৰ জীয়েক। ডাক্তৰ বাবু কলেজ পাছ। তোৰ পুতেৰ মাইনৰ স্কুলৰ প্ৰথম শ্ৰেণীতে ডুবছৰ হল। আৰু বা কেইবছৰ লাগে, তাক এতিয়াই ঘড়ী পিন্ধাৰ?

—তাৰ লগৰ সকলো লৰাই পিন্ধে বোলে, তাৰ হে নাই।

—মোক অজলা পাইছ? মই নেজানো? যদি ইমান ইচ্ছা হৈছে, তয়ে দি মই নিদিওঁ।

ভেকোৰ কথা শুনি গেন্ধেলীয়ে ৰাতি চাঙৰ তলত পুতি থোৱা পুঁজিৰ পৰাই ডেৰকুড়ি দিম বুলি ভাবি দেখে সৰ্ব্বনাশ, টেকেলীত টকা নাই, আছে, ৰঙা মাটি। কি হ'ল, কি কাণ্ড! গেন্ধেলীয়ে বহু কথাই ভাবিলে টকা বাৰু নিলে, ৰঙা মাটিবোৰ ক'ৰ পৰা আহিল। বাৰু হৰিন আহক।

হৰিন অহাত মাকে কাণৰ কাষত মুখখন থৈ কলে— 'বাচা, মিছা নেমাতিবি, চাঙৰ তলৰ পৰা তই কিবা নিছ নে?

...চাঙৰ তল! চাঙৰ তলত কি আছিল, মই চাঙৰ তল দেখা নাই

—এটা টেকেলীত টকা আছিল,— মনে মনে গেন্ধেলীয়ে কলে।

—জানিছো, তোমাৰ টকা ভূতে নিলে। তুমি নাজানা নেকি? মাটিৰ তলত পুতি থোৱা টকাত মানুহৰ হাত নাই। সি দেৱতাৰ হাত হৈ যায়। পিতাক কৈছা নে নাই?

পিতাকৰ নাম শুনি তাই— নকবি, নকবি, পিতাৰাই মোক মাৰিব। মই বুজিছো— ভূতে নিছে। টেকেলীটোত কিছুমান ৰঙামাটি ভৰাই থৈ গৈছে।

—মোৰ কথা ঠিক। তাৰ মানে দেৱতাই নিব নোৱাৰাকৈ তুমি টেকেলীত গোবৰ ভৰাই থৈছিলা, দেৱতাই আগেয়ে গোবৰবোৰ পুৰি মাটি কৰিছে, তাৰ পিছতহে হাত দিছে। মই সিদিনা শুই থাকোতেও চাঙখন কপি উঠিছিল, তুমি কেতিয়াবা আমাকো মাৰিবা দেখিছো।

—বাহৰ চুঙাত থোৱা টকাতো ভূত লাগে নেকি?

—অ' থৈছা নেকি। নথবা। আজি-কালি চৰকাৰে বেঙ্ক খুলি দিছে। পিতায়ো দেখোন ধান আৰু মৰাপাট বেচি পোৱা টকা বেঙ্কত জমা দিছে। তুমিও বেঙ্কত জমা থোৱা, সুদ পাবা।

—সুদ মানে কি?

—এশ টকা থলে, বছৰত চাৰি টকা বেচি পাবা।

—তেনেহলে কালি লৈ যাবি, ডেৰকুড়িৰ ঘড়ী কিনিবি আৰু বাকীখিনি বেঙ্কত থবি। কিন্তু পিতাৰাক নকবি।

* * * *

মাঘৰ ভোগালী বিহুত কলিতাপাৰাত তিনিদিনীয়াকৈ এখন সভা

হয়। ডাণ্ডৰ সভা বুলি এই অঞ্চলত ইয়াৰ খ্যাতি আছে। অতিথি ইষ্ট কুটুম্ব বন্ধু-বান্ধৱ তিনিদিনৰ বাবে কলিতাপাৰা মুখৰিত হৈ উঠে। কামৰূপৰ ভিতৰত নাম কৰা যাত্ৰাপাৰ্টি এই সভালৈ আহে। প্ৰবাদ আছে, যদি এইখন সভাৰ মানুহ নভঙালৈ ৰাখিব পাৰে, তেনেহলে কামৰূপৰ যি কোনো ঠাইত নিৰ্ব্বিবাদে এই পাৰ্টিয়ে গাব পাৰে। দিয়াৰবড়ী অপেৰা পাৰ্টিৰ মেনেজাৰ সভাৰাম মেধি আৰু হৰিন আহি কলিতাপাৰাৰ মেলত উপস্থিত হ'ল। দিয়াৰবড়ীত যে এজোৰ পাৰ্টি হৈছে আৰু কামাখ্যাৰ পৰা ওস্তাদ আনি আখৰা কৰি আছে, ই কথা প্ৰায় মানুহে জানে। কিন্তু কলিতাপাৰা সভা জানো ৰাখিব পাৰিব। মেনেজাৰ সভাৰাম মেধিয়ে কলে— যদি আমি সভাৰ মানুহ ৰাখিব নোৱাৰো, আমাক এপইচাও নালাগে। ওচৰৰ গাঁৱৰে যাত্ৰাদলটোৱে সুবিধা পাওক বুলি ৰাইজে এৰাতিৰ বাবে দিয়াৰবড়ী অপেৰা পাৰ্টিক গাবলৈ অনুমতি দিলে। সিদিনা ৰাতি মেনেজাৰ হৰিনৰ ঘৰতে আলহী হ'ল।

ৰাতি খাই বৈ উঠাৰ পিছত মাকে হৰিনক মাতি আনি সুধিলে···

—বাপা বেঙ্ক নে কিবাত টকাখিনি জমা থৈছ নহয় ?

—অ' থৈছো আৰু দেৱতাই চুবই নোৱাৰে।

– ঘড়ীটো মোক দেখুৱা, কেনেকৈ ৰাতি হয় মই চাওঁ।

—আমাৰ দেশত ঘড়ী তৈয়াৰ নহয়, বঙালৰ দেশলৈ টকা পঠিয়াইছোঁ, আহিলে দেখুৱাম।' মাক মনে মনে থাকিল।

কলিতাপাৰাৰ সভা ৰাখিয়েই··· মেনেজাৰ আৰু হৰিনে উদ্যোক্তা-সকলক পৰিস্থিতিৰ কথা বুজাই দিলে। সিদিনাৰ পৰা দিনে-ৰাতিয়ে আখৰা দিয়া আৰম্ভ হ'ল।

কলিতাপাৰাৰ মাঘৰ সভাৰ প্ৰথম নিশা। দিয়াৰবড়ীয়া অপেৰা পাৰ্টিৰ যাত্ৰাভিনয় আৰম্ভ হ'ল। অভিমন্যুৰ ভাওত ভেকোৰাম গাওঁবুঢ়াৰ একমাত্ৰ ল'ৰা হৰিন। সুন্দৰ অভিনয় কৰিছে। ধন্য ভেকোৰাম। ধন্য তোৰ বেটা। যাত্ৰা চাবলৈ ভেকোৰাম আৰু গেন্ধেলীও আহিছিল। ভেকোৰামে আনন্দ প্ৰকাশ কৰি কলে— তলে তলে বেটাই কৰিছে এখন। মাকে কিন্তু হৰিনক চিনি পোৱা নাছিল, কোনোবাই কোৱাতহে চিনিব

পাৰিলে । মাকেও আনন্দ পালে··· মোৰ ল'ৰাইও যাত্ৰা কৰিব পাৰে । এতিয়াৰ পৰা আমি ঘৰতে যাত্ৰা চাব পাৰিম ।

অভিমন্যু ব্যেহৰ মাজত সোমাল । অভিমন্যুৰ বিলাপ আৰম্ভ হ'ল। অভিমন্যুৰ কৰুণ বিলাপত সমজুৱাইয়ো বিলাপ কৰিলে। কিন্তু যেতিয়া সপ্তৰথীয়ে অভিমন্যুক বেঢ়ি ধৰিলে দৰ্শকমণ্ডলীৰ মাজতে গেন্ধেলীয়ে হুৱাওৱাৰে কান্দি কান্দি 'দেখিছ, দেখিছ শগুণ বুকুত পৰিমৰাইঁতে মোৰ বাচাক কেনেকৈ মাৰি খায় । ৰাতিয়া, ফাগুণা— কি চাই আছ, পিতাকক মাত, ধৰ বেটাইঁতক··· ।'

ৰাইজৰ মাজত গণ্ডগোল আৰম্ভ হ'ল । এজন ভলন্টিয়াৰে গৈ গেন্ধেলীক কলে— অ' খুৰী, একো নহয়,' যাত্ৰাহে কৰিছে, বহা, বহা ।

*　　*　　*　　*

বছৰেকীয়া পৰীক্ষাৰ ফল ওলাল— হৰিন ফেল । ভেকোৰে চকু ৰঙা কৰি— কি বেটা, এক শ্ৰেণীতে কিমান বছৰ খেদাবি ?

—শিক্ষকে হিংসা কৰিছে, মোক চকুৰে দেখিবই নোৱাৰে ।

ভেকোৰে বণ্ডিয়ালৈ ঢাপলি মেলিলে । পাৰিলে এতিয়া প্ৰধান শিক্ষককে ধৰে । প্ৰধান শিক্ষকে বৰ শান্ত সুস্থিৰ ভাৱে কলে— 'গাওঁবুঢ়া কাই, তুমি অনাহকত আমাক খং কৰিছা, তিনিমাহৰ ভিতৰত তোমাৰ ল'ৰা পোন্ধৰ দিনমানো পঢ়াশালীলৈ অহা নাই । পৰীক্ষাৰ আগদিনাও সি টংলাৰ পিনে কৰবাত পাৰ্টি কৰি আহিছেগৈ । তোমাৰ ল'ৰাক যাত্ৰাপাৰ্টিয়ে নষ্ট কৰিলে । অকল তোমাৰ ল'ৰাই নহয়, আমাৰ বহুতো ল'ৰাৰ জীৱন এই মহামাৰীয়ে নষ্ট কৰিলে । বিশেষকৈ গাঁৱলীয়া ল'ৰাবোৰ ধ্বংস হ'ল ।

—তেন্তে উপায় ? গাওঁবুঢ়াই শিক্ষকৰ পৰা ইয়াৰ নিবাৰণৰ উপায় বিচাৰিলে ।

—হৰিনক ইয়াৰ পৰা আঁতৰ কৰা । যদি পঢ়ুৱাৰ ইচ্ছা আছে আন কোনো স্কুলত ভৰ্ত্তি কৰি দিয়াগৈ ।

শিক্ষকৰ কথা শিৰোধাৰ্য্য কৰি গাওঁবুঢ়াই হৰিনক সদৰৰ হাই-স্কুলত নাম লিখি দিলে ।

*　　*　　*　　*

# পাঁচ

ভাদ মাহ। কৃষ্ণ জন্মাষ্টমীৰ দিন। ৰাতি শিলে-ধুমুহাই, মেঘৰ চেৰেকণিৰে ডবাপিতা বৰষুণ। লেডৌৰ দ্বিতীয়া পত্নী— হেলাই এটি ল'ৰা সন্তান প্ৰসৱ কৰিলে। পুখুৰী-ঘাট, পথাৰ-হাট, সকলোতে এটাই মাথো আলোচনা— 'ভাইহঁত কৃষ্ণগোঁসাই পৃথিৱীলৈ নামি আহিল।' 'আইহঁত সাক্ষাত কলিয়া কৃষ্ণ, কিযে ৰূপ, লেডৌ পৰম ভাগ্যৱান।' গিৰগিৰ শব্দে মেঘে গৰজিলা, দুন্দুভি পৰজাৰে মাত, কি বতাহ-বৰষুণ; এনেতে প্ৰভু আহিছে। পৃথিৱীত পাপ হৈছে, অৱতাৰ হ'লহি। কলিতাপাৰাৰ পৰম ভাগ্য।' এনেবোৰ আলোচনা গৈ সদৰত ঘেৰামী কাম কৰি থকা লেডৌৰ কাণখো পৰিল। মনক পতিয়ন নিবৰ কাৰণে লেডৌ ঘৰলৈ আহিল। বাটে-পথে লগ পালে— মানুহে কয়— দুখু, তহঁতৰ দুখৰ অন্ত পৰিল। প্ৰভু জগন্নাথ তহঁতৰ ঘৰতে আৱিৰ্ভাৱ। আন এজনে হয়তো কয়— এনে ভাগ্য-বান জীৱ কিন্তু জীয়াই নাথাকে, যদি থাকে উঠি ৰজা, বহি ৰজা হলি। নৱজাত শিশুটিক চাবলৈ লেডৌৰ চোতাল-ঘৰ মানুহে ভৰি পৰিল। অহা আহিছে, যোৱা গৈছে, অবিৰাম মানুহৰ সোঁত।

লেডৌ আহিল। লেডৌ অহা বাতৰি পাই, দুই-চাৰিজন ওচৰ-কাষৰীয়া আহি বহিল। 'লেডৌকাই, গুৱাহাটীয়া ধপাত আনিছ যদি এচিলিম লগা। এচিলিম ধপাত হুপিয়েই ক্ষান্ত থাকিমনে, যা-জলপান খুৱাইহে এৰিব লাগিব।' আন এজনে কয়— 'কি ভাবিছ ককাই— তোৰ কপাল ফুলিল।' লেডৌৱে লাহেকৈ কলে— গাই দোৱাওতে কঢ়িয়াই মাতে, আবিয়ে আপীয়ে ঘৰ পাতে, দিন গলেহে কব পাৰিম। শান্তিৰামে কলে— ৰত্নেশ্বৰ কবিৰাজে গণনা কৰিছিল বোলে— যদিহে বাচি থাকে, এটা বস্তু হব আৰু। মাধাৰামে— বুজিছা লেডৌ, কৃষ্ণগোঁসাই তোৰ ঘৰলৈ আহিছে, পৰম ভাইগৰ জোৰত। ৰতিৰামে কলে— কংসৰ ভয়ত নন্দগোৱালে প্ৰভুক বৰজত পলুৱাই থৈ আহিছিল নহয়। 'হেৰৌ ৰামায়ণ পঢ়ি শেষ, কৰিলি, গীতা কাৰ বাপেক তাকে কব নোৱাৰ। কংসৰ ভয়ত বসুদেৱেহে

গাকুলৰ নন্দগোৱালৰ ঘৰত প্ৰভুক পলুৱাই থৈছিল। নেজান যদি যাঁহে-মোহে গি পাৱ তাকে কৰ কিয় ?'

—এঃ ভুল হব পাৰে ভাই, আমি মুৰুখমতি।

চিলিম হুপি হুপি লেডৌৰ চোতালত বৰ মেল। এনেতে বহিল আহি ৰখু। সি কলে— পিতাই, ইয়াৰ কপালখন চোৱা ভাল হব, মৰে নে থাকে।

—তোৰো যেনে মত নে! তৰুণ্যে আখৰাখন কৰি থব পাৰি। লেডৌৰ ভাৱ— চাবিকুৰি ধাৰ আছেই, দুমাহ কাম কৰি কোনোমতে সুদ খিনিহে আনিছো, আৰু যদি খৰছৰ নতুন বাট ওলাই......। এনেতে মাধাৰামে মাত দি "কি ভাবিছ কাবা, ভাৰতী প্ৰভু আছেই...। শান্তিৰামে ওপৰাই কৈ উঠিল এঃ এওঁৰ গণনাৰ একো ঠিক নাই। আৰু খকটোও বেছি। মই হলে কওঁ— গৌৰীদত্ত কবিৰাজৰ গণনা ঠিক গণনা। আখৰে আখৰে খিলি খাই, মিলি যায়। শান্তিৰামৰ কথাত জঞ্জলুৱে মাত লগাই— গৌৰীকান্ত চৌধিকাত বাদ দে। হৰদত্ত গণকৰ দৰে গণক আমাৰ ইয়াত জন্মা নাই। কাকতি পণ্ডিতৰ ল'ৰাক গণনা কৰি কৈছিল— পানীত পৰি মৰিব. নদীত পৰিল মৰিলহো। তেওঁকে মাত, অৰণ্যে তেওঁৰ তাত অলপ খৰছ পৰিব? এনেতে গোলোক মাষ্টৰ উপস্থিত হ'লহি। গোলোক মাষ্টৰ শান্তিৰামৰ ভাগিন য়েক। গতিকে গাওঁখনত সকলোৰে তেওঁ ভাগিন। গোলোকক দেখি লেডৌৱে 'আহা আহা ভাগিন'।

বৰ থমথমিয়া মেল দেখোন, মামা কেতিয়া আহিলা ?

—অলপ আগেয়ে, কাল এটা জন্মিছেহি, তাৰে আলোচনা চলিছে।

—এৰা একেবাৰে আমাৰ গাওঁ পালেগৈ। মায়ে কলে, বোলে কলিতা পাৰাত কৃষ্ণ গোসাঁই জন্মিছে। লগে লগে শঙ্খ চক্ৰ গদা পদ্ম ৰৰত ওপৰৰ পৰা পৰিছে। মানুহ সভা চোৱাৰ লেখিয়া। মায়ো আহিব ওলাইছিলেই। পিছে কাৰ ঘৰত জন্মিছে, নেজানে। তোমাৰ ল'ৰা বুলি জনা হলে, মোৰ লগতে আহিলহেঁ। গোলোকৰ কথাত মাধাৰামে—দেখিছ লেডৌ, তোৰ নাম ফাটি ফুটি গৈছে। তোৰ পৰম কপাল। হৰচন্দ্ৰ কবিৰাজক মাত।

গোলোক মাষ্টৰে মাতদি কলে মামা তোমালোকে কথাবোৰ এনেতে

বেছি কৰি কোৱা। অকল লেডৌ মামাৰে যে লৰা জন্মিছে এনে নহয়, এই মুহূর্ত্তটোতে পৃথিবীত অলেখ শিশুৰ জন্ম হৈছে, এই আটাইবোৰ কৃষ্ণ গোঁসাই হবনে ? আচল কথা সিদিনা কৃষ্ণ জন্মাষ্টমী নহয়য়েই।

- এঃ নামধৰি ঘোটা-ভাং খাই ঠেকৃচি পেলালো, তুমি কোৱা জন্মাষ্টমী নহয় বুলি, তোমালোক পণ্ডিতবোৰ বিধৰ্ম্মী হলা ?

ডাইৰেক্টৰী পঞ্জীকা আনা, তাত কৃষ্ণ শাওন মাহত জন্মিছে,কামৰূপ পঞ্জিকাত কিন্তু ভাদত জন্মাষ্টমী এতিয়া কোনটো শুদ্ধ।

গোলোক মাষ্টৰৰ কথাত, মাধাৰামে মাতদি— কামৰূপ পঞ্জিকা ভুল হবই নোৱাৰে। গোলোক মাষ্টৰে মাজতে মাত দিলে— ভুল এখনো নহয়, দুখনে শুদ্ধ। এজন কৃষ্ণ ভাদত জন্মিল কামৰূপত, এবাৰ জন্মিল বঙালত। কেনে কথা।

সৰ্ব্বশেষত নলবাৰীৰ খ্যাতনামা জোতিষী— শ্ৰীহৰদত্ত শাস্ত্ৰীক মতাটোকে ঠিক কৰিলে। এখেত জ্যোতিষ শাস্ত্ৰত পাৰ্গত। শাস্ত্ৰীৰ নিম্নতম অৰিহণা ডেৰকুড়ি। কিন্তু গুণগোবিন্দ ভাৰতীৰ গাঁৱত যেতিয়া প্ৰথম পদাৰ্পন— একুড়ি পাঁচ টকাত বন্দোৱস্ত কৰি অহাটোকে ঠিক কৰিলে।

দুখুয়ে একুড়ি পাঁচ টকাত বাজান গৰু এটা বিক্ৰী কৰিলে। সদৰত ঘেৰামী কাম কৰি, লেডৌৱে বাৰ টকা আৰ্জিছিল, ভাবিছিল কেঞাঁৰ সুদখিনি দিব! তাকো সাদ্যহতে ৰাখি থলে। নিশা দুখুৱে কলে— পিতা, শাস্ত্ৰী গণক আহিব যেতিয়া, মানুহে ঘৰ-চোতাল ঠাঁহ খাই পৰিব। নাই বুলিও তামোলখন, এচিলিম ধপাত— যঁাচিব লাগিব, মাছ নহলেও ঘৰে ঘৰে নিমখ-মছলা অলপ দিব লাগিব। মাজতে এজন ভকতে মাত দি— দুখু, মহাদেউ বাবাক পাহৰি নাযাবা! বিঘিনি নাশ কৰিবৰ বাবে— একতোলা ভাং আনিবা।

লেডৌৰ ল'ৰাৰ ভাগ্য-গণনা। ঘোঁৰাৰ পিঠিত উঠি শ্ৰীহৰদত্ত শাস্ত্ৰী আহি পালে। লগে লগে আহিল গঞা-সমাজ। দুখু আৰু লেডৌৰ গাত তং নাই। বহিব দিবলৈ ঠাই নাই! মাজ চোতালত শাস্ত্ৰী বহিল। ওচৰতে বহিল আহিনী বুঢ়ী। জ্যোতিষীয়ে গণনা আৰম্ভ কৰিলে। দৰ্শক মণ্ডলী নিশাল-নিস্তব্ধ। এবাৰ জ্যোতিষীৰ কালে এবাৰ

কাঠীত বহি থকা হেলাৰ পিনে চাই দুই এজনে কিবা কোৰা-কুই কৰিছে। হেলাৰ বৰ লাজ লাগিছিল। জ্যোতিষীয়ে চিলথ এখনত পেঞ্চিলেৰে মনো-যোগেৰে অঙ্ক কৰি আছে। আহিনীক কিবা প্ৰশ্ন কৰিছে, আৰু উত্তৰ দিব নোৱাৰাৰ কাৰণে মাজে মাজে গৈ হেলাৰ কাণৰ কাষত মুখ দি কিবা সুধি অহা-যোৱা কৰি আছে। ডেকা মখাই তামোল-তামাখুৰ যোগাৰ ধৰাত ব্যস্ত। জ্যোতিষীয়েনো কি কয়— এই আশাতে সমবেত জনতা উদ-গ্ৰীৱ হৈ আছে।

—শুভদিন, শুভক্ষণত জন্ম। ধন-জন, ঐশ্বৰ্য্য-বিভূতি অপাৰ। ৰাজকৰ্ম্ম, ৰাজপদবী পাব লাগে।

—ৰাজকাৰ্য্য কৰি ৰাজভোগ খাব লাগে বুলি মোকো জ্যোতিষীয়ে গণি-পিতি চাই কৈছিল। বিতৰ্লীয়া ডেকা এজনে মাজতে মাত দি কলে, তাৰ কথাত আন এজন ডেকাই— তাৰ পিছত ?

—ডি, চি, অফিচৰ ওঠৰ টকীয়া পিয়ন।

—পিয়ন ৰজাঘৰীয়া পদবী নহয়নো কি ?

বাকীবোৰে হাঁহিলে। এনেতে জনতাৰ মাজৰ পৰা দুখু গৈ জ্যোতিষীক সুধিলে— প্ৰভু, অয়ুসে কি কয় ?

—চাৰিকুৰি বছৰ জীয়াই থাকিব লাগে। দুখুৰ মুখমণ্ডল উজ্জ্বল হৈ উঠিল। হাঁহি-ধেমালি, ৰং-ৰহইচৰ মাজেৰে গণনা-কাৰ্য্য সম্পন্ন হ'ল। নৱজাত শিশুটিৰ নাম ভদ্ৰেশ্বৰ কলিতা, গুপ্ত নাম— পশুপতি। শুভ-ক্ষণ, শুভলগ্ন, কৰ্ম্মযোগ, জন্ম-মৃত্যু তন্ন তন্নকৈ দেখুৱাই কোষ্ঠী বনাবলৈ হলে আৰু ডেৰকুড়ি ৰূপ লাগিব বুলি কৈ জ্যোতিষী গ'ল।

সন্ধ্যা সময়, লেডৌৱে সুধিলে— বাপা, সমুদায় খৰছ কিমান পৰিল ?

—মোৰ হাতৰ পৰা একুড়ি, তোৰ বাৰ টকা, মাহী মাইৰ হাতৰ পৰা নও টকা, আৰু বগাৰাম দোকানীৰ দোকানত তেল-মছলাৰ যি হয়। হওক, পিতা, সি যে চাৰিকুৰি বছৰ জীয়াই থাকিব, এয়ে আমাৰ আনন্দ।

দ্বিতীয় বিবাহত লেডৌৱে ভেকোৰামৰ পৰা দুইমোণ ধান আৰু দুকুৰি টকা ধাৰলৈ লৈছিল। কথা আছিল— যিমান দিনলৈকে ভেকোৰ মৰকীয়া হাল বাব, সিমান দিনলৈ লেডৌৰ পৰা সুদ নলয়। দুখুৱে

এতিয়া বুঢ়া গৰু কিনি নিজাকৈ হাল কৰিছে, গতিকে গাওঁবুঢ়াৰ পেটে পেটে বেজাৰ। গাওঁবুঢ়াই বাটতে লগ পাই লেডৌক কলে— তই গৰু কিনিবলৈ টকা পাব, কৃষ্ণ পুতেৰাক গণনা কৰিবলৈ তোৰ টকাৰ নাটনি নহয়, মোৰ ধাৰ পৰিশোধ কৰিবলৈ হলে মনত নাই। হয়তো টকা দিবি নহলে কঠিয়াতলী মাটিত হাল বাই দখল কৰি পেলাম। ভাৰতীয়েতো মোকৰ্দ্দমা কৰিবলৈকে কয়।

—বাবু, নাইনে তাৰ একোৱে নাই। সম্পত্তিৰ ভিতৰত মাটিৰ কলহ দুটা, ভাত খাই কলপাত কাটি, যিও কঠীয়াতলী মাটি এডোখৰ আছিল, তাকো ভেকোবামে দখল কৰিবই। বিলৰ পাৰত এপূৰা বাও-ধানতলী মাটি আছে লিখি লওঁক। আছোক লাভ লুভতি, মূলবো হতা-হুতি। সুদতো যাবই, মূলো যাব।

ভাৰতীৰ কথা শুনি হীৰালালে লেডৌক মতাই আনি কটু কথা শুনালে। —নিমখ খাব পাৰা, গুণ গাব নাজানা। কুৰি বছৰে মোৰ পৰা বাকী খালা, নগদ টকাও নিলা, এতিয়া মোক এৰি ৰগাৰাম দোকানীৰ লগত লেন-দেন কৰিছা। লেডৌ তোমালোকৰ ৰগাৰাম, কলাৰাম, ৰঙাৰাম কিমানৰ দোকান দেখিলোঁ, ওলাল-মৰিল। কিন্তু হীৰালাল জিন্দা হৈ আছে, কাৰণ তাৰ হিম্মত আছে। তোমালোকৰ দৰে কিমান গৰীৱক মই মদত কৰিছো জানা? টকা দিবা, নহলে কাছাৰীত খাতা দাখিল দিম।

হীৰালাল কেঞাৰ পৰা এনে কটু কথা শুনি আহি লেডৌৱে দুখুক কলে— বাপা, মানুহ হলোঁ দুজন, গৰু এহাল আৰু মাটি এপূৰা। ইয়াৰে উৎপন্নইদি আমাৰ ঋণ পৰিশোধ নহব। মই এবছৰমান সদৰতে থাকি কাম-বন কৰোঁ তয়ে ঘৰ-সংসাৰ চলালিবি। গাওঁবুঢ়া আৰু হীৰালাল কেঞাৰ ধাৰখিনি মাৰিব লাগে।

* * * *

লেডৌৱে সদৰত পূৰাদমে কাম কৰিলে। সৰু-বৰ নাই, সমুখত যি পাই তাকে কৰে। মূঠৰ ওপৰত বহি নাথাকে। এনেদৰে দুসপ্তাহ কাম কৰাৰ

মুৰকত লেডোৰ পানীলগা জ্বৰ হ'ল। তথাপি লেডো বহি নাথাকিল। কাম কৰিয়েই থাকিল। লেডোৱে খেৰীঘৰ এটা বাৰ টকাত ঠিকা লৈছিল। আধাখিনি কাম হোৱাৰ পিছত তাৰ জ্বৰ বেছি হ'ল। জ্বৰোজ্বৰ ভীষণ জ্বৰ। তিনিদিন তিনিৰাতি লেডো শেঁতেলীতে পৰি থাকিল। নাই পথ্য, নাই ঔষধ। ঘৰলৈ আহেঁা বুলি চেষ্টা কৰিলে— শক্তিয়ে নুকুলায়। উপায় বিহীন হৈ সি হৰগোবিন্দ উকীলৰ আশ্ৰয় বিচাৰি গ'ল। উকীলে লেডোৰ অৱস্থা দেখি বাৰাণ্ডাতে থাকিবলৈ দিলে।

দুদিন পিছত ওলালগৈ গুণগোবিন্দ ভাৰতী। ভাৰতীক দেখিয়েই লেডোৰ মুখলৈ পানী আহিল। অথায় সমুদ্ৰৰ কুটা এডাল জীৱন ৰক্ষাৰ সমল হোৱাৰ দৰে— বিপদ সঙ্কুল সাগৰত ভাৰতীক দেখি লেডোৰ আনন্দৰ সীমা নোহোৱা হ'ল। গাত বল পাই লেডোয়ে ভাৰতীক সেৱা কৰি—
"প্ৰভু, মোৰ জ্বৰ, আমাৰ ঘৰৰ ফালে একা ?

—নুচুবি মহাপাপী

· মহাপাপী মই ! কি অপৰাধত প্ৰভু ?

ভাৰতীয়ে লেডোৰ কথা শুনাৰ ধৈৰ্য্য নেৰাখি ভিতৰলৈ গৈ— এইখন অতিথিশালা নে হস্পিতাল। য'ৰে ত'ৰে যাকে তাকে থাকিবলৈ দিবি। সদৰত আস্পাতাল আছে নহয়। তাতে মৰিলে হয় দেখোন। মহাপাপী কৰবাৰ।

কথাখিনি স্পষ্টকৈ লেডোৰ কাণত পৰিল। লেডোৰ বুজিবলৈ বাকী নাথাকিল— প্ৰভু এজন ভাল জ্যোতিষী বুলি জনাজাত। ভদীয়াৰ গণনাৰ দিনত তেওঁক নেমাতি শাস্ত্ৰী জ্যোতিষীৰ দ্বাৰাই গণনা কৰাই তাৰ একমাত্ৰ অপৰাধ। ৰাতিপাল সি থাকিল। পুৱা কিণকিণিয়া বৰষুণ। তথাপি লেডো বাহিৰ ওলাল। যায় কলৈ। ঘৰলৈ যাবলৈকো তাৰ শকতি নাই। তথাপি ভিভিৰ্বিয়ে লেডো আস্পাতাল মুৱা হ'ল।

দুৰ্ভগীয়া যিফালে যায় হুলে বিন্ধে, বৰলে খায়। হস্পিতালত নাই ঠাই। তাতে নাই চিনাকি ডাক্তৰ। ঢলং-ধপংকৈ ইফালে-সিফালে ফুৰি থকাৰ পিছত সি হাস্পাতালৰ বাৰাণ্ডাতে পৰি থাকিল। সন্ধ্যা সময়ত বৃটিশ নাৰ্চ এজনী সেইপিনে যাওতে, তেওঁৰ চকুত পৰিল। দেখে চেতনা

হীন অৱস্থাত এজন মানুহ  চিভিল চাৰ্জনক কৈ— দয়ালু নাৰ্চ গৰাকীয়ে লেডৌৰ চিকিৎসাৰ ব্যৱস্থা কৰিলে।

লেডৌ ওলাই অহাৰ অলপ পিছতে উকীল হৰগোবিন্দ ভাৰতীয়ে চাহ খাবলৈ বহি সুধিলে— নিমাই বুঢ়াটোক একাপ চাহ দিছনে ?

—নাই দেউতা, বুঢ়া পুৱাই গ'ল গৈ, কলৈ গ'ল কব নোৱাৰো।

- ৰেচেৰাই ৰাতিখন চাগে বৰ কষ্ট পাইছে। যিহে চেঁচা বতাহ। দাদাও যে মানুহজন। কি ভীষণ প্ৰকৃতিৰ। মানুহকনো এনেকৈ কয় নে ? ঘৈণীয়েকক দেখি উকীলে  চাহৰ কাপৰ পৰা মুখ এৰি পুনৰ কলে— এইঘৰ আমাৰ বৰ আপোন মানুহ। আজিৰ নহয় বহু পুৰুষ ধৰি আমাৰ মিত্ৰ। বৰ সাধু সৰল মানুহ।

- হলে হব কি ? এই বুঢ়াৰে এটা লৰা জন্মিছে কৃষ্ণ অষ্টমীৰ দিনা। গোটেই অঞ্চলতে হুলস্থুল। গুজব উঠিছে, কলিত কৃষ্ণ গোসাইৰ আবিৰ্ভাৱ। ৰাইজে লৰাজনক গণি-পিতি চাওঁ বুলি হৰদত্ত শাস্ত্ৰীক আনি গণনা কৰিলে। বৰ দেউতাকক নমতা কাৰণে তৰ্জ্জন-গৰ্জ্জন।  আমাৰ পাই বুঢ়াটোক যিহে নকৈছে।

উকীলনীৰ কথাত হৰগোবিন্দই— বাৰু তুমিনো ঘৰে ঘৰে ল'ৰা গণনা কৰি ফুৰিব লাগেনে ! তোমাৰ নাই কি ? ধনে ধানে খাই মাৰে।

—পাৰিলে দহাও কৰিব খোজে। পইচাহে চিনিছে

তুমি নেজানা ৰবা। পইচা নহয়, প্ৰতিপত্তি। মই ডাঙৰ জাতৰ, ময়ে ডাঙৰ বামুণ, ময়ে বিজ্ঞ, পণ্ডিত, বৰ মেলকী। মানে ময়ে সকলো। মানুহজন নষ্ট হৈছে আৰু হব।

ডাঙৰকৈ নকব আৰু সৌৱা বাহিৰতে বহিছেহি

শুনক দিয়া, কেতিয়াবা মুখৰ আগতে কৈ দিম। মই বৰ খোলা মানুহ একা !

* * * *

লেডৌ হাস্পাতালত থাকিল হয়, কিন্তু সাতদিনে এটোপা পানীও সি ভিতৰ কৰা নাই। বিশেষকৈ হাস্পাতালৰ গোৰুটো নাকৰ ভিতৰেদি প্ৰৱেশ কৰি যেন পাকস্থলীত নিগাজিকৈ বাস কৰিছে। এটোপা পানী

খালেও বমি হয়। প্ৰতি মুহূৰ্ত্তে মুহূৰ্ত্তে সি মৃত্যুৰ ক্ষণ গণিছে। জ্বৰ দিনে বেছিতকৈয়ো বেছি হৈ গৈছে। ডাক্তৰ, নাৰ্চ সকলোৱে তাৰ ওচৰত পৰাজয় বৰণ কৰিছে।

বুঢ়াৰ কথা হ'ল— আজি সাত দিনে গা ধোৱা নাই। চুৱা গাৰে খামনে? আইটী, তুমি কি কুলীয়া মানুহ? মোৰ ওচৰতে ৰখা ৰোগীজন বোলে অজাতিৰ মানুহ হয় নে? ৰাতিপুৱা বিছনা পাৰি দিয়া ল'ৰাজন হেনো মেঠৰৰ ল'ৰা আছিল। ইছ ৰাম, ইয়াতো মানুহ থাকেনে? ই দেখ দেখ নৰককুণ্ড।

ডাক্তৰবাবু, মোক কলিতাপাৰালৈ পঠাই দিব নোৱাৰে নে? মই তাতে মৰিম। তাতে মোৰ পিতা মৰিছিল, আটা চৈধ্যপুৰুষ জন্মিছিল, মৰিছিলোঁ। ইয়াতে মৰিলে বোলে মৰা শটো মেঠৰে নিয়ে হয় নে ডাক্তৰ বাবু? জীউৰ বধ দিছোঁ, মোক চুবলৈ নিদিব। জানে, মোৰ ভাই আছে, ভাগী-জ্ঞাতী আছে। মাধাৰাম, বৰিহনা, শান্তিৰামহঁত মোৰ ভতিজা হয়। আৰু দুখু, দুখু মোৰ ল'ৰা। দুটোপা চকুলো ওলাই লেডোৰ গালৰ ওপৰেদি বাগৰি যায়।

বুঢ়াৰ সন্নিপাত জ্বৰ। ইমান ঘনাই ঘনাই থু-থু কৰি থাকে, তাতে বাৰে বাৰে বমি কৰি আছে, বুঢ়াক বচাবৰ উপায় নাই। বৃটিছ নাৰ্চ জনীয়ে কিন্তু মন বুজিছে। তেওঁ এজনী কম বয়সীয়া নাৰ্চ আনি বুঢ়াক বুজাই দিলে— শুনা, তোমাক এইজনী বামুণ জাতৰ ছোৱালী দিলো, এওঁৰ হাতে পানী খাব পাৰা। আৰু তোমাৰ ওচৰৰ ৰোগীবোৰ কলিতা, বামুণ গোঁসাই মানুহ।

ছোৱালীজনীৰ ফালে চাই লেডোৱে সোধে—তুমি বামুণৰ ছোৱালী? তেনেহলে আমাৰ ভাৰতী প্ৰভুক তুমি জানা? ভাৰতীয়ে মোক বেয়া পাইছে। মই হেনো গুৰু দ্ৰোহী, বাচি থাকি কি লাভ আছে!

—অ' ভাৰতীক চিনি পাওঁ। মোৰ সৰ নলবাৰীতহে। ভাৰতী মোৰ সম্বন্ধীয় মামা হয়।

—হয় আই, প্ৰভুয়ে কৈছিলতো, নলবাৰীত বায়েক এজনী থকাৰ কথা

ছোৱালীজনীয়ে অলপ চিন্তা কৰি— তুমিও মোৰ মামা হোৱা।

এগ্না গাধোৱা । সোনকালে ভাল হৈ যাবা ।

—কিন্তু মই যে গা ধোৱা নাই ?

—ভাৰতী মামায় কৈছে, গাধীৰত বোলে চুৱা নাই, গা ধুইও খাব পাৰি, গা নোধোৱাকৈও খাব পাৰি। খোৱা, নহলে মই ভাৰতী মামাক কৈ দিম ।

—ভাৰতী প্ৰভুয়ে যেতিয়া খাবলৈ কৈছে, খাম আইটী, গুৰুৰ কথা নেপেলাওঁ লাগে প্ৰাণ যাব ।

* * * *

আনন্দপূৰ্ণ বৰ উলহ-মালহেৰে সমাৰোহ পাতি হৰদত্ত শাস্ত্ৰীয়ে গণি-পিছি যদিও তাৰ নাম থৈছিল ভদ্ৰেশ্বৰ, কিন্তু মানুহে ভাদত জন্ম কাৰণে তাক ভদীয়া বুলিহে মাতে। দুখুৱে ভদীয়াক অতিপাত মৰম কৰে। যতে ৰি পায় তাকে লৈ আহে ভদীয়াৰ বাবে । . বৰ্তিয়াৰ হাতৰ পৰা ৰংবিৰঙৰ চোলা আনি দিছে তাক । কিন্তু দুখুৰ গাটো উদং । তাহানি পচা অৱস্থাৰে দুটা চোলা আছিল— অৱশিষ্ট যিখিনি আছে, তাৰে শৰীৰৰ আধা অংশহে কোনোমতে ঢাক খাইছে । মাহীমাক হেলাই অনুভৱ কৰে, কিন্তু উপায় বিহীনা তাই ।

হেলাও বৰ ধীৰা গম্ভীৰা তিৰোতা। দীনদুখীয়া বা আদবয়সীয়া লেডোক স্বামী হিচাবে কৰিব লগীয়া ভক্তি-শ্ৰদ্ধা কৰে, অৱহেলা নকৰে। দুখুকো মৰম কৰে, সতিনীৰ ল'ৰা বুলি কেতিয়াও নেভাবে । দুখুয়েও হেলাৰ দৰে মাহীমাক এজনী পাই মাকলৈ মনত নকৰে ।

—দুখু, আজি মই এটা বৰ বেয়া সপোন দেখিছো ।

দুখুৱে ভদীয়াক কোলাত লৈ ধেমালী কৰি আছিল । কলে— তুমি বৰ চিন্তা কৰা নাই । দিনত যিবোৰ কথা ভবা যায়— গভীৰ টোপনি নোহোৱা বাবে এইবোৰে সপোনৰূপে দেখা দিয়ে। এই পৃথিৱীত কেৱল আমিয়ে দুখীয়া এনে নহয়, দুবেলা দুমুঠি আমি খাই আছো। বেছি নেলাগে বৰ্তিয়ালৈ খোৱা, মানুহৰ কি দুৰ্দশা, দুখ-দুৰ্গতি দেখিবলৈ পাবা। আমাৰ গৰু হালৰ বাবে এটা গোহালি ঘৰ আছে, সিবোৰৰ তাকো নাই। মানে— তুমি বৰ নিৰাশ হৈছা

—এই কাল সৰ্পটো যিদিনাই আহি আমাৰ ঘৰত খিতাপি লৈছে, সিদিনাৰ পৰাই মোৰ মনত কিবা বেয়া ভাববোৰে ঠাই লৈছে। মোৰ সুখৰ সংসাৰত যেন দাউ দাউ কৈ জুই জ্বলিছে! দেখিছো— ই যেন সকলোকে দংশন কৰিব।

—মাই, তুমি এনে অমঙ্গলীয়া কথা কিয় ভাবিছা? তাক কিয় এনে অভিশাপ দিছা? সিটো ইচ্ছা কৰি আমাৰ ঘৰলৈ অহা নাই। বিধাতাই তাক আমাৰ ঘৰলৈ পঠাইছে। যদি সুখ দিয়ে প্ৰশংসা পাব—যদি দুখ দিয়ে গৰিহনা পাব। কিন্তু সি আমাক সুখকেই দিব, সিয়ে আমাৰ প্ৰেৰণা।

বড়িয়াৰ দেওবৰীয়া হাট। শাক কেইমুঠামান আৰু দুসেৰমান দৈ লৈ হাটলৈ যোৱাৰ বাটতে ভাৰতীয়ে দুখুক সমুখত দেখি— আপা, তোৰ বাপেৰাৰ জ্বৰ। আস্পাতালত আছে; আজি সাত দিন হ'ল।

খবৰটো শুনিয়েই সৰগ পৰা মানুহৰ দৰে দুখু তাতে ঠিয় হৈ থাকিল। এতিয়া সি কৰে কি? নে বাহিৰে বাহিৰে যায়! কিন্তু মাহী জানো বিৰুশ হৈ পৰে। আৰু উদং হাতে গৈ কৰিব কি? কিছু পাই-পইচাতো নিব লাগিব। ঘৰতে বা পইচা ক'ত? ভাৰতী প্ৰভুৱে মোক কালিও দেখা পাইছিল, কিয় নকলে, কোৱা হলে ভাল আছিল।

দুপৰীয়া ঘৰ পাই দুখুয়ে কলে— মাই, শান্তিৰাম খুৰাৰ হতুৱাই সৰিয়হ খিনি ছটিয়াবা। মই গুৱাহাটীলৈ যাওঁ— পিতাৰ টান নৰিয়া। আস্পাতালতে থকা বুলি ভাৰতী প্ৰভুৱে কলে। মই এতিয়াই দিয়াৰ বড়ীৰ সখীৰ তালৈ যাওঁ— তেওঁৰ পৰাই পইচা অলপ লৈ কালি পুৱাৰ গাড়ীত যাম। পিতাক লৈ আহিম গৈ।

দুখু গ'ল। হেলা ঠিয় হৈ থাকিল। বহু তাৰ তৎক্ষণাত তাইৰ মনৰ ভিতৰে বাহিৰে খেলা খেলি আহিল—গ'ল বহুল পথাৰ, ধাননিৰ মাজে মাজে দুখু গৈ আছিল, সি এবাৰো তাৰ মৰমৰ ভনীয়াক ফিৰি চোৱা নাই। ধীৰে ধীৰে দুখু সৰু হৈ আহিল, তাৰ পিছত সি নোহোৱা হৈ পৰিল। বহুত দূৰ পালেগৈ। এটা অজানিত হুমুনিয়াহ কাঢ়ি হেলা ভিতৰ সোমাল।

বড়িয়া জংচন। দোকমোকালিতে গাড়ী আহি উপস্থিত। কোনো উকি মাৰিলেই, দুখু কোনো মতেহে জাপ মাৰি গাড়ীত উঠিল। টিকট কৰিবৰ

সময়ে নহ'ল। ডাক গাড়ী— দ্রুত গতিত চলিছে। সৰু ষ্টেচনৰ সৈতে কথা নাই— আমিনগাঁৱতহে ৰবগৈ। ডবাটো ধুনীয়া। কেইজনমান যাত্রী শুই আছে, বহিবলৈ ঠাই নাই। দুখু দৰজাৰ ওচৰতে ঠিয় হৈ গৈ আছিল।

দীঘল কলা পেটলং পিন্ধা মানুহ এজন উঠিল।

—তুমি ক'ৰ পৰা আহিলা?

—ছাৰ, ৰঙিয়াৰ পৰা। গাড়ী চলিছেই কোনোমতেহে জাপ মাৰি উঠিলোঁ। টিকট কিনিবলৈ সময় নহল ছাৰ। পিতাৰ অসুখ, নাহিলেও নহয় কাৰণেহে—

—বেছি কথা কব নালাগে। বদ্‌মাইচ, আমি মুখ দেখিলেই গৰ্ভ চিনি পাওঁ, ৰেলত এনেয়ে চাকৰি কৰা নাই। জান তই, এইটো প্ৰথম শ্ৰেণীৰ ডবা।

—হয়নে ছাৰ, জনা হলে নুঠিলোহেঁতেন

—অজলাৰ ভাও জুৰিব নালাগে। তোক মই জেল দিব পাৰো। শুই থকা মানুহ কেইজনৰ জেপ লুৰুকিবলৈ তই ইয়াত সোমাইছ নহয় নে?

—ছাৰ, মই একো নাজানো, ৰেলত আজিহে উঠিছো

—ৰঙিয়াৰ পৰা গুৱাহাটীলৈ চাৰি টকা আৰু টিকট নকৰা বাবদ চাৰি টকা জৰিমনা।

—ছাৰ, বৰ ভুল হৈছে। মোক মাৰ্জনা কৰক। পিতাৰ চিকিৎসাৰ বাবে মোৰ সখিৰ পৰা পাঁচ টকা ধাৰলৈ বুলি আনিছোঁ- তাৰে চাৰি টকা লওক।

টকা চাৰিটা দুখুৱে বাবুজনৰ হাতত দিলে। অলপ সময় ৰৈ থাকি ইটো ডবাৰ পৰা সিটো ডবালৈ বগুৰা-বাই ভদ্ৰলোকজন গ'ল।

আমিনগাঁৱৰ জাহাজ ঘাট। সকলোৱে জাহাজত উঠা দেখি দুখুৱেও জাহাজত উঠিল। জাহাজ এৰি দিলে, পালে—পাণ্ডু। জাহাজৰ পৰা পাৰলৈ এখন দীঘল দলং। যাত্ৰীবোৰে দলঙেদি পাৰলৈ গৈছে দেখি দুখুয়েও গৈ থাকিল। দলংখনৰ মাজতে দুজন টিকট লোৱা বাবু। তাৰে এজনে—হেৰ' ল'ৰা টিকট, টিকট!

—ৰেলতে পইচা দি আহিছো বাবু— দুখুৰ কথাত কাণ নিদি

ইয়াতে ঠিয় হৈ থাক বুলি— তাক টানি আনি গাৰ কাষতে ঠিয় কৰাই থলে। মানুহ যোৱা শেষ হলত, বাবুজনে সুধিলে— হেৰ' আহিছ ক'ৰ পৰা, যাবি কলৈ ?

ছাৰ, আহিছো ৰঙিয়াৰ পৰা, ঘাম সদৰলৈ, টিকট কৰিবৰ সময় নহল বাবে— আপোনাৰ দৰে বাবু এজনে চাৰি টকা লৈছে।

—লৈছে যে ৰছিদ ক'ত ?

—একো দিয়া নাই ছাৰ ?

—মিছা কথা কৈছ, হয়তো ৰঙিয়াৰ পৰা অহা ভাড়া দে, নহলে দেখিছ ? ওচৰতে ঠিয় হৈ থকা পুলিচ দুজনক দেখুৱাই দিলে।

—ছাৰ দৌউতা বুলিছো, মোৰ বধ নলব, পিতাৰ ভীষণ অসুখ। মোক যাবলৈ দিয়ক, সিখনৰ বেল বাবুয়ে চাৰি টকা নিলে, আৰু এটকা আছে, আপুনিও নিয়ক। মোক পুলিচত নিদিব দৌতা।

দুখুৱে টকাটো বাবুজনৰ হাতত দিলে। হাতত পৰা মাত্রকে জেপত ভৰাই থলে। সেমেনা-সেমেনিকৈ দুখু আহিল। সভ্যজগতৰ মুখাপিন্ধা জাতটোৱে নিৰীহ, নিচলা-গাঁৱলীয়া মানুহৰ ওচৰত এনে বিচাৰকে কৰি আহিছে।

ভোকে পিয়াহে জুৰুলা হৈ পাণ্ডুৰ পৰা গুৱাহাটীলৈ পাঁচ মাইল খোজ কাঢ়ি কাঢ়ি বেলাভাটি আহি দুখুৱে হস্পিতাল পালে। য'তে দেখিছে তাতেই পানী খাইছে, এপইচাৰ মুৰী বা চিৰা ? তাৰ হাতত যে এটা ফুটা কড়িও নাই।

প্রায় ছয় বছৰ আগেয়ে প্রাইমাৰী স্কুলৰ বৃত্তি পৰীক্ষা দিবলৈ দুখু আহিছিল। অভিজ্ঞতা থকা হেতুকে হস্পিতালখন বিচাৰি উলিয়াও লেহেম নহল। কিন্তু ইয়ালৈ আহি সি দেখিলে কি—বর্ণনাতীত। আধা ঘণ্টা আগেয়ে তাৰ পিতাকৰ প্ৰাণ বায়ু উৰি গৈছে আৰু মৃত দেহটো কেইজনমান মানুহে নিবলৈ যো-জা কৰিছে। মুখৰ কাপোৰ গুচাইয়ে— "পিতা, পিতা" বুলি মাটিত বাগৰি পৰিল সি। ডাক্তৰে তাক মাটিৰ পৰা তুলি ধৰি— ল'ৰা ! ইমান অধৈৰ্য্য হৈছা কিয় ? মানুহ মৰণশীল। জন্মিলে মৃত্যু আছে। অহা আৰু যোৱা এই দুটা পথ। এতিয়া যদি কিবা সম্বল আছে, কাঠ-সংস্কাৰৰ ব্যৱস্থা কৰা।

কান্দি কান্দি দুখুৱে কলে— ডাক্তৰ দৌতা, মোৰ অনুৰোধ ৰাখিব জানো? বিচাৰিলে মোৰ ইষ্ট-মিত্ৰ, ভাই-বন্ধু ইয়াতেই ওলাব, মই তাহাঁতক বিচাৰি যাওঁ— আপুনি পিতাৰ মৃত দেহটো ৰাখিব নে?

—বাৰু যোৱা, তুমি নহালৈকে তোমাৰ পিতাৰ মৃত দেহটো ইয়াতে থাকিব বাৰু।

দুখুৱে প্ৰথমতে ভাৰতী উকীলৰ ঘৰ পালে। উকীল নাই। পিতাকৰ মৃত্যু সংবাদটো দি আহিল কছাৰী ঘৰলৈ— বিনোদ মহৰিক বিচাৰি। মহ-ৰিয়ে কলে— দুখু, মোৰ দ্বাৰাতো কাম নচলিব, শূদ্ৰীৰ মৰাশ কান্ধত ললে সমাজে ঘোক গৰিহণা দিব। এটা কাম কৰ— উজান বজাৰত খান চাহেব ইয়াৰৎ কাজিৰ ঘৰত বদন, আকলু আৰু হলিৰামহঁতে ঘেৰামী কাম কৰি আছে। সিহঁতক মাতি আনগৈ— পুৰিব নোৱাৰিলেও অন্ততঃ পুতি থব পাৰিবি।

মহৰিৰ পৰামৰ্শ মতে দুখুৱে উজান বজাৰ পালেগৈ। কিন্তু সময় পুৰা নহলে চাহাবে সিহঁতক বা ছুটী দিব কিয়? 'যা দুখু, চাহাবক বুজাই কগৈ, লৰামতিয়া দেখি কিজানি আমাক এৰি দিয়ে।' দুখু গ'ল, কিন্তু চাহাবক দেখা কৰা নহয় বুলি চৌকিদাৰে তাক তাতে বৈ থাকিবলৈ কলে। এনেদৰে এঘন্টা সময় পাৰ হ'ল। ওলাল চাহাব। দুখুৱে ভৰিত পৰি কলে— দৌতা ঈশ্বৰ, মোৰ পিতা ঢুকাল। মৰাশটো নিবলৈ হলিৰাম খুৰাইঁতক অলপ ছুটী দিয়ক।

—কোন হলিৰাম! অ' ঘেৰামী কাম কৰা মানুহ। এতিয়া ছুটী হবই··· যা যা অলপ ৰহ···"

—নহয় দৌতা দিয়ক, নহলে শটো মেঠৰে চুব

—কৈছো নহয়, অলপ পিছতে যাব। ক'ৰ জঞ্জালবোৰে পালেহি— জমিৰ মৰিছ নেকি? দেখা নাই··· ইয়াক লৈ যা···'জমিৰ অৰ্থাৎ খান চাহাৎৰ লিগিৰা। জমিৰে গতিয়াই গতিয়াই বাহিৰ কৰি দি কলে··· যা ল'ৰা, চাহাব এতিয়া বেয়া অৱস্থাত আছে, ৰাতি হলে আৰু বেয়া হব কাম হাচিল কৰিবলৈ হলে পুৱাই আহিব লাগে।

দুদিন পেটত এটা খুদকণো পৰা নাই। শোকত, ভোকত অস্থিৰ

ছুখু ঢলং-খপং কৰি আহি আছিল—অকস্মাৎ দীঘলী পুখুৰী পাৰত তীৰবেগে অহা মটৰ গাড়ীৰ আগত সি পৰি গ'ল। তাৰ মুৰটো ফাটিল আৰু বাওঁ ভৰিখনত আঘাত পালে। সি তাতে পৰি থাকিল, মানুহে জুম বান্ধি চাই আছিল, এনেতে এজন সদাশয় ভদ্রলোকে তাক ৰিক্সা এখনেৰে হাস্পাতালত থৈ গ'ল। কোনে জানে এই যুৱক কোন, ক'ৰ পৰা আহিছে, যাব কলৈ ?

ল'ৰাজন যে গ'ল আৰু উভতি নাহিল। ডাক্তৰে ভাবি-চিন্তি চাই মৃত দেহটো জমাদাৰৰ হতুৱাই নির্দ্দিষ্ট ঠাইত থোৱালে নি।

দিনৰ দিনটো এবাৰ হেলাই পদূলি মুখ, এবাৰ ভিতৰ চোতাল, কেৱল অহা-যোৱা কৰিয়েই আছে। চকুৰে মণিব পৰা ঠাইতো যদি এটা মানুহ মূৰ্ত্তি দেখা পাই চিনি নোপোৱা পৰ্য্যন্ত ছুখু বুলিয়েই ভাবি থাকে। চাওঁতে চাওঁতে চকা পাত্তত বহিল, গাৰ নোম চকুৰে মণিব নোৱাৰা হ'ল। এন্ধাৰ নামি আহিল।

ৰাতি; নিগণি এটা লৰ মাৰিলেও কোনোৱা এটা অহা যেন পাই, বাছুলি এটা উৰা মাৰিলেও মানুহৰ পদ শব্দ বুলি কাণ ঠিয় কৰে। কিন্তু নাই ছুখু, নাই তাইৰ স্বামীৰ বাতৰি। এনেকৈ তিনি দিন অতিবাহিত হ'ল।

## ছয়

হেলাই হিয়া ঢাকুৰি কান্দিলে ? কান্দিলে তাইৰ স্বামী বিয়োগত আৰু কণাৰ লাখুটি এক মাত্র ছুখুৰ বাবে। তাইৰ চকুৰ আগত ভাঁহি উঠিল এটা অতীত আৰু অনাগত ভৱিষ্যতৰ এখনি ছবি। তাইৰ বিয়া হৈছিল বৰ আড়ম্বৰপূৰ্ণ ভাৱে, তাই তেতিয়া এবাৰ বৰুৱীয়া অবুজন ছোৱালী। তাৰ পিছত এদিন হঠাতে মাকে চকুপানী মচি মচি তাইৰ গলৰ, কাণৰ কেৰুমণি খুৰীয়া কাঢ়ি নি তাইক কলে— তাই বিধৱা হ'ল। কি বিধৱা

তাই বুজা নাছিল, কিন্তু আজি বুজিছে বিধৱা কি ? তেন্তে তাই এতিয়া কৰিব কি ? এই জীয়া যম ভদীয়াটো নথকাহেঁতেন সহজ উপায় বিচাৰি পালেহেঁতেন ।

মানুহে দেখোন কৈছিল, হেলা তোৰ দুখৰ দিন উকলিল । তোৰ গৰ্ভত স্বয়ং কৃষ্ণ গোঁসাইৰ জন্ম । কিন্তু ক'তা ? ই জন্মাৰ দিন ধৰিতো তাই এদিনো শান্তিৰে থাকিব পৰা নাই । তেন্তে কি তেওঁ তাইৰ অগ্নি পৰীক্ষা কৰিছে ? বাৰু···

পথাৰৰ পকা ধান গৰুৰ পেটত সোমাল । নিজৰ গৰু হালৰ হাড়-ছালসোপাহে আছে । হীৰালাল কেঞা দুদিনো কেৰাহিকৈ চাই চাই নওলা মুখেৰে গ'ল । আৰু গাওবুঢ়া ! এই জঞ্জালভৰা গৃহস্থীখন হেলাই চলাই কেনেকৈ । উপায় বিহীনা হেলাই ডেৰকুড়ি টকাত গৰুহাল বেচিলে । তাৰে দহটকা দুখুলৈ পঠাই একুৰি ঋণ হীৰালাল কেঞাক দিলে । আশা হ'ল—ভাল ঔষধ, পুষ্টিকৰ আহাৰ খাই দুখু সোনকালে ভাল হওঁক । ইপিনে লঘোণে উপবাসে থাকি হেলাই শুভদিনৰ ক্ষণ গণিলে ।

দুমাহৰ মূৰত ভাল হৈ দুখু ঘৰলৈ আহিল । নাই গৰু, নাই মাটি । মাহীমাকৰ ওপৰত সংসাৰৰ দায়িত্ব অৰ্পণ কৰি বাহিৰলৈ যাবলৈ থিৰাং কৰিলে । হেলাৰ অন্তৰ কঁপি উঠিল । সৰুতে সাপে খলে কেঁচুলৈকো ভয় । সি দুজনাৰ দৰে তয়ো যদি হেৰাই যায় ! বুকু দাঠ কৰি হেলাই দুখুক এৰি দিলে ।

বাটতে লগ পাই ভেকোৰামে এদিন দুখুক কলে— আপা, বাপেৰাই শ্ৰীকৃষ্ণক জন্ম দিলে, কিন্তু মোৰ টকা হলে নিদিলে । এতিয়া ধাৰ সধাবো মুধা মৰিল । থকা হলে ভাল আছিল, মৰিল । কি কৰিবি মৰিল, মৰিল দে । গাতো ভাল কৰি ল— পিছে পৰেও দিবি, নহলে কেচ কৰিম । ভাৰতীয়েতো কৈছেই, কেচ কৰ । তাৰ কথা শুনিম নে মই ।

বগা দোকানীয়ে— দুখু, অলপ অচৰপ দে । নহলে মোৰ দোকানৰ দুৱাৰ বন্ধ হয় এতিয়া । ইয়াৰ পাঁচ টকা, তাৰ দহ টকা কৰি পাঁচ শমান টকা বাহিৰতে আছে । মাল কিনিবলৈ পইচাই নাই । ডাঙৰ মানুহ বুলি শাস্ত্ৰী, কাকতি, ভাৰতী বাবুৰ তাতে প্ৰায় একশ টকা পাওনা আছে, কোনোৱে নিদিয়ে, ইষ্ট-কুটুম্ব, বন্ধু-বান্ধৱে দোকানখন মাৰিব দেখোন এতিয়া ।

হীৰালালৰ বক্তব্য— দুখু, টকা দিবি ক'ৰ পৰা ? বিলপাৰৰ মাটিখিনিকে দলিল কৰি দে, তয়ে লাগে খাই থাকিবি, কেৱল এটা বিশ্বাস ৰাখিবৰ বাবেহে। নহলে খাতা-পত্ৰ নি কাছাৰীত দাখিল কৰিম।

দুখুৰ শান্তি নাই। শান্তি নাই ঘৰত, শান্তি নাই পথাৰত। দুখু ওলাই গ'ল গুৱাহাটী বুলি। মাহে চাৰি টকা দৰমহাত এখন চাহ-দোকানত চাকৰ থাকিল। কটনা কাটি, ভুঁই কৰি, ধান বান্দি দি, হেলাই কোনোমতে ধাৰখিনি পৰিশোধ কৰাত লাগিল। আজি কালিকৈ ভদীয়াও গৰু ৰাখিব পৰা হ'ল। তাক স্কুলত নাম লগাই দিলে। সি কিন্তু নপঢ়ে। পঢ়া-শুনাত একেবাৰে মন নাই। লগৰীয়া লৰাবোৰৰ স্কুলত আপত্তি, বাবু, মোৰ পেঞ্চিলডাল ভদীয়াই চুৰ কৰিছে। পণ্ডিত বাবু, মই পেচাব কৰিবলৈ যাওঁতে মোৰ নতুন পুথিখন ভদীয়াই কাপোৰৰ তলত লুকুৱাই লৈছে। বাবু, মোৰ নতুন চিলথখন ভদীয়াই ভাঙি থৈছে।

পণ্ডিতে মাতি নি সুধিলে, তাৰ উত্তৰ হ'ল— মই কৰা নাই, মই ভঙা নাই, মই নিয়া নাই। মিছা কথাত পাকৈত।

কলপাত লিখি অনাতো পাঠশালাৰ ছাত্ৰৰ দৈনন্দিন কৰ্ত্তব্য। ভদীয়াই কলপাতত লিখি অনা নাই। পণ্ডিতে সুধিলে— কিয় অনা নাই ?

—সময় নাপালো বাবু

—ঘৰত কি কৰ

—গৰু চাৰো, ভাত ৰান্ধো, মাছ মাৰোঁ; ধৰি……

—মিছলীয়া, তই একো নকৰ। মই তোৰ সকলো কথা জানো। তই দুখুৰ ভায়েক নহয় ? দে হাত দে। ভদীয়াই হাত পাতি দিলত শিক্ষকে বেট মাৰিবলৈ চাই দেখে তাৰ হাত তলুৱাত তামাখু খোৱাৰ চিন।

—বদমাছ, এতিয়াৰ পৰা তামাখুত ধৰিছ নহয় ?

—তামাখু নেখাওঁ বাবু

—আগতে কৃষ্ণক দেখি আৰু কি পাপক লেখি। এই দেখোন তোৰ হাত তলুৱাত তামাখু খোৱাৰ চিন !

—মোৰ হাতত আন মানুহে তামাখু হোপে বাবু, মই নোহোপো। সেই কাৰণেহে মোৰ হাতত দাগ বাহিছে কিজানি।

শিক্ষকজন আচৰিত হ'ল। এই সৰু ল'ৰাজনে এনে ৰহন সানি কথা কব পাৰে। শিক্ষকে চকু ৰঙা কৰি কলে— অঘাইটং, তোৰ হল হাত, আনে খায় তামাখু' তাক খুব কোবালে। এজন ছাত্ৰই কলে—

—বাবু, সি বোলে শ্ৰীকৃষ্ণ হব। আমাৰ গাঁৱৰ মানুহে তাক নামাৰে

—কৃষ্ণৰ লটি-লক্ষণ ইয়াৰ গাত নাই, অৱশ্যে কংস হব পাৰিব

* * * *

—হব ভদীয়াৰ মাক, এই হবলা আমাক পাহৰিয়ে গলি? লেডৌ থকাত মাঘ-বিহুয়ে, বহাগৰ সংক্ৰান্তিয়ে— একঠা চাউল দি সেৱাটি কৰিছিলহি। সি আৰু নাই। বৰ দুখ দি গ'ল। তয়ে বাটটো ৰাখিব লাগিছিল। কেঁড়িয়াবা এদিনটো তামোল চালি এখন খাই আহিব গৈ পাৰ।

ভাৰতীৰ হঠাৎ আগমনত হেলা বৰ আচৰিত হ'ল। ওৰণিখন লৈ লৰা-ঢপৰাকৈ বৰপীৰাখন পাৰি দি সেৱা এটি কৰিলে।

—কিনো যাম প্ৰভু, মোক ৰাণী কৰি থৈ সিজনা গ'ল। শুনিছোঁ হেনো, নোপোৰ-নোবোৱাকৈ ধৰফৰ-চটফটাই আস্পাতালতে মৰিল। যিওবা উকীল প্ৰভুৱে অকণমান ঠাই দিছিল, আপুনি বোলে বাটৰ কুকুৰৰ দৰে খেদি দিলেগৈ— এই বুলি হেলাই চকুপানী টুকিলে।

—ৰামবিষ্টু, ৰামবিষ্টু, কোন শত্ৰুৱে মোৰ বিৰুদ্ধে এনেবোৰ কথা লগাই লোক উত্তলা কৰিছে! আমাৰ উকীলৰ তাত থকাহেঁতেন দুদিনো নাবাছিলহেঁতেন। সি খোলা বাৰাণ্ডাত পৰি আছিল, ময়ে ডাক্তৰক কৈ মিলি কি সুন্দৰ ভাৱে ৰাখি আহিছোঁ। সি থকা হলে সকলো জানিব পাৰিলি হেঁতেন। দুখুক পাই, মই কেনে ধৰণে বুজাই বঢ়াই পঠাইছোঁ। মোক শংকু জ্ঞান নবলিবি হেলা। সেইহঁতৰ ঘৰ মানুহ আমাৰ বহুদিনীয়া মিত্ৰ।

—প্ৰভু, মইতো নিজ চকুৰে দেখা নাই। মানুহে কোৱা কথাহে কৈছোঁ, মনত কোপ ভাৱ নেৰাখিব।

—কৈছ নে? সেইহঁতৰ আমাৰ গাখীৰ-মিঠৈৰ দৰে অভেদ্য সম্বন্ধ। অহা-যোৱা, খোৱা-লোৱা আজিৰ নহয়, বহু পুৰুষ ধৰি চলি আহিছে আৰু থাকিবও, এনেকুৱা মানুহতে কিছুমান শত্ৰুৱে তিলকে তাল কৰি আমাৰ মিত্ৰতা নষ্ট কৰিবলৈ চেষ্টা কৰিছে। তই সেইহঁতৰ কথাত মন-কাণ নিদিবি। এটা

কথা কিন্তু মনত ৰাখিবি ভদীয়াৰ মাক, গুৰুদ্ৰোহীৰ সমান পাপ নাই। ইহকাল, পৰকালে তাৰ নিস্তাৰ নাই এক।

—তেনেকৈ কিয় কয় প্ৰভু, আপোনাৰ গোলাম দুদুখৰি আছে, আশীৰ্ব্বাদ কৰব, ঈশ্বৰে সিহঁত দুয়োকো কুশলে ৰাখক। জহা-যোৱানো কি, আজি নহয় কালি······

—মোৰ ধন-সম্পত্তি সাত শত্ৰুৱে খাব ধৰিছে, তই ইমান কষ্ট ভুগি আছ, অথচ······ মই খবৰ লৈ থাকো— বুজিছ। মই এতিয়া উঠোঁহে হেলা। এবাৰ তই যাবিচোন।

এদিন ভদীয়াক লৈ হেলা ভাৰতীৰ ঘৰত উপস্থিত হ'ল। ভাৰতী-দেৱে কছাৰী ঘৰতে কেজনমান মেলেকিৰ সৈতে মেল পকাই আছিল। অকস্মাৎ হেলাক দেখি— 'ভিতৰলৈ গলে ভাল হয় নেকি?' বুলি কওঁতে হেলাই এখোজ দুখোজ কৰি ভিতৰলৈ গ'ল। এজন মেলেকিয়ে কলে— 'এইজনী হবলা লেডোৰ তিৰী?' আন এজনে মাত দি— 'এওঁ দুটা মতাৰ মূৰ খালে।'

—ভাইগ, ভাইগ ভাই। খাওঁ বুলিনো খাবনে? কপালৰ লিখন নাযায় খণ্ডন। তেনেই ৰূপহী ছোৱালী। ভাৰতীয়ে মেলেকিসকলৰ মন্তব্য শুনি আছিল, মাজতে মাত দি— "বোধহয়, কিবা সুবিধা বিচাৰি আহিছে। মই এইবিলাকক দেখিবই নোৱাৰো। পিছে মোৰ কাম আছে, আজিলৈ মেল এৰো।' মেলেকিসকল দিহাদিহি গ'ল, ভাৰতী ভিতৰ চোতাল সোমাল। দেখে হেলাই ঠিয় হৈয়ে আছে। ভাৰতীয়ে সোণতৰাক মাতিলে। সোণতৰা আহিল। সোণতৰাক কলে— এওঁ বা আজি কোনকালৰ পৰা আহিল, যা সোণতৰা, ভিতৰতে বহিবলৈ দে, কোনোদিনে নহা মানুহজনী আহিছে, অলপ পানীও গৰম কৰ।

আকৌ চাহ! এইমাত্ৰ খাই উঠিছোঁহে। সোণতৰা আচৰিত হবৰ কথাও। ভাৰতীৰ ঘৰলৈ মানুহ আহিলে চাহ কিয়, তামোলখন, ধপাত এচিলিয়াকে নেপায়। কিন্তু মানুহ বিশেষে চাহ কিয়, ভাতো খুৱায়। স্বাৰ্থৰ লগত কথা। সোণতৰাই হেলাক চালে, ধুনীয়া গাভৰু যেন হৈ আছে। পেটে পেটে তিৰস্কা হ'ল যদিও মুখত হাঁহি লৈ— বহাহি বুলি

হেলাক চাৰি এখন আগবঢ়াই দি, সোণতৰা পাক ঘৰত সোমাল।

ভাৰতীয়ে কাঠীৰ চকীখনত বহিল, হেলা ভিতৰত অৰ্থাৎ দুৱাৰ মুখতে বহিল। দুয়োৰো ভিতৰত আলোচনা-বিলোচনা চলিল। এনেতে চাহ দুবাতি আহিল।

—প্ৰভু, তেন্তে এতিয়া উঠোঁহে—বুলি হেলাই এটা পইচা শৰাই খনত দি আঠু লৈ সেৱা কৰিলে। ভাৰতীয়ে আশীৰ্ব্বাদ এজোলোকা দি ভিতৰ সোমাই সোণতৰাক কলে— এওঁ যদিও মুখেৰে একো কোৱা নাই, এওঁক কিবা লাগে। মোৰ হাতত পইচা নাই, চাউলকে অলপ দে। আহোঁতেই মই বুজিছো। টোপোলা এটা সোণতৰাই হেলাৰ হাতত তুলি দিলে।

—প্ৰভু, গোঁসাই পুৰোহিতক দিবলৈহে লাগে, নিয়াতো···

—তোমাৰ দুখৰ কথা শুনি মোৰ অন্তৰ পমি গৈছে। অন্তৰৰ পৰাই দান কৰিছোঁ। আৰু আহিবা, আহি থাকিবা।

হেলা গ'ল। সোণতৰা ভাৱত তন্ময় হ'ল? ভাৰতীয়ে যদিও কথাত ৰহন লগাইছে, সোণতৰাই কিন্তু ভাৰতীক হাড়ে-হিমজুৱে চিনি পাই। ভাৰতীৰ বদনাতা দেখি সোণতৰা আচৰিত হ'ল··· আৰু হিংসাও। হেলা সঁচাকৈয়ে ৰূপহী। তাতে যুৱতী··· ল'ৰা এটাৰ মাক। যদি ভাৰতী আৰু হেলাৰ···। তেন্তে কি মোক ভাৰতীয়ে প্ৰবঞ্চনা কৰিব?

সোণতৰা বিধবা। সংসাৰত একেজনী মাত্ৰ তাইৰ ছোৱালী। ভাৰতীৰ পৰিবাৰৰ সৈতে সোণতৰাৰ প্ৰীতি-সম্ভাৰ আছিল। আজিও সোণতৰাৰ মনত আছে। ভাৰতীৰ পৰিবাৰ জয়মতী আই ঘৰত নাছিল, মাকৰ ঘৰলৈ গৈছিল। যোৱাৰ সময়ত কৈ গৈছিল—সোণতৰা, মই দুদিন মান মাইৰ ঘৰতে থাকিম। ভাই পোৱ চূড়াকৰণ। দুমোণ ধান আছে, বানি-কাঢ়ি দিবিহি।

দৰিদ্ৰ পৰিয়ালৰ বোৱাৰী সোণতৰা। ঘৰে ঘৰে কটনা কাটি খোৱাত কৈ যেতিয়াৰ পৰা সম্ভ্ৰান্ত পৰিয়াল ভাৰতীৰ ঘৰতে ইটো-সিটো কাম-বন কৰি পেট প্ৰৱৰ্ত্তন কৰি আছে। সিদিনা বৰ বৰষুণ আছিল। ঘৰত কোনো নাছিল।

তামোল এখন লৈ সোণতৰাক ভাৰতীয়ে তেওঁৰ শোঁৱনি কোঠালৈ মাতি নিছিল। তায়ো একো বেয়া ভাৱ নেভাবি গৈছিল। কিন্তু কি সৰ্ব্বনাশ সিদিনা। তাইৰ শক্তি হেৰাই গৈছিল। নাৰীত্বৰ ভীষণ পৰাজয় ঘটিছিল।

তাইৰ স্বামী মৰিল। তাইৰ কলুষিত জীৱনৰ সঙ্গ নিষ্পাপ স্বামীয়ে হয়তো সহ্য কৰিব নোৱাৰিলে। ঘৃণা কৰিলে, এৰি গ'ল। তেতিয়াৰ পৰাই এই পশুৱে আৰু সুবিধা পালে। আই জয়াই কিন্তু সন্ধেদ পাইছিল। লোক অপযশ, লোক-নিন্দাৰ ভয়ত,— চিঞৰি চিঞৰি নকৈ তেওঁ চকুৰ ধাঁৰত, মুখৰ ভঙ্গিমাত, আচাৰ-ব্যৱহাৰত মোক বুজাই দিছিল। তাৰ পিছৰ পৰাই আই জয়াই মোক এইখন ঘৰৰ সৈতে একেবাৰে বিচ্ছিন্ন কৰি দিলে।

এদিন গভীৰ অন্ধকাৰ ৰাতি, ভাৰতী মোৰ অতিথি হল। কিমান কাকুতি-মিনতি কৰিছিলো মই, তেওঁক নাহিবলৈ। কিন্তু ক'তা, তেওঁ নেমানিলে। এনেদৰে তেওঁ বহুনিশা মোৰ আলহী হৈছিল। এদিন আমাৰ ডেকা ডুজনমানে ভাৰতীক ধৰিছিল, কিন্তু চৈতানে সাৰি গুচি গ'ল। জয়মতী হ'ল তেওঁৰ অন্যতম প্ৰতিদ্বন্দী। তেওঁকো মৃত্যুৰ মুখলৈ ঠেলি দিলে··· এই চৈতানে। কিন্তু মানুহে আজিও কয়··· ভাৰতী আৰু সোণতৰাই ভাতৰ লগত বিষ মিহলাই জয়মতীক হত্যা কৰিছে। হে প্ৰভু! এনে পাপ কৰ্ম্ম মই কৰা নাই, যদি কোনোজনে মোত আসক্ত হৈ কৰিছে, তাৰ বাবে জানো মই দায়ী ?

এই কামান্ধ পশুৱে আৰু নতুন বেহা কৰিবৰ চেলু বিচাৰিছে কিন্তু ময়ো সোণতৰাহে। আৰু সহ্য নকৰিম। হেলা, তই ৰূপহী যুৱতী তোৰ এটা উজ্জ্বল ভৱিষ্যত আছে। নৰকৰ পথলৈ নাহিবি···। সোণ-তৰাই আমন-জিমনকৈ অতীতৰ ছবি এখন আগত লৈ বহি আছিল, এনেতে তাইৰ কাণত পৰিল 'সোণতৰা'। তাই উচাপ খাই উঠিল।

—সোণতৰা, তই চকু মুদি কাম কৰ নেকি? এই তুঁহৰ দমটো জাঁতৰ কৰিবলৈ ৰাতিপুৱাই কলো। তিনিদিন ধৰি কাঠৰ টুকুৰাবোৰ ইয়াতে পৰি থাকিল। চোতালখনৰ চাৰিটা চুক, দুটালৈ বাঢ়নি যায়, দুটালৈ নেযায়। কাম কৰিবৰ ইচ্ছা আছে নে নাই? যদি নাই···

বাকীখিনি সোণতৰাৰ কাণত নোসোমাল। ভাৰতীয়ে ভোৰ-ভোৰাই গুচি গ'ল। ভাৰতীৰ পৰা এনে কৰ্কশ, কটু বাক্য সোণতৰাই কোনো দিনেই শুনা নাছিল।

ডুবি গ'ল, ডুবি গ'ল কৰ্ম্মক্লান্ত ৰবি, ধীৰে ধীৰে নামি আহে এন্ধাৰ যামিনী। সোণতৰাৰ জীৱনলৈকো এন্ধাৰ নামি আহিব ধৰিছে। সোণ-তৰা আকৌ ভাৱত তন্ময় হ'ল। —এদিন ৰাতি ডুপৰত এদল দস্যুয়ে তাইক আক্ৰমণ কৰিলে। তাইৰ ঘৰ-দুৱাৰ ভাঙি লণ্ড-ভণ্ড কৰিলে। প্ৰাণৰ ভয়ত খুব চিঞৰিছিলো। এই বাতৰিয়ে গাওঁখনত আতঙ্কৰ সৃষ্টি কৰিছিল। মোক সহায় কৰিবলৈ ভাৰতী আগ বাঢ়ি আহিল। পঞ্চা-য়ত বহিল। সাধাৰণ মাটি-ভেটি ডোখৰৰ বাবে মোৰ দেৱৰ মমতে এনে উপদ্ৰৱ কৰা বুলি পঞ্চায়তে সন্দেহ কৰিলে। পঞ্চায়তে ৰায় দিলে— এজনী নিঃসহায় বিধবাৰ, দুৰ্ব্বলা বিধৱাৰ ওপৰত এনে অত্যাচাৰ কৰাতো অন্যায় হৈছে। এনে নিৰ্ম্ম আৰু অমানুষিক ঘটনা আৰু সংঘটিত হব পাৰে। এই আশঙ্কাৰ পৰা হাত সাৰিবলৈ এটাই উপাই আছে— যিহেতু ওচৰ-পাজৰৰ মানুহে ৰাতিখন সোণতৰাক সহায় কৰা নাই, গতিকে তাই নিঃসহায়। তাইৰ নিৰাপত্তাৰ আৱশ্যক। এই কাৰণে তাইক এই ঠাইৰ পৰা স্থানান্তৰ কৰা হওক। ভাৰতী প্ৰভুৰ এবাৰীখন এনেয়ে পৰি আছে, প্ৰভুয়ে জীৱিত কাল ছোৱাৰ বাবে সোণতৰাক তাতে থাকিবলৈ দিয়ক। ৰাইজৰ অনুৰোধ প্ৰভুয়ে ৰাখিব।

ৰাইজৰ হৈ প্ৰভুৱে এই ভঙা-চিঙা ঘৰটোকে তাতে নি তুলি দিব।

মমতশীলৰ ঠাইৰ নাটনি। তেওঁক মাটিৰ আৱশ্যক। সোণতৰাৰ মাটিডোখৰ মমতক ৰাখিবলৈ সুবিধা দিয়া হওক। জমীৰ মূল্য বাবদ একুড়ি পাঁচ টকা ৰূপ মমতে পাছে-পৰেও দিব।

পঞ্চায়তৰ বিচাৰ আৰু নিৰ্ণয়বোৰ সঁপোন সঁপোন যেন লাগিছিল। মানুহে মানুহৰ বাবে কি কৰিব নোৱাৰে। ইমান দয়া-মমতা মানুহৰ অন্তৰত থাকিব পাৰে! পিছতহে বুজিব পাৰিলোঁ— এই নৈশ দস্যু-বোৰ ভাৰতীৰ ভেৰণীয়া দস্যু আৰু পঞ্চায়তৰ বিচাৰসকলো ভাৰতীৰ মায়াজালৰ চিকাৰ। নিশা মোৰ আলহী হোৱাত— আগন্তুক ভীষণ

বিপদৰ সন্মুখীন হব ভাবি ভাৰতীয়ে মোক তেওঁৰ ওচৰতে ৰাখি নিশ্চিন্তক হোৱাৰ বাহিৰে একো নাছিল। পঞ্চায়তে যেতিয়া এৰাবাৰীখন খুজিছিল ভাৰতীয়ে 'নহব, নোৱাৰো' বুলি আপত্তি উঠাইছিল। পঞ্চায়তে যেনিবা বৰ কাকুতি-মিনতি কৰাত সন্মত হ'ল। মমতক মোৰ মাটিড়ৰা দি চুবুৰীয়া সকলক ভালৰি বোলোৱাৰ বাহিৰে, একো নাছিল। এই আটাই-বোৰ চক্ৰান্ত— কূটনীতি বিশাৰদ ভাৰতীৰ।

আৰু আজি! দুষ্টলোকে এনেদৰে নানা তোষামোদ কৰে, অভিলাষ সিদ্ধিৰ কাৰণ; কাৰ্য্য সিদ্ধি হলে পাচে, মাতিলেও নাহে কাষে, দেখিলেও কৰে পলায়ন। এতিয়া তাৰ কাৰ্য্য সিদ্ধি হৈছে। দিনে-নিশাই মোক আঁত-ৰোৱাৰ চেষ্টা। নতুন প্ৰেমিকা পালে পুৰাতন কিবা প্ৰয়োজন!

মই বুজিছোঁ। হেলাৰ ৰূপ-যৌৱনে তোক মতলীয়া কৰিছে। তাইকো পাশাবদ্ধ কৰিবৰ চেষ্টা কৰিছ? কিন্তু মইয়ো সোণতৰাহে? তোৰ সকলো দুৰ্ব্বলতা, নাৰি-ভুঁৰি, প্ৰত্যেকডাল শিৰা-উপশিৰা মোৰ জনা আছে। তই মোৰ চকুত ধৰা পৰিছ— ভাৰতী। হেলাৰ পিনে অগ্ৰসৰ হলে তোৰো সৰ্ব্বনাশ জানিবি। কিন্তু মই কৰিম কি? মই অসহায় নাৰী। এমুঠি ভাত, এদুখৰি কাপোৰৰ বাবেতো মোৰ নাৰীত্ব, সতীত্ব, এই নৰাধমৰ ওচৰত জানি বুজিও বিক্ৰী কৰিছোঁ। বাধ্য হৈছো, বাধ্য কৰাইছে। হেলাও যদি··· ?

* * * *

কাতিমাহ পৰিছে। ধানবোৰে পক ধৰিছে। আৰু দুদিনমান গলে কাতিয়ান শালি কাটিবৰ হবই। বাম মাটিত কাতিয়ান শালি খেতি কৰাবোৰে কাটিব ধৰিলে। গাওঁখনত সকলোৰে টান।

হেলায়ো যোৱা কালিৰ পৰা একো খোৱা নাই। কোনেও নাজানে। কাৰ ওচৰলৈ যাব, সকলোৰে একে দশা। গাওঁবুঢ়াৰ তালৈ গ'লে দিব, কিন্তু এটা ফুটা কড়িও ঋণ পৰিশোধ কৰিব পৰা নাই। গলে কিন্তু এতিয়াও দিব, ভাল মানুহৰ কথা ভাল। আৰু ভাৰতী প্ৰভুয়েও কৈছিল— 'মোৰ অপাৰ ধন-সম্পত্তি সাত শতকৰে খাইছে··· আছি থাকিবি। তহতৰ ঘৰ আৰু আমাৰ ঘৰ গাখীৰ মিঠৈৰ সম্বন্ধ।'

কিবা এমুঠি পাম বুলিয়েই হেলা বামুণপাৰালৈ গ'ল। কান্তক কোৰ এখন লৈ এজন চাকৰ চোতালৰ পৰা ওলাইছেহে মাথোন। তাকে সুধিলে— প্ৰভু ঘৰত আছেনে ?

মানুহজনে কথাৰ উত্তৰ নিদি তাইক আগৰ পৰা গুৰিলৈকে চাই কলে— আছে হব পায়।

তেনেদৰে চোৱা বাবে তাইৰ কিন্তু লাজ লাগিছিল। তাইৰ ইচ্ছা হৈছিল উভতি যাবলৈ। তথাপি তাই এখুজি, দুখুজিকৈ গৈ চোতাল পালে! সৰু ল'ৰা এজনে চোতালত কিবা কৰি আছিল। সুধিলে— বাপা, প্ৰভু আছেনে ?

'শুই আছে'

'কোন অ মামক ?' মামক মানে ভাৰতীৰ গৰখীয়া ল'ৰা। লগে লগে ভাৰতীয়ে মূৰ দাঙি চাই হেলাক দেখি— অ' হেলা দেখোন। আহা, আহা

—প্ৰভুৰ অসুখ বৰ বেছি নেকি ?'

—পানী লাগিছে। মূৰৰ বিষ, এপাছিমান গধুৰ। সৌ মূঢ়াটোতে বহা

—নাই নবহো, যাওঁহে—

—ইমান সোণকালে যোৱানে ? কি কথা, কিয় আহিছা কোৱা। কথা-বতৰা পাতিলে কিজানিবা ভাল পাওঁ, এনেয়ে মন মাৰি পৰি থকাটোও বেমাৰ। মামক মূঢ়াটো দে। গৰু কেইটাক পানী খুৱালি নে কুকুৰ।

মামকৰে মূঢ়াটো দিয়েই— লৰ মাৰিলে পথাৰ বুলি। হেলা বহিল।

—হেলা, ধন-সম্পত্তি, ঐশ্বৰ্য্য-বিভূতি অপাৰ। কিন্তু দুৰ্ভগীয়া মই। অসুখ-বিসুখ হলেও প্ৰতিপাল কৰোঁতা কোনো নাই। বৰ কষ্ট পাওঁ।

—সিদিনাযে দেখিছিলো— তিৰোতাজনী ?

—বদমাচ তিৰোতা তাই। আহিৰ গধূলি। মোৰ ঘৰৰ বাহিৰা কাম কৰা তিৰোতা তাই। উঃ··· বুলি ভাৰতীয়ে বাগৰ সলালে। হেলা মনে মনে বহি আছিল। এনেদৰে অলপ সময় পাৰ হ'ল। হেলাই কওঁ খুজিছিল— 'প্ৰভু, মই যাওঁহে—' কিন্তু হঠাতে ভাৰতীয়ে কলে— হেলা

মূৰত হাতখন দি চাচোন— অব কিমান—

—মই, ম···ই! হেলাৰ মাত হেৰাল।

—মই তোৰ পুৰোহিত— মই অনুমতি দিছোঁ—

হেলাই হাতখন নিজৰ মূৰত মচিলে। ইফালে-সিফালে চাই দিওঁ নিদিওঁকৈ ভাৰতীৰ ভৰিত হাত দি চালে আৰু কলে—'প্ৰভু, তেনেই চেঁচা··

—মৃত্যুৰ আগ মুহূৰ্ত্তত মানুহৰ শৰীৰ চেঁচা হয়েই— তেনেহলে মূৰটোত চাচোন, বুলি হাতখনত ধৰি মূৰত লগাই দিলে। হেলা কঁপি উঠিল।

—হেলা মূৰটো অলপ পিটিকি দে জানোচা অলপ ভাল পাওয়েই।

হেলা ভয়ঙ্কৰ বিপদত পৰিল। এতিয়া তাই কৰে কি? কি কুলক্ষণত তাই আজি আহিছিল। ভয়ে ভয়ে হেলাই মূৰটো টিপি দিলে ভাৰতীয়ে চকুমুদি কল্পনা ৰাজ্যত উটি-বুৰি ফুৰিল। এবাৰ তল পৰে আৰু এবাৰ ককৃবকাই ভুঁহি উঠে।

—উঃ কি স্বৰ্গ সুখ হেলা— বুলি হেলাৰ হাতখনত ধৰিলে। ভাৰতীয়ে হেলাৰ হাতখন টানি আনি ভাৰতীৰ বুকুৰ ওপৰত ৰাখি কলে— মোৰ বুকুখন চাচোন হেলা, কেনেদৰে ধপধপাব ধৰিছে। ভিতৰত ভীষণ হাহাঁকাৰ শুনিছ?

এনেতে বাঁহৰ পৰা এটা পাৰচৰাই উৰা মাৰিলে— তাই চক খাই উঠিল।

—ক'তা একো নাই দেখোন প্ৰভু?

- বাহিৰত একো নাই সচাঁ, কিন্তু ভিতৰত আছে?

ভাৰতীয়ে পুনৰ চকু মুদিলে। কাম, ক্ৰোধ, লোভ, মোহৰ তুমুল সংগ্ৰামত ভাৰতী পৰাভূত হ'ল। কাম, লোভ, মোহৰ জয়ঢোল বাজি উঠিল।

—হেলা, আহ, মোৰ বুকুখন জোৰে হেচি দে, নহলে এতিয়া ফাটি চুকাল হৈ যাব— হেলাক জোৰেৰে বুকুৰ মাজ'ল টানি আনিবৰ চেষ্টা কৰিলে। হেলা মেৰুদণ্ড পোনাই বহি আছিল— প্ৰভু, আপুনি সজ, জ্ঞানী— মই মূৰ্খ অজ্ঞানী। ই-কি, প্ৰভু, মোক এৰি দিয়ক— ছিঃ—ছিঃ। ভাৰতীয়ে হেলাক সাৱটি ধৰিছিল। দুদিন অনাহাৰে থকা হেলাৰ

চেতনা শক্তি লোপ পাইছিল হয়, কিন্তু নোৱাৰিলে। ভাৰতীৰ দুবাহুৰ কবলৰ পৰা মুক্ত হবলৈ হেলাই আপ্ৰাণ চেষ্টা কৰিলে। নাৰী শক্তিৰ জয় হ'ল। এই শক্তি হেলাই ক'ৰ পৰা পালে? ভাৰতীক গতা মাৰি দিলে— শোৱাপাটিৰ পৰা মাটিত বাগৰি পৰিল। এই ছেগতে হেলা পলাল।

ভাৰতীৰ হিতাহিত জ্ঞান লোপ পাইছিল। লাজে-ভয়ে ভাৰতী কঁপিবলৈ ধৰিলে। কি অভাৱনীয় কাণ্ড ঘটিল। যদি মানুহে··· ! ভাৰতী প্ৰতিহিংসাত আৰু জ্বলি পকি উঠিল। এই অপমানৰ প্ৰতিশোধ লবই লাগিব।

সোণতৰা আহি দেখে, গম্ভীৰ মূৰ্ত্তি ধাৰণ কৰি ভাৰতী বাৰাণ্ডাৰ চকীত বহি আছে। ৰুদ্ৰমূৰ্ত্তি দেখি, সোণতৰাৰ ভয় হৈছিল। কি হল? সোণতৰাই ভয়তে নেমাতি বাৰীলৈ গ'ল। মামকক দেখি সুধিলে— মামক, প্ৰভুৰ কি হৈছে অ'?

—সিদিনা যে আহিছিল, কলিতাপাৰাৰ মগনীয়া তিৰোতাজনী, আজিও আহিছিল। এই মাত্ৰ তাই দৌৰি দৌৰি চোতালৰ পৰা ওলাই গৈছে। এইখন তাইৰ মোনা, আওচলীয়াত পৰি আছিল।

সোণতৰাই জোলোঙাখন কাপোৰৰ তলত লুকুৱাই ললে। তাইৰ বুজিবলৈ বাকী নাথাকিল, তাইৰ দৰে হেলাও এমুঠি চাউলৰ বাবে আহিছিল, কিন্তু······?

সোণতৰাই দেখে ব্যৰ্থ চিকাৰীৰ নিচিনা প্ৰভুৰ মূৰ্ত্তি হৈ ভাৰতীয়ে চকীতে বহি আছে।

## সাত

—সকলোৱে মাক-পিতাকৰ শ্ৰাদ্ধ কৰে, আমাৰ এওঁৰহে ধৰ্ম্ম-কৰ্ম্ম একো নাই। ভেকোবায়ে বৰ ব্যস্তভাৱে ছাগলী বন্ধা পথা পকাই আছিল।

ৰবিহনাৰ মাকৰ কামলৈ নিমন্ত্ৰণ পোৱা বাবে গেন্ধেলীয়ে ভেকো-ৰাম গাওঁবুঢ়াৰ কাণত পৰাকৈ কথাষাৰ কয়।

—কিয় মাক-পিতাক মৰিলে তিথি হয়, আমাৰ পিতা কোন দিনা মৰিছিল, কি তিথি আছিল কব পাৰ জানো ! তিথি মিলিলেহে বোলে শ্ৰাদ্ধ হয়।

—নিজৰ পিতাক মৰিছে আৰু মইহে তিথি ৰাখিব লাগে। কিয় সিদিনা বৰ বতাহ হৈছিল নহয় ? ভৰা-পিতা বৰষুণো দিছিল। এইবাৰো বতাহ আৰু টান বৰষুণ দিলে তিথি হব। সিদিনাই শ্ৰাদ্ধ পাতিব।

—হেৰ' তোৰ কথা শুনিলে মানুহে হাঁহিব,

গাওঁবুঢ়াৰ কথাত তাই প্ৰতিবাদ সূচক সুৰত— মোৰ মনত নাই জানো। বতাহত ঘৰ পৰি সিদিনা পণ্ডিতৰ মাক মৰিছিল ? এতিয়াও যদি বতাহত ঘৰ ভাঙে সিদিনাই তিথি হব।

—হেৰৌ, পেক্‌পেকাই নাথাকিবি। তাকে তিথি নকয়, একাদশী ৪ৰ্থী এনেবোৰহে তিথি হয় ? মোক গামোছাখন দে ; মই পণ্ডিতৰ তালৈ যাওঁ— বুলি গাওঁবুঢ়া ওলাল। নঙলামুখৰ পৰাই গাওঁবুঢ়াই আতাহ পাৰি পণ্ডিতক কলে— আপোৰ মাকে বোলে পিতাৰ শ্ৰাদ্ধ কৰে, আপুনি কব পাৰে নহয়, আপোনাৰ মাক মৰাৰ সময়তে আমাৰো পিতা মৰিছিল।

কৃষ্ণ একাদশীত পণ্ডিতৰ মাক মৰিছিল। ঘৰলৈ আহি ভেকো-ৰামে কলে— শুনিছনে বোলো, কৃষ্ণ একাদশীত পণ্ডিতৰ মাকৰ শ্ৰাদ্ধ, আমাৰ পিতাৰো শ্ৰাদ্ধ সিদিনাই।

—লেভোৰ ল'ৰা জন্মিছিল দেখোন ভুঁইবোৱা বতৰতহে।

—তই বৰ গোট গৰু অ'। সেইটো কৃষ্ণ অষ্টমীহে, কৃষ্ণ একাদশী নহয়। অহা শনিবাৰেই তিথি।' পিছে চাউল পাতি হব জানো ?

—বোকাধানৰ চাউল দুমোণমান আছে, জহাচাউলও এপাচিমান হব, বানিলে কাঢ়িলে আৰু হব কিজানি।

—সিবিলাক তইহে জান। মই ভাৱৰীৰ তাৰে পৰা আহোঁ

এজন বামুণ লাগিব নহয়। ঠিক ভাগ কৰি আহোঁগৈ।

পলম নকৰি গাওবুঢ়া ভাৰতীৰ তালৈ গ'ল। কেইজনমান মানুহৰ সৈতে ভাৰতীয়ে চ'ৰাঘৰতে বহি মেলমাৰি আছিল। ভেকোক দেখি মেলকি-সকল উঠি গ'ল। ভেকোৱে কলে— ভাৰতী মোৰ পিতাৰ শ্ৰাদ্ধ শনিবাৰে। তুমি আমাৰ কাজখন কৰি দিব লাগে। ওচৰতে থকা বেঞ্চখন দেখুৱাই দি ভাৰতীয়ে চিন্তা কৰিলে। নিমাত থকা দেখি ভেকোৰামে পুনৰ কলে— 'মই পলম কৰিব নোৱাৰো – তুমি যাব লাগিব কিন্তু

—আমাৰ পাঁচ-গঞা বামুণ সমাজে মোক সভাপতি পাতিছে, মযে যদি তোৰ ঘৰলৈ গৈ শ্ৰাদ্ধ কৰো······

—ভালেই হ'ল। তোমালোকৰ সব বামুণ যাব। গাওবুঢ়া পৰো-য়াই কৰা মানুহ নহয়। কিমান খাবহে?

—কিন্তু ভাবিছোঁ

—কিন্তু আৰু কি— ? ভেকোৰামে ভাৰতীৰ মুখৰ ফালে চাই থাকিল।

—গাওবুঢ়া অলপ ভাবিব লগীয়া কথা এটা আছে

—মুখ মেলোতেই গৰ্ভ দেখা পাইছো। মানে আমি কছাৰী মানুহ আৰু তহঁত ডাঙৰ জাতৰ বামুণ, এয়েতো।

—ৰবা খং কৰা কিয়, আমি হলো বেদৰ অধীন, তথাপি তোমাক বামুণ এজন দিম। কিন্তু মই হলে···

—তহঁতৰ বেদ মই জানো ভাৰতী। নাপিতৰ লগত জাৰজ সন্তান জন্ম দি সান্দহৰ পাচিত ভৰাই······দলৈ, কবিৰাজ, শাস্ত্ৰী তহঁত আটাইকে মই জানো।

—ৰবা, ৰবা, বৰ খং খাইছা দেখোন

—তহঁতৰ দৰে পুৰোহিত মোক নালাগে। মোৰ পিতা উদ্ধাৰ নহওক লাগে। জান, গোঁসাই প্ৰভুৰ ওচৰত মই শৰণ ধৰ্ম্ম লৈছোঁ। মই শৰণীয়াহে। কিন্তু গাহৰি পোহো আৰু খাওঁ। গোঁসাই প্ৰভুয়ে কি হৈছে জানা, যাৰ যিটো খাদ্য তাক খালে ধৰ্ম্ম নষ্ট নহয়।

পাহাৰত আমাৰ হিন্দু জাতৰ মানুহে বোলে গৰু খাই, সেই বুলি

সিহঁত মুছলমান হবনে ! প্ৰভুৱে কৈছে— চুৰ কৰি নাখাবা, যি খোৱা দেখাদেখিকৈ খাবা। মনে যদি চুৱা বুলি কয় নাখাবা। প্ৰভু ঈশ্বৰক পোৱা হলে, তহঁতৰ দৰে বামুণৰ দ্বাৰা কৰ্ম্ম নকৰিলোহেঁতেন— তহঁতৰ মুখ আৰু পেট বেলেগ। সিদিনা ধেনুকুলানন্দ নে চম্বুকুলানন্দ বুলি বঙালৰ পৰা সন্যাসী এজন আহিছিল, তেওঁ কি কৈছে জান ? তহঁত অসমীয়া মানুহ নহয়। বড়ো, কছাৰী, ৰাভা, মিকিৰ আদিহে অসমৰ আচল মানুহ। তহঁত পিছতহে আহিছ। ৰজা বোলে আমাৰহে আছিল। তেওঁ আমাক তেওঁৰ ধৰ্ম্ম দিব খুজিছিল, পিছে আমি প্ৰভুৰ ধৰ্ম্ম ধৰিছো ! তকেই লৈ থাকিম। বঙালৰ ধৰ্ম্ম আমি কিয় লওঁ ?

কথাখিনি কওঁতে ভেকোৰাম ৰঙা পৰিছিল। এবাৰ বহে, এবাৰ উঠে। ভাৰতীৰ কিন্তু ভয় হৈছিল। বু-বা একো মাত্‌ নাছিল। গাওঁ-বুঢ়া উঠিল— ভাৰতী মই যাওঁ— বেয়া-চেয়া নাপাবি আৰু

—বাৰু যোৱা, মইয়ো চিন্তা কৰি চাওঁ— তিনি দিন সময় আছেই।

খণ্ডৰ কোবত ভেকোৰাম ঘৰলৈ আহিয়েই গোন্দলীক কলে— শাহু-শহুৰেৰৰ শ্ৰাদ্ধ কৰিব খুজিছ হয়, এতিয়া তেওঁলোকক স্বৰ্গৰ পৰা নমাই আনিবলৈ আমাৰ ঘৰলৈ বামুণ নাহে, এতিয়া কি কৰ ?

পিতাকৰ কথাত হৰিনে মাত দি— ভালেই হল, সিখিনি পইচাৰে দুখীয়া-নিচলাক খুৱাবা। আমাৰ কিছুমান ভুল আছে। বিয়া-সবাহত ডাঙৰ ডাঙৰ জাত, বাবু-ভায়া সকলকহে খুৱাই, দৰিদ্ৰ, দুখীয়াক কুকুৰ-মেকুৰীৰ দৰে ব্যৱহাৰ কৰে। চহৰতো দেখিছো— একে কথা। এইটো আচল ধৰ্ম্ম নহয়। মোৰ বোধেৰে খাব নোপোৱাক পেট পুৰাই খুৱাব লাগে— তেহে ধৰ্ম্ম হয়।

—তই গৰীবৰোৱক খুৱাবি। মই বাধা নকৰো, কিন্তু মই হলে এই পাঁচ গাৱঁৰে বামুণ আনি শ্ৰাদ্ধ কৰিম। দেখিম গুণগোবিন্দ ভাৰতী কিমান দ পানীৰ মাছ।

এই বুলি ভেকোৰামে মধু পাঠকৰ ঘৰ পালেগৈ। মধু পাঠক গাঁৱৰে নাগৰা নামৰ পাঠক। গোঁসাই প্ৰভুৰ শিষ্য। ভেকোৰামে ভাৰতীৰ লগত হোৱা তৰ্ক-বিতৰ্কৰ কথা ভাঙি-পাতি কলে। পাঠকে উত্তৰত কলে—

গাওঁবুঢ়াকা, ৰতি শৰ্ম্মাক জানা নহয় ? মই জানো, তেওঁ সাধু, সৰল নৈষ্ঠীক বামুণ। সেই কাৰণে নিৰ্ভীক। মোৰ বোধেৰে তেওঁ আহিব। দুখীয়া মানুহ তেওঁকে দুপইচা দিয়া— তোমাৰ ধৰ্ম্ম হব।

—ভাৰতী বামুণৰ পূব ফালে বাঁহৰ তলৰ ঘৰটো নহয় জানো ?

—অ'

—তেওঁ দেখোন ভাৰতীহঁতৰে ভাগী-জ্ঞাতি। আহিব জানো ?

—আহিব। সংস্কৃতত পণ্ডিত মানুহ নহব পাৰে, কিন্তু জ্ঞানী। মইয়ো যাওঁ বলা !

এই বুলি পাঠক আৰু ভেকোৰাম গাওঁবুঢ়া গধূলি পৰতগৈ ৰতি শৰ্ম্মাৰ ঘৰত উপস্থিত হ'ল। ৰতি শৰ্ম্মাই তেতিয়াও গাত পানী দিয়াই নাই। দুয়োজনক দেখি— অ' গাওঁবুঢ়া আৰু পাঠক দেখোন। 'বহা, বহা' বুলি ঢাৰি দুখন আগবঢ়াই দিলে। পাঠকে বোলে— দেউৰ গাত এতিয়াও পানী পৰাই নাই— ৰাতি আৰু দিনৰ দুসাজক এসাজ কৰিব যেন পাইছো ?

.—সিবোৰ বহুতো কথা পাঠক। হাল বাব নোৱাৰো জাত যায়। খুজিবও নোৱাৰো লাজ লাগে, নাই শিষ্য যজমান, নাই মাটি-জমী, আমোৰ দৰে মানুহৰ মৰণ হৈছেহে।

—আমি আহিলো আপোনাক নিমন্ত্ৰণ দিবলৈ। পৰহি গাওঁ-বুঢ়াৰ পিতাকৰ শ্ৰাদ্ধ। পাঠকৰ কথাত ৰতি শৰ্ম্মাই সুধিলে—আমাৰ দৰে

দৰিদ্ৰ বামুণৰ দ্বাৰা জানো শ্ৰাদ্ধ সিজিব। ডাঙৰ ডাঙৰ পণ্ডিত বামুণে যা· যদি ওফন্দি পৰে।

কিন্তু মই হলে আপোনাক গুৰু পুৰোহিত বুলি ধৰিলো। কথা হ , আপোনাকৰ বোলে কিবা পাঁচ-গঞা সমাজ আছে, এৰাব পাৰিব জানো ? যদি কিবা দায়, জগৰ লাগে ?

ভেকোৰামৰ কথাত ৰতি শৰ্ম্মাই— গাওঁবুঢ়া, কথাত বাঢ়ে কথা মথনিত বাঢ়ে ঘিউ। সিদিনা চৌধুৰী মৌজাদাৰৰ বাপেকৰ আদ্যশ্ৰাদ্ধ হল। নিমন্ত্ৰণ কৰিলে— গলো। কবিৰাজ, শাস্ত্ৰী, দলৈ আৰু ভাৰতীহঁত ভিতৰ চোতালত বহিল, আমি মানে দুখীয়া বামুণসকলক বহিব দিলে বাহিৰত।

তেওঁলোকে মাখন নকটা দৈবে আৰু আমি পনীয়া দৈবে জলপান পালো। দক্ষিণাও তেওঁলোকে হেনো পালে এটকাকৈ আমি দুঅনাকৈ। এয়ে হ'ল বিচাৰ, তুমিতো মুছলমান নোহোৱা কছাৰী হলেও হিন্দুহে। তুমিতো মোক চাউল সিজোৱা নিদিয়া, জলপানহে খুৱাবা। তাতে যদি জাত যায়··· যাবলৈ দিয়া। মই হলে যাম যোৱা।

ৰতি শৰ্ম্মাৰ কথাত গাওঁবুঢ়াই বৰ আনন্দ পালে। তথাপি সন্দেহৰ সুৰত পাঠকক সুধিলে— এই দুৰ্মতি গুণগোবিন্দই যদি কিবা ফন্দি কৰে। তেনেহলে মস্কিল হব।

—ভয় নাখাবা। এওঁ ইমান কম ধতুৱা মানুহ নহয়। তথাপি মই খবৰ ৰাখিম।

শ্ৰাদ্ধৰ দিনা সময়মতে ৰতি শৰ্ম্মা আহিল। গাওঁবুঢ়াৰ ঘৰ ইষ্ট-কুতুম্ব, ভাই-ভাগী, বন্ধু-বান্ধৱেৰে ভৰি পৰিল। গাওঁৰ ডেকা ছামো শ্ৰাদ্ধৰ থলিত জুম বান্ধিছেহি। শ্ৰাদ্ধ আৰম্ভ হ'ল। ভেকোৱে বাজান গৰু এটা ৰভাৰ খুটাত বান্ধি থৈছে, শৰাই এখনত ধুতি-চাদৰ, গামোছা তাৰ ওপৰত পাঁচটা সিকা ৰূপ আৰু এটা সোণৰ সিকি। এইবোৰ দেখি ৰতি শৰ্ম্মাই প্ৰশ্ন কৰিলে— গাওঁবুঢ়া, আজিতো পিতাৰাৰ আদ্য শ্ৰাদ্ধ নহয়, বছৰেকীয়াহে। এই দান-দক্ষিণাবোৰৰ দৰকাৰ নাই। গাওঁবুঢ়াই উত্তৰত কলে দেউ আজিহে পিতাৰ আদ্য শ্ৰাদ্ধ। পিতা মৰিবৰ সাত বছৰ হ'ল, কাহানিও দান-দক্ষিণা দিয়াই নাছিলো।

শ্ৰাদ্ধ সমাপ্ত হ'ল। গাজি-প্ৰসাদে, খালিৰ চাউলে ৰতি শৰ্ম্মাই ডাঙৰ টোপোলা এটা বান্ধি যাবলৈ সাজু হ'ল। হৰিনে দৰিদ্ৰ ভোজনৰ আয়োজন কৰিছিল। অঞ্চলৰ প্ৰায় মানুহ ভৰি পৰিছে। ভেকোৰামো তাতেই ব্যস্ত আছিল। ৰতি শৰ্ম্মা যাবলৈ ওলোৱাত গাওঁবুঢ়াই কলে— দেউ, টোপোলাটো এৰক। হেৰ' ফাগুণা, গাড়ীখন উলিয়াই ম'হ হাল জোৰ। খৈলাখনৰ জহাধান খিনি আৰু চাৰিটা শালি ধানৰ টোপা, গাড়ীখনত বোজাই দে। আৰু যে এবস্তা শিমলু তুলা আছে, তাকো তুলি দে। দেউ, দানত বোলে এখন বিছনাও দিব লাগে, সময়ৰ কাৰণে কৰা নহল। শিমলু বস্তা লৈ যাওক, দেওবৰীয়া হাটৰ] পৰা কাপোৰ আনি

মই নিজে গৈ দি আহিম। শোৱোতে ৰাতিপাল গাওঁবুঢ়ালৈ মনত পৰিব। ফাগুণা বস্তু-বেহানিবোৰ ভিতৰত থৈহে আহিবি। বাজানটো গাড়ীৰ পিছতে বান্ধি লৈ যা।

ৰতি শৰ্ম্মাৰ বিলাই বিপত্তি দেখি গাওঁবুঢ়াৰ অন্তৰ পমি গৈছিল। সেয়েহে এমাহৰ জোখাৰে— বস্তু-বেহানিবোৰ গাড়ীত তুলি দিছিল। ৰতি শৰ্ম্মাৰ ঘৰলৈ যাবলৈ হলে··· গাড়ী ভাৰতীৰ ঘৰৰ নঙলাইদি যাব লাগে। এগাড়ী বস্তু-বেহানি আৰু নোদোকা বাজান গৰুটো দেখি ভাৰতীৰ মনতে জাগি উঠিল— বৰ দাবাতো সাৰিল আজি।

দীনবন্ধু কবিৰাজ, পশুপতি শৰ্ম্মা, পণ্ডিত কাকতি, হৰিদত্ত দলৈ আৰু প্ৰসন্ন ভাগৱতী ভাৰতীৰ চ'ৰা ঘৰত বহিল। প্ৰসন্ন ভাগৱতীৱে আলোচনা উদ্বোধন কৰি কলে— ই পাঁচ-গঞা বামুণ সমাজৰ নাক-কাণ কাটিলে। এতিয়া উপায় ? কবিৰাজে মাতিবলৈ নোপাওতে ভাৰতীয়ে মাতদি···গাওঁবুঢ়া মোৰ ওচৰলৈ আহিছিল, ডেৰশ টকা দিম বুলি নিজে স্বীকাৰ কৰিছিল। মই বোলো আমাৰ সমাজৰ আজ্ঞা নোলোৱাকৈ মই একো কব নোৱাৰো। কিন্তু মহা পাতকীযে কিয় এনে কৰ্ম্ম কৰিলে। ভাৰতীৰ কথাত কবিৰাজে লাহেকৈ 'বৰ বিশেষ অপৰাধৰ কাম কৰা নাই। শৰণীয়াৰ ঘৰত শ্ৰাদ্ধহে কৰিছে, সিহঁতৰ হাতে-পাকেতো খোৱা নাই।

কবিৰাজৰ কথাত দলৈয়ে তপৰাই মাত দি— তুমি তেনে কথা নকবা কবিৰাজ ! আমাৰ এখন সমাজ আছে, এজন সভাপতি আছে, অন্ততঃ সি এবাৰতো সুধি চাব পাৰিলেহেঁতেন। আজি শৰণীয়া, কাইলৈ নমঃশূদ্ৰ, পৰহিলৈ মুছলমান। আৰু থাকিল কি ?

দলৈৰ কথাত সমৰ্থন জনাই ভাৰতীয়ে পুনৰ কলে— মোৰ ঘৰৰ পৰাই গাওঁবুঢ়া ওলাই যোৱা সি দেখিছে, জানি বুজি সি চুনাইবাৰ আমাৰ ওচৰলৈ গাওঁবুঢ়াক আহিব দিয়া নাই। আমাৰ কি মুখ নাছিল। খাব নোপাৱা হলি বুলি নলী-নৰ্দ্দমা ৰ'তে যি পাৱ তাকে খাই ফুৰিবিনে ?

—ইমানতে ক্ষান্ত থকা উচিত নহব, ইয়াৰ প্ৰতিকাৰ প্ৰতিবিধান কৰিব লাগিব। দলৈয়ে কলে।

—মোৰ বোধেৰে বতিকান্তক গঞা বাইজৰ উপস্থিতিত সামূহিক

প্ৰায়চিত্ত কৰোৱা হওঁক। আমাৰ ভাগৱতীৰ এই বিষয়ে বা অভিমত কি?
ভাৰতীৰ প্ৰশ্নৰ উত্তৰত ভাগৱতীয়ে কলে— ৰাইজৰ মতে মোৰো মত।
সিদিনাৰ বাবে আলাপ-আলোচনাৰ সামৰণি পৰিল।

পূজা ঘৰ। বিয়লি পৰত পাঁচ গাঁৱৰ বামুণ সমাজ গোট খালে। বামুণ সমাজৰ ৰাজহুৱা সভাত সভাপতিত্ব কৰিলে শ্ৰীতীৰ্থনাথ ভাগৱতীয়ে। তীৰ্থনাথ ভাগৱতী সমাজৰ এজন আগৰণুৱা কৰ্ম্মী আৰু খ্যাতনামা মেলকি বুলি সুখ্যাতি থকা ব্যক্তি। সভাপতিয়ে গহীন ভাৱে সভাৰ উদ্বোধন কৰি কলে— সমবেত বামুণ সমাজ, আমি এতিয়া সভাৰ কাম আৰম্ভ কৰোহঁক। এই সমাজত শ্ৰীৰতিকান্ত শৰ্ম্মা উপস্থিত আছেনে? ৰাইজৰ পৰা উত্তৰ আহিল— 'নাই, নাই'

—তেওঁক যথাবিহীত ব্যৱস্থা মতে জাননী দিয়া হৈছিল নে?

—আমাৰ সমাজৰ সাৰা কিনাৰাম দাসে মাতি আহিছে।

—কিবা কাৰণবশতঃ মানুহৰ হীন-দেৰি হব পাৰে, পতিকে ৰাই-জৰ তৰফৰ পৰা দীনবন্ধু কবিৰাজ আৰু কিনাৰামে গৈ পুনৰ ৰতিকান্তক মাতি আহক। ৰাইজে বা কি কয়?

সভাপতিৰ কথাত সকলোৱে 'হয়, হয়' বুলি হাত চাপৰি বজালে। ৰাইজৰ দূতে আহি বাতৰি দিলে— প্ৰভুসকল, ৰতি শৰ্ম্মা আহিব, কিন্তু গায়ত্ৰীৰ সময় হৈছে— অলপ বিলম্ব হব। কোনোবা এজনে কৈ উঠিল— তাৰো আকৌ গায়ত্ৰী।

—বেঙেমুতা গৰুৰ দৰে সি কঁপিছে ৰাইজ

—কিনাৰামৰ কথা শুনি এজনে কলে— তাক ধৰি আনিব লাগে।

—নেলাগে ৰাইজ, সি আহিছে— বুলি ৰতিকান্ত শৰ্ম্মাই আঠু লৈ ৰাইজক সেৱা কৰিলে। ৰাইজৰ মাজৰ পৰা হাত চাপৰি শুনা গ'ল। দেখে—শীলপুৰী আৰু বড়ো সম্প্ৰদায়ৰ কেইজনমান ডেকাই হাত চাপৰি দিছে।

সভাপতিয়ে ৰতি শৰ্ম্মাক উদ্দেশ্য কৰি কলে— আজি পাঁচ গঞা ব্ৰাহ্মণ সমাজ একত্ৰিত হৈ তোমাৰ ওপৰত গোচৰ তৰিছে, কোৱা তুমি সমাজ মানিবা?

—কেনে বিচাৰ। কি অপৰাধত অপৰাধী মই। এই বিষয়ে মই

এতিয়াও অজ্ঞাত । আতি-গুৰি জানিলেহে মান-সমানাৰ কথা উঠিব ।

কথাখিনি কৈ ৰতি শৰ্ম্মাই এবাৰ চকু ফুৰালে । দেখিলে তেওঁৰো সমৰ্থক আছে । তেওঁৰ সাহ বাঢ়িল ? সভাপতিয়ে পুনৰ স্পষ্ট কৰি দি কলে— ১ম অপৰাধ তুমি পাঁচ-গঞা বামুণ সমাজৰ সামাজিক গণ্ডীৰ পৰা ওলাই যাবলৈ চেষ্টা কৰিছা । ২য় অপৰাধ অনুসূচীত জনজাতিৰ ঘৰত অবাধে শ্ৰাদ্ধাদি কৰি গৰ্হিত কাম কৰিছা । এই দুটা অপৰাধত তুমি জানো অপৰাধী নোহোৱা ?

—ব্ৰাহ্মণ মন্ত্ৰৰ গৰাকী ? গাওঁবুঢ়াৰ ঘৰত মন্ত্ৰপাঠ কৰাটো মই অপৰাধ বুলি স্বীকাৰ কৰিব নোৱাৰোঁ । তাতে ভেকোৰাম গাওঁবুঢ়া শৰণীয়া ।

অলপ তলকা মাৰি ৰতি শৰ্ম্মাই চাৰিওফালে চালে । সমাজ নিমাত নিস্তব্ধ, কাঁহ পৰি জীণ গ'ল । ৰতি শৰ্ম্মাই উৎসাহিত হৈ কলে— মই গাওঁবুঢ়াৰ হাতে-পাকে খোৱা নাই । গাওবুঢ়া অসমীয়া, হিন্দু, কিন্তু আপোনালোকৰ এজনে ডেৰশ টকা ধন খুজি গাওঁবুঢ়াৰ ঘৰত শ্ৰাদ্ধ কৰাৰ কথা দিছিল । ধৰ্ম্মক টকাৰ বজাৰত বেচা-কিনা কৰাৰ অধিকাৰী আপোনালোক নহয় ।

দ্বিতীয়তে মোতকৈ ঘৃণনীয়, নিন্দনীয় কাম কৰা মানুহ আপোনালোকৰ সমাজত বিদ্যমান । কিন্তু আপোনালোকে আজিও বিচাৰৰ কোনো ব্যৱস্থা নোলোৱাটো বৰ পৰিতাপৰ বিষয় । ৰতি শৰ্ম্মাৰ কথাত সমাজৰ মুখিয়ালসকলে ইটোৱে সিটোৰ পিনে চালে, এক অংশই মূৰ দুপিয়াই ৰতি শৰ্ম্মাৰ কথাখিনি ওলগ জনোৱাৰ ইঙ্গিত দিলে ।

—সমাজ সাক্ষাত পৰম ব্ৰহ্ম । সমাজে যেতিয়া মোক দোষী সাব্যস্ত কৰিছে, যুক্তি আৰু তৰ্কৰ অৱতাৰণা নকৰি, মোৰ শত শত অপৰাধ মাৰ্জ্জনা কৰিব । এই বুলি তামোল-পাণ এজোৰা শৰাই এখনত থৈ ৰতি শৰ্ম্মাই সেৱা জনালে ।

—ৰতি দাদা ! এজোৰ তামোল-পাণেৰে নহব, গাওঁবুঢ়াৰ পৰা এগাড়ী বস্ত্ৰ আনিছা – সমজুৱাৰ ফালৰ পৰা এজনে মাত দি কলে । সভাপতিয়ে উঠৌ বুঢ়াকৈ উঠি দায়িত্ব এবাৰৰ বাবে চাৰিওফালে চাই প্ৰশ্ন কৰিলে— সহজুৱাই ৰতি শৰ্ম্মাৰ কথা শুনিলে । এতিয়া মতামত অভিমত ব্যক্ত কৰক ।

ভাৰতীয়ে পশুপতি শৰ্ম্মাৰ কাণে কাণে কিবা কলে– পশুপতি শৰ্ম্মা ঠিয় হৈ— ৰতি শৰ্ম্মাই এক প্ৰকাৰ দোষ স্বীকাৰ কৰিলেই। মানুহে কথাতে কয় বোলে— কাতি হৈ পৰিলে বণ্ডালেও নাকাটে। গতিকে তেওঁক পুৰা মাফ নিদি এবছৰৰ বাবে সমাজচ্যুত কৰা হওঁক।

—এঃ ৰব বিচাৰ সোপা কৰিলে এওঁলোকে। ৰতি শৰ্ম্মাই বৰ ডাঙৰ অপৰাধ কৰিলে, মানে গাওঁবুঢ়াৰ ঘৰত খালে আৰু এওঁ ভাৰতীয়ে কৰা নাই কি ?

বিৰহু শীলৰ কথাত এজন ডেকাই উঠি··· ইয়াৰ উচিত বিচাৰ আজি ইয়াতে হব লাগিব। মাজতে পশুপতি শৰ্ম্মা ঠিয় হৈ, মই ডেকা সকলক সুধিব খোজো, তেওঁলোক নিমন্ত্ৰিত নে ? তেওঁলোকে জনা উচিত··· এইখন বামুণ সমাজৰহে মেল।

—আমাক মাতিবা কিয়, একেবাৰে গুৰিতে ধৰিম নহয়।

এনেতে বীৰেন শীল ঠিয় হ'ল। হাতজোৰ কৰি কৰলৈ ধৰিলে— সমবেত সুধী সমাজ, পৰম শ্ৰদ্ধেয় উপস্থিত ব্ৰাহ্মণসকল, বীৰেন শীলৰ পিনে সকলোৰে চকু পৰিল। কাৰো মুখত মাত-বোল নাই। বীৰেনে সানুনয়ে অনুৰোধ কৰি কলে··· আমাৰ পৰম সৌভাগ্য যে, আপোনা-লোকক আজি একেলগে দেখিবলৈ পাইছোঁ। এবাৰ নহয়, দুবাৰ নহয়, তিনি বাৰ আমি এখন বিচাৰ দিছিলো, কিন্তু ফল হলে এবা নধৰিলে। আমাৰ অভিযোগ হল··· এজনী নিৰীহ, নিচলা বিধবাৰ ধন-সম্পত্তি, আত্ম-সন্মান আত্ম-মৰ্য্যাদাৰ ওপৰত আঘাত হানিছে আপোনালোকৰ সমাজৰ শিৰোমণি গুণগোবিন্দ ভাৰতীয়ে। আজি এই মুকলি সভাই··· ইয়াৰ প্ৰতিবিধান কৰক। নহলে জানিব এই ফিৰিঙতিৰ পৰা এদিন খাণ্ডৱ দাহ হব। বীৰেন বহিল, উঠিল হৰেন বড়ো··· ৰতি শৰ্ম্মাদেৱে আমাৰ ঘৰত খোৱা অপৰাধৰ বিচাৰ কৰিবলৈ এনে সমাৰোহ, কিন্তু এজনী বিধৱাৰ জীৱন-মৰণৰ বিচাৰ কৰাৰ কোনো আঁহ-উহ নাই। ই ৰ জঘন্য মনোবৃত্তি আপোনালোকৰ।

—ভাগৱতী, মোৰ গায়ত্ৰীৰ সময় উকলি যায়হে, মই যাওঁ

—মোৰ ঘৰত হোৱালী জনীৰ জ্বৰ, মই উঠোহে

—সভাপতি দেৱ, মই দিনটো একো খোৱাই নাই, কেতিয়াবাই যাব লাগিছিল, বেয়া নেপাব, বিচাৰখন আপোনালোকেই কৰক, আমি আছোঁ, এতিয়া যাওঁ ।

এনেদৰে এজন দুজনকৈ বামুণ সমাজৰ সভ্যসকল যাবলৈ ধৰিলে । যাওঁতে যাওঁতে মাত্র বহি ৰ'ল— ভাৰতী, কবিৰাজ, পশুপতি শৰ্ম্মা আৰু সভাপতি । বিচাৰ হ'ল, সিদ্ধান্ত নহ'ল ।

ইয়াৰ পৰা উঠি গৈ পাঁচজন মেম্বাৰে পুনৰ ভাৰতীৰ ঘৰত গোপন বৈঠকত বহিল । ৰতি শৰ্ম্মাৰ একমাত্র কন্যাৰ বিয়াৰ দিন ধাৰ্য্য কৰা হৈছিল বৰ্ত্তমান মাহৰ ২৫ তাৰিখে । দ'ৰা আছিল নলবাৰীৰ ওচৰৰ এখন গাঁৱৰ । সভাই ৰতি শৰ্ম্মা সমাজচ্যুত বুলি এটা কড়া প্রস্তাৱ গ্রহণ কৰি ; তাৰে প্রতিলিপি দ'ৰা ঘৰলৈ পঠিয়াই দিলে । ফলত ৰতি শৰ্ম্মাৰ ছোৱালীৰ বিয়াখন ভাঙিল । ৰতি শৰ্ম্মাৰ বৰ অন্যায় সাধন কৰিলে— যাক নেমাৰিৰি হাতে, তাক মাৰিৰি ভাতে ।

*　　　*　　　*　　　*

আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনত গৌৰৰ নবাবে অসম ৰাজ্য আক্রমণ কৰিছিল । আহোম সেনাই নবাবৰ সেনাপতি মীৰজুমলাক শৰাই ঘাটত আগচি ধৰিলে ! এনেতে বাৰিষা পৰিল, গৌৰ নবাবৰ সেনাপতিয়ে ভাবিলে— এনেদৰে কিমান দিন ইহঁতে আমাক আগচি ধৰি থাকিব, খাব নেপাই যেতিয়া শুকাই মৰিব, অৱশ্যে আহি মোৰ শৰণাগত হব । ইয়াকে ভাবি পশ্চিমাঞ্চল অৱৰোধ কৰি মিৰজুমলা বহি থাকিল ।

এক নাপিতনী বুঢ়ীয়ে পঠা ছাগলী এটাক ইচ্ছামতে পেট ভৰাই জহা চাউল খুৱালে আৰু খকুৱা সৈন্য শিবিৰৰ ফালে সন্ধ্যা সময়ত এৰি দি আহিল । বহুদিন মাংস খাব নোপোৱা গৌৰ সৈন্যবোৰে নোদোকা পঠা ছাগলীটো আগতে পাই শুভস্য শীঘ্রম কৰি মাৰি পেলালে । কি আচৰিত, ছাগলীৰ পেটত এডালো ঘাহ নাই··· আছে শুদা জহাচাউল । যদি এখন দেশৰ ছাগলী এটাই ইমান জহা চাউল খাব পাৰে, তেন্তে ইয়াৰ মানুহে ? ই দেশ কেতিয়াও অভাৱ অনাটনত নপৰে, পৰিব নোৱাৰে । ইয়াকে ভাবি মীৰজুমলা নিৰাশ হল আৰু অসম জয়ৰ আশা এৰি গৌৰদেশলৈ উভতি গল ।

নাপিনতী বুঢ়ীৰ চতুৰতা আৰু প্ৰত্যুৎপন্নমতি সম্পন্নতাত জয়ধ্বজ সিংহই পৰম সন্তোষ পালে আৰু এই বুঢ়ীক বহুতো মাটি-বৃত্তি দান কৰিলে।

ল'ৰাৰজাৰ ভয়ত লাগি গদাপাণি পলাই কামৰূপলৈকো আহিছিল। কামৰূপৰ চান্দকুছিতে দিনচেৰেক আছিলহি। চান্দকুছিলৈ অহাৰ বাটত এদিন গদাপাণি বৰ বিপদত পৰি— এই নাপিত গাঁৱতে বাত্তিপাল খপিলে। এক নাপিত পৰিয়ালে বৰ আদৰ-সাদৰ কৰি ছদ্মবেশী কোঁৱৰক ৰখাত সন্তোষ পাই ৰাজপাটত বহি এই পৰিয়ালটোক গদাপাণিয়ে কিছু মাটি-বৃত্তি দান কৰিলে।

বুৰঞ্জীমূলক যি তথ্যই নাথাকক এই পৰিয়ালবৰ্গৰ নামত আহোম ৰজাই কিছু জমী-জমা দান কৰিছিল। দৈৱ দুৰ্বিপাকত এই নাপিত বংশত অবিয়াঅবি আৰম্ভ হ'ল। এজন হিংসুক আৰু পৰশ্ৰীকাতৰ বংশ-ধৰে তামৰ ফলিমোহৰ আনি শ্ৰীগুণগোবিন্দৰ আজুককায়েকৰ হাতত জমা থলে। এনেতে আহিল মহাৰাণীৰ আমোল। ভাৰতী বংশৰ উপৰিজনা জয়হৰি পণ্ডিতে আহোম ৰজাই দান কৰা ডেৰ বিঘা মাটিত নিজ নাম লগাই ললে আৰু তামৰ ফলি মোহৰ চন্দুকত ভৰাই থলে। তেতিয়াৰ পৰা ই এই জমী ভাৰতী বংশৰ পৰিয়ালে ভোগ দখল কৰি আহিছে।

ৰক্ষকেই যে ভক্ষক হ'ল— নাপিতসকলৰ পূৰ্ব্বপুৰুষৰ গৌৰৱ খিয়লা খিয়লীৰ বাবে নষ্ট হ'ল··· এই কথা নাপিতসকলেই নহয়, এই অঞ্চলৰ বুঢ়া-বুঢ়ীসকলেও জানে। উঠি অহা ডেকাছামে ভাৰতীৰ কৱলৰ পৰা যি কোনো প্ৰকাৰে এই জমী মুক্ত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে। সোণতৰাকে কেন্দ্ৰ কৰি যুৱকসকলে ভাৰতীক বাঘজালত পেলাবৰ চেষ্টা চলাই আহিছে। বীৰেন শীল নামৰ ডেকা জনেই হ'ল এই দলৰ নেতা।

—•—

## আঠ

কলিতাপাৰাৰ উত্তৰ পশ্চিমে সাগৰ সদৃশ এখন প্ৰকাণ্ড বিল। বিলখনৰ দক্ষিণ-পুবে আঠৈমাইল জোৰা আহল-বহল ভূমিখণ্ড নল-খাগৰি বন-জঙ্ঘলে ভৰা। ইয়াৰে কিছু অংশত ওচৰ-পাজৰৰ গাওঁবোৰৰ চৰণীয়া পথাৰ। এসময়ত ভেকোৰাম গাওঁবুঢ়াৰ ম'হৰ বাথান ইয়াতে আছিল। বৰলীয়া নদীৰ শাখা এটা আহি এই বিলত মিলি যোৱাত প্ৰচুৰ পৰিমাণৰ মাছ ইয়াত পোৱা যায়। কলিতাপাৰা আৰু হিদলাগুৰিৰ কেইঘৰমান কছাৰী মানুহে ইয়াতে পাম ধৰি খেতি-বাতি কৰিছেগৈ। ইয়াকে দেখি বেজপাৰাৰ কেইঘৰমান মাটিহীন খেতিয়কো গৈ কছাৰী মেইঘৰৰ লগতে বৰালিমাৰা চৰণীয়া পথাৰত পাম ধৰিছেহি।

এই মৌজাৰ মৌজাদাৰ হ'ল শ্ৰীপ্ৰসন্ন কুমাৰ ৰায়চৌধুৰী। গুণ-গোবিন্দ ভাৰতীৰ অন্যতম বন্ধু। এই লাটৰ লাটমণ্ডল মহম্মদ আলি আৰু কাননগো হ'ল— শ্ৰীতপেশ্বৰ শৰ্ম্মা। মৌজাদাৰ আৰু ভাৰতীয়ে চৰণীয়া পথাৰৰ দুইশ বিঘা জমীত কবুলা দি থৈছিল আৰু এই কামত সহায় কৰিছিল— তপেশ্বৰ শৰ্ম্মা আৰু মহম্মদ আলীয়ে। এই কথা কলিতাপাৰা বা আন আন খেতিয়কে নাজানে।

কামৰূপ জিলাৰ ডেপুটি কমিছনাৰ আছিল— ৱাটাৰক্রে চাহাব। উকীল হৰগোবিন্দৰ সহায়ত শ্ৰীপ্ৰসন্ন ৰায়চৌধুৰী আৰু গুণগোবিন্দ ভাৰতীয়ে এই জমীখণ্ড নিজ নামত নামজাৰী কৰি ললে আৰু নাপিত, কছাৰী কেইঘৰে ভোগ-দখল কৰি থকাতো তাৰ পৰা উচ্ছেদ কৰিলে।

এই সময়তে মৈমনসিঙ্গিয়া জিলাৰ পৰা এদল পমুৱা আহি ঘগ্ৰা-পাৰ ৰেল লাইনৰ ওচৰৰে বিল এখনৰ পাৰত বসবাস কৰি আছিল। এই কেঘৰ পমুৱাৰ নেতা আছিল— ইচমাইল খাঁ। ইচমাইল খাঁই ভাৰতী আৰু মৌজাদাৰৰ ওচৰ চাপি কলে— হুজুৰ, আমাৰ দেশৰ পৰা একুৰি মান মানুহ আহি আছে, দয়া কৰি বৰালিমাৰা বিজাৰ্ভৰ মাটি,বলি

দিয়ক সিহঁতে খেতি-বাতি কৰক, লাগে মাটিৰ আধীয়া লওঁক। মাটিবিলাক এনেয়ে পৰি থকাতকৈ আপোনালোকৰো হব আৰু আমি দুখীয়া, গৰীবৰ সকলো তৰিব পাৰিম।

মৌজাদাৰ আৰু ভাৰতীয়ে ভাবিলে— বৰ সুযোগটো পালো। দুইশ বিঘা মাটি যদি আধি বা চুকানী কিবা এটা বন্দোবস্ত কৰি দিব পৰা যায়— বৃজন পৰিমাণৰ লাভ হব, নহলেও মাটিবোৰ ভৱিষ্যতেকৈ খেতিৰ উপযোগী হব। ইয়াকে ভাবি তেওঁলোকে কলে— মাতবৰ চাহাব আমি মাটি দিলে দুশ বিঘাকে দিম। মাটি বিক্ৰী নকৰো, প্ৰতি বিঘা মাটিত ধানৰ বতৰত দুমোণ ধান, মৰাপাত বিঘাপ্ৰতি ডেৰমোণ আৰু সৰিয়হও বিঘাপ্ৰতি ডেৰমোণ। এই চৰ্ত্তত দুশ বিঘা জমী দিব পাৰো। যদি তোমালোকৰ মানুহ আৰু কৰবাতো আছে— মাতি আনি সমস্ত কিনি মাটি লোৱা। আমাৰ সৈতে মিতিৰালি কৰি চোৱাছোন— আমি কেনে সহজ মানুহ।

—ভাৰতী আৰু মৌজাদাৰৰ কথাত ইচমাইল খাঁই কলে— হুজুৰ, জৰিমনা বৰ বেছি হ'ল। বাৰু, কথা থাকিল, যদি আমি বৰ্ত্তি থাকো, আপোনাকো ৰাখিম। খেতি হলে দিয়াত আমি পৰোৱাই কৰা মানুহ নহওঁ।

এনেদৰে আলোচনা হোৱাৰ কিছুদিন পিছতে মাতবৰ ইচমাইল খাঁই ডেৰকুড়িমান পমুৱা আহি মৌজাদাৰ আৰু ভাৰতীৰ সহায় সহযোগত বৰালিমাৰী ৰিজাৰ্ভত ওখ ওখ ভেটি বান্ধি থাকিবলৈ ললে। সাৰুৱা মাটি পাই, বছৰেকত ধান, মাহ, মচুৰ নানাবিধ মছলাৰ খেতি কৰি পমুৱা বেইঘৰে দোপত-দোপে উন্নতি কৰিলে। খেতি কৰিবলৈ ভাৰতীয়ে সিহঁতক অধিক সুদত আৰু কুড়িত এমোণ ধান বা সৰিয়হ; দুকুৰিত তিনিমোণ মৰা-পাট বন্দোবস্ত কৰি বহু টকা ঋণলৈ দিলে। এতিয়া গুণগোবিন্দ ভাৰতী সিহঁতৰ মনত ঈশ্বৰ যেন হৈ পৰিল।

সিহঁতৰ উন্নতি হোৱা দেখি আৰু পমুৱা আহি বৰালিমাৰী ৰিজাৰ্ভ ভৰি পৰিল। দুইশ বিঘাৰ ঠাইত পাঁচশ বিঘামান মাটি আবদ্ধ কৰি গৰু, ম'হ চৰাবলৈকো ঠাই নোহোৱা কৰি পেলালে। জনসংখ্যা বেছি হোৱাৰ লগে

লগে সিহঁতৰ শক্তি বাঢ়িল, কাকো ভয়-ভীত নকৰা হ'ল।

বৰালিমাৰা বিলৰ পশ্চিম অঞ্চলৰ এখন গাঁৱৰ পৰা দুজন ডেকা গৰু কিনিবলৈ ৰঙিয়াৰ ফাললৈ যায়। খৰালি মাহ। বিলৰ পাৰে পাৰে সুৰসুৰিয়া বাটেৰে সিহঁত দুয়ো গৈ আছিল। হাতত লক লৈ বেগা-বেগিকৈ যোৱা দেখি এজন পমুৱা ডেকাই সুধিলে— ভাইহঁত কলৈ যাব? গৰু লাগে নেকি?

তেতিয়া সময় প্ৰায় গাৰ নোম দেখা-নেদেখা। দুজনৰ এজনে উত্তৰ দিলে— ৰঙিয়ালৈ যাওঁ, বাজন গৰু লাগে।

"মোৰ এহাল আছে, লাগে যদি চাব পাৰ।"

ডেকা দুজনৰ এজনে কলে— এতিয়া সময় ভাল নহয়, থাকক আহা। আনজনে— এঃ কি কৰিব, গুলি পানী কৰিব নে? এতিয়াও ৰাতি হোৱাই নাই, চাই যোৱাত আপত্তি কি?

—তোমাৰ ঘৰ কিমান দূৰত মিঞা?

—এইটোৱে, আহা, চাই যোৱাহি, সেইপিনেৰেও পোন বাট আছে।

দুয়োজন ডেকাকে আমিন আলীয়ে অকাই-পকাই নি এটা গোহালীত বহিবলৈ দি— ককাইহঁত গৰুহাল এইখিনিতে আছে, মই তৎক্ষণাত লৈ আহোঁ, হুছেন এওঁলোকক তামাখু দে' বুলি দৌৰি গৰু আনিবলৈ গ'ল। লৰা এজনে বৰ ধাৰে সুস্থিৰে ধপাত এচিলিম লগাই দি অন্তৰ্দ্ধান হ'ল।

দেখিলে বৰ ভয় লগা বিধৰ এজন মানুহে সিহঁতক চাই গ'ল। এজনে কলে— ককাই আমি যোৱাই ভাল, আন্ধাৰ নামি আহিল। বৰ বেয়া ঠাইত সোমালোহি। কথা-বতৰা হৈ থাকোতে এজন আদহীয়া বুঢ়া আহি ওচৰতে বহি মেল আৰম্ভ কৰিলে— বোপাইঁত, তোমালোকৰ ঘৰ ক'ত? ঘৰত কোন কোন আছে। কেনে গৰু লাগে, দাম কি দিব পাৰিবা ইত্যাদি।

—গৰু আহিল নে? আমাক দুহাল গৰু লাগে, কালি যাওঁতে সোমাই যাম, ঘৰ যাতে চিনি পালো।

—সো আহিলেই, চাই যোৱাই ভাল'

ৰহিম আৰু বিনোদক গোহালি ঘৰৰ খুঁটাত আউজি বহিব পৰাকৈ পীৰা দিয়া হৈছিল। সিহঁত তেনে দৰেই বহি আছিল, এনেতে পাছফালে

বৰশী গাঁঠি লগাই খুটাই গলে কাঁচি লগালে । আ কৰিবৰো সময় নহ'ল । দুয়োৰো প্ৰাণ পখি উৰি গ'ল ।

এদিন দুদিনকৈ সাত দিন হ'ল । মহিম আৰু বিনোদ নাই । নাই গৰু, নাই মানুহ । কি হ'ল, কলৈ গ'ল । সিহঁতৰ পিতাক-মাক অস্থিৰ হ'ল । চাৰিওফালে মানুহ পঠোৱা হ'ল, কিন্তু গুংসূত্ৰ ৰলে একো নাপালে । পম খেদি খেদি মাত্ৰ এইখিনি সম্বেদ পালে, বিলৰ পাৰত বাহৰ কৰি থকা মাছ-মৰ'য়া এজনে হেনো দুজন ডেকা বিলৰ পাৰে পাৰে যোৱা দেখিছে, সিহঁতে হেনো মাছ দৰাইছিল, তাৰে এজনৰ হাতত লক আছিল । তাৰ পিচত সি একো নেজানে । বেলি তেতিয়া প্ৰায় লহিয়াইছে । দহদিন অতিবাহিত হল, বিনোদ আৰু মহিমৰ সম্বেদ নাই ।

ফাগুণ মাহ । দোল পূৰ্ণিমা । মাছ মৰা উৎসৱ । ৰাতিপুৱাই ৰাইজ পানীত নামিল । জাল, পল, জুলুকি, জাকৈ লৈ শ শ মানুহ পানীত নামিল । বাম পানীত পলডি জাল, দ-পানীত ৰবজাল আৰু ওথাৰ ।

—ভাই, জালখন দেখোন দাঙিবই নোৱাৰো অ' । মাছ নে কি ? জল দেৱতাইহে জানে ?

—তোৰ কপাল, হয়তো ডাঙৰ বৌ নহলে ৰবালি

—আহচোন আহ, তয়ো অলপ বল দে

দুজনে বল দি ৰবজালখন দাঙি দেখে এটা বস্তা । হাত-ভৰি ওলাই আছে । 'মৰা শ, মৰা শ, মৰা মানুহ' হুৱা-দুৱা লাগিল । মানুহ ভৰি পৰিল ; সব মানুহ পাৰত উঠিল । দুজনমান দৌৰিল নল-বাৰী থানা বুলি ।

মাছ মৰা ৰাইজৰ দুইজনমান গৈ খবৰ দিলে সেঁহোৰাম গাৱত । সেঁহোৰাম গাওঁবুঢ়া উধাতু খাই লৰি আহিল— ৰবালিমাৰা শাখা নদীলৈ । লগে লগে আহিল সেঁহোৰাম গাওঁবুঢ়াৰ ভাই-ভাগী-জাতি । লাচটো নিৰিখি নিৰিখি চালে— কিন্তু মাছে খাই চিন ধৰিব নোৱাৰা কৰিছে । ৰাইজৰ এজনে কলে— দাৰোগাবাবু আৰু এটা বস্তা হয়তো পাব পাৰে । ৰবজালখন পেলোৱা বাওঁক । চাৰিজন কণিষ্টবল আৰু বৰ দাৰোগাবাবুৱে মাছমৰীয়াৰ হতুৱাই আকৌ ৰবজাল পেলালে কুৰি হাতমান আটীত আৰু

এটা বস্তা—, তাৰ পৰা ওলাই পৰিল সেউজীয়া ফামিজ পৰিধান কৰা বিনোদ, গাওঁঢ়াৰ সৰু ল'ৰা। সেঁহোৰাম গাওঁবুঢ়াই চিনি পালে আৰু সেইপিনেই মূৰ্চ্ছা গ'ল।

এই শোক লগা বাতৰি ধুমুহা বতাহৰ দৰে অঞ্চলটো বিয়পি পৰিল। মাছমৰীয়াজনৰ পৰাই পুলিচে জানিব পাৰিলে— এই হত্যাকাণ্ড পমুৱা বস্তিতে সংঘটিত হৈছে। আৰু এটা বিচিত্র বাতৰি— হিদলা-গুৰিৰ দুজন কছাৰী মানুহে ৰাতি দোভাগমান হোৱাত গাহৰি চিকাৰলৈ আহোঁতে কেইজনমান পমুৱাই সাঙি কৰি নি কিবা বস্তু পেলোৱা দেখিছে। ৰাইজে মাছ মাৰিব নামোতেই পমুৱাইঁতে বুজিছিল— আজি হয়তো কিবা এটা হব পাৰে, গতিকে পানীৰ পৰা বস্তাও উঠিল— লগে লগে পমুৱা বস্তিৰ পৰা হাইদাৰ আলি, নছৰৎ আলি খাঁ আৰু ইছমাইল খাঁ মাতবৰ নিৰু-দ্দেশ হ'ল। পুলিচে কুড়িজনমান পমুৱাক গ্রেপ্তাৰ কৰিলে।

দোভাগ ৰাতি নছৰৎ আলী, ইচমাইল খাঁ আহি ভাৰতীৰ ঘৰত উপস্থিত হ'ল। ইচমাইল খাঁই কলে— হুজুৰ আমাৰ মা-বাপ, আপুনিয়ে আমাৰ প্রাণকৰ্ত্তা, ত্রাণকৰ্ত্তা। আগন্তুক বিপদৰ পৰা উদ্ধাৰ হোৱাৰ পথ দেখুৱাওক। আমাক এনেয়ে পুলিচে জুলুম কৰিব- কাৰণ বহুতো।

ভাৰতীয়ে খুব চিন্তা কৰা দেখুৱাই কলে— মাতবৰ চাহেব, ডাক্ত-ৰক বেমাৰ আৰু উকীলক মোকৰ্দ্দমাৰ কোনো কথা লুকাব নেপায়। তুমি যেতিয়া মোক উকীল ধৰিছা, পৰামৰ্শ সুধিছা, সঁচা কথা কোৱা, ঘটনাটো কি আৰু কেনেকুৱা ?

—দুজন ডেকা ল'ৰা গৰু বিচাৰি আহিছিল। ক'ৰ মানুহ আমি নেজানো। বৰ গৰম কথা বোলে। জেপত নাই টকা, গৰু লাগে ভাল। তাতে তৰ্কাতৰ্কি হ'ল। জানেই নহয় ডেকা তেজ। ইটৰে সিটোৱে চৰ ভুকু মাৰোতেই শেষ হ'ল। মাৰো বুলি মৰা নাই হুজুৰ।

ভাৰতীয়ে যেন গভীৰ চিন্তাত নিমগ্ন হ'ল। জালত পৰিলে বাঘ খোৱে কৰে নীতিৰ বিচাৰ। বৰ সুযোগ আহি পৰিছে। এৰা যায় জানো ! মুখফুটাই কলে— ইচমাইল, ৰক্ষা যে পাবা মই হলে উপায় দেখা নাই। তথাপি আমাৰ উকীলে যদি চেষ্টা কৰে, কিবা এটা হব পাৰে। কাৰণ

পুলিচ চাহাবৰ সতে তাৰ বৰ ঘনিষ্ঠতা। পিছে………।

—আপুনি ইয়াৰে বক্তা, আপোনাৰ ভাই নামজাদা উকিল। সেয়েহে আপোনাৰ ওচৰ চাপিছোঁ।

এইবাৰ ভাৰতী আৰু নিশ্চিন্ত হ'ল। বাঘ আহি নিজে জালত পৰিছে। পলাব দিব নোৱাৰি। বৰ গম্ভীৰ ভাৱে কলে— খৰছ হব কিন্তু, মুক্তি কৰি দিম। ভয় নকৰিবা। ইচমাইলে ভাৰতীৰ হাতত দুশ টকা দিলে আৰু কলে— আৰু যি লাগে অলপ-অচৰপ দিম হুজুৰ।

— নহয়, ইচমাইল কৃপণালি নকৰিবা। বেচ বৰ সাংঘাটিক বিধৰ। আৰু এটা কথা, তোমালোকে সাদাহতে ধৰা নিদিবা। মই কালি পুৱাই গুৱাহাটীলৈ যাম। তাৰ পৰাই অৰ্ডাৰ কৰাই আনিম। অন্ততঃ আৰু এহেজাৰ টকা লৈ তোমালোকো যাবা।

* * * *

ভাৰতী দোকমোকালিতে দাৰোগা বাবুৰ ভালৈ গ'ল। বৰ দাৰোগা বাবুৰ ঘৰত কিবা-কিবি আলোচনা কৰি— দুপৰীয়া গৈ গুৱাহাটী পালে। ইচমাইল খাঁ মাতবৰ আৰু নছৰৎ আলী খাঁ বাট চাই আছিল। তিনিও কাছাৰীলৈ গ'ল। ভাৰতীয়ে উপদেশ দি কলে— তোমালোকে বৰ গা দেখুৱাই ফুৰিবা একা। তোমালোক দুজনৰ ওপৰত ওৱাৰেণ্ট আছে। কথা শুনি দুয়োজনে কাছাৰী ঘৰৰ আঁতৰৰ আঁহত জোপাৰ তলত ঠিয় হৈ থাকিল। ভাৰতীয়ে সিইতক দেখুৱাই এবাৰ ইটো কুঠৰীৰ পৰা ওলাই সিটো কুঠৰীত সোমাই, দুবাৰমান এচ, পি চাহাবৰ অফিচৰ আগেদিও আহ-যাহ কৰি দেখুৱালে, খুব ব্যস্ততাৰ ভাৱ দেখুৱাই ইচমাইলক কলে— এচ, পি চাহাবৰ লগত কথা-বতৰা পকা হল, দুই হাজাৰ লাগে, এতিয়া কি কৰিম কোৱা ?

—দুই হাজাৰ ! হুজুৰ মৰিলো নিগমে

—নহলে উদ্ধাৰ কৰিব নোৱাৰিম ইচমাইল

—থাক, আজি থাকিলো। বাতিৰ ভিতৰত কিবা এটা কৰিব লাগিব।

পিছদিনা পুৱা— ইচমাইলে এহেজাৰ টকা ভাৰতীৰ হাতত দি কলে— হুজুৰ, বাকীখিনি আপুনি কিবা কৰিব, পিছত আপোনাক ভাত্তে

গৈ পৰিশোধ কৰিম। 'বাৰু' বুলি শলাগি ভাৱতী থাকিল।

নছৰং আলী খাঁই নব চিন্তামগ্ন ভাৱে আছি আছিল। মাজতে এবাৰ মাত দি কলে— মাতবৰ চাহেব, দুই হাজাৰ টকা!

—মিয়া চাহাব, দুই হাজাৰ কিয়, চাৰি হাজাৰো দিব লাগিব। আমি এই টকা ভাৰতীক ধাৰলৈহে দিলো, কিছুদিন পিছত আমাৰ টকা পুনৰ আমাৰ হাতলৈকে আহিব।

—মই একো বুজা নাই, মাতবৰ চাহেব

—সময় আহিলে বুজাই দিম মিয়া চাহাব। মনে মনে আহি থাকা। নছৰৎ আলী পিছে পিছে আৰু ইচমাইল আগে আগে গৈ থাকিল।

ভাৰতীয়ে পাঁচশ টকা ৰূপ দাৰোগাৰ হাতত গুজি দিলে— দাৰোগা বাবুয়ে উপযুক্ত প্ৰমাণ নোপোৱাৰ অজুহাতত গ্ৰেপ্তাৰ কৰা আচামীবোৰক মুক্তি দিলে। হত্যাকাণ্ডৰ একো তদন্তই নহ'ল।

গুণগোবিন্দ ভাৰতীৰ মন্ত্ৰণাত প্ৰসন্ন কুমাৰ ৰায়চৌধুৰীয়ে কছাৰী ৰাইজক আৰু নাপিতসকলক বৰালিমাৰা বিজাৰ্ভৰ পৰা উচ্ছেদ কৰাত ৰাইজে পেটে পেটে বেজাৰ পালে হয়··· প্ৰবল প্ৰতাপী মৌজাদাৰৰ একো হানি কৰিব নোৱাৰিলে। দুজনকৈ উঠি অহা ডেকাক হত্যা কৰাতো যে পমুৱাসকলৰ একো শাস্তি বিধান কৰা নহল— তাৰো মূলত যে ভাৰতী আছে, তাকো ৰাইজৰ বুজিবলৈ বাকী নাথাকিল। মৌজাদাৰ চৌধুৰীয়ে নকৈ অহা পমুৱা-সকলক বিজাৰ্ভৰ মাটিত বহুৱাইয়ে আছে। চাওঁতে চাওঁতে বৰালিমাৰা বিজাৰ্ভ পমুৱাৰে ভৰিল। গৰু, ম'হ চৰিবলৈ এধানো ঠাই নোহোৱা হ'ল। পমুৱাৰ জনসংখ্যা বৃদ্ধি পোৱাৰ লগে লগে থলুৱা ৰাইজ ভয়ত পেপুৱা লাগিল। পমুৱাসকলৰ মানত ভাৰতী আৰু চৌধুৰী মৌজাদাৰ সাক্ষাৎ দেৱতা স্বৰূপ হৈ পৰিল।

• • • •

অমায়িকতা শিষ্টাচাৰ আৰু ভদ্ৰব্যৱহাৰৰ বাবে দুখু চাহ-দোকানৰ প্ৰধান চাহ দিয়া ল'ৰা-হিচাবে নিযুক্ত হ'ল। চাহ দোকানৰ গৰাকী জনে দুখুক ভাল পাই আৰু এটকা বেতন বঢ়াই দিলে। দোকানৰ গ্ৰাহকসকলেও

দুখুক বৰ ভাল পায়। তাৰে এজন স্থায়ী গ্ৰাহক আছিল— ননীগোপাল সেন। এওঁ ডি, চি, অফিচৰ প্ৰধান কেৰাণী। দুখুয়ে সেন বাবুৰ সহায়ত ডি, চি, অফিচত পিয়নৰ কাম এটা পালে। বেতন মাহেকত একুড়ি দুই টকা। ডি, চি, অফিচত সোমাইছেহে মাটিৰ হাকিম শ্ৰীনীবৰ কুমাৰ ভূঞাই দুখুক তেওঁৰ ঘৰলৈ লৈ গ'ল। বাতিপুৱা পানীকলৰ পৰা পানী অনা, ৰন্ধা-বঢ়া কৰাত ঘৈণীয়েকক সহায় কৰা হিচাবে দুখুৱে ভূঞাৰ ঘৰত থাকিল। তাৰ বাবে কোনো পাৰিশ্ৰমিক নাই, মাত্ৰ দুবেলা চাহ-ভাত পায়। দুখুৱে মাহেকত একুড়ি ৰূপ ঘৰলৈ পঠাব পাৰে।

মাহামাক হেলায়ো এনেয়ে বহি নেথাকে। কটনা কটা, বোৱা-বোৱা যতে যি পায় কৰে। এতিয়া কাপোৰ বই ডেৰকুড়ি টকা পাইছে। তাৰে হীৰালাল বাবুৰ সুদখিনি পৰিশোধ কৰিলে। বগা দোকানীৰো ধাৰ খিনি পৰিশোধ হওঁ হওঁ। কেৱল ভেকেৰাম গাওঁবুঢ়াৰ ধাৰ খিনি পৰিশোধ কৰিব পৰা নাই। গাওঁবুঢ়াই কৈ থৈছেই— আপাৰ মাক, কেণাৰ ধাৰ খিনি আগেয়ে দে, সিহঁত ভাল ধৰণৰ মানুহ নহয়, মোৰ খিনি পিছে পৰেও দিবি।

হেলাই সুখৰ বেঙনি দেখিবলৈ পালে। ভদীয়াও ডাঙৰ হ'ল। সি এতিয়া পাঠশালাৰ ৩য় শ্ৰেণী পাইছেহি। এদিন ভাৰতী আহিছিল। বাটৰ পৰাই মাত লগালে— ভদীয়া, ভালে কুশলে আছ নে ? ভাৰতীৰ মাত শুনি হেলাৰ গাটো চেংচেঙাই গৈছিল। তাই চোতালতে বহি এড়ি সুতা কাটি আছিল। এনেতে ভাৰতী সোমাই আহিলেই। হেলাই যাওঁ নেযাওঁকৈ ভিতৰলৈ গ'ল। ভদীয়াই কিবা-কিবি কৰি আছিল। ভাৰতীয়ে চোতালতে ইফাল-সিফাল কৰি ঘূৰি-পকি থাকি হেলাৰ পৰা একো সহাৰি নেপালে।

—কি অ' ভদীয়া, স্কুললৈ গৈ আছ নহয় ? দুখুৰ খবৰ পাই আছ নে ? তাক বই পৰহি পাইছিলো…… ইত্যাদি কথা কৈ ভালেখিনি সময় চোতালতে ঘূৰি ফুৰিলে হয়— হেলাই বহক বুলিও নকলে। ইয়াতে ভাৰতীয়ে হেলাৰ মনৰ ভাৱ বুজিব পাৰিলে। কিন্তু এনে অপমানৰ গোৰ ভুঞ্জিব লাগিব, এই ভাৱেৰে ভাৰতী আঁতৰি গ'ল।

• • •

—হেৰা, চুকটোৰ পৰা এইবোৰ পেলাই মুকলি কৰাহে । মহৰ বাহ হৈছে । নীৰৱ ভূঞাই ঘৈণীয়েকক উদ্দেশ্য কৰি কৈছিল যদিও হঠাতে দুখুক দেখি— দুখু, আজি অফিছৰ পৰা আহি ফটা কাণি, এই পুৰণি জোতা-বোৰ পেলাই দিবি, মহৰ বাহ হৈছে, এতিয়া সাপে-বেঙে বাহ নেবান্ধিলেহে হৈছে । ঘৰৰ কাঠিৰ চুকটো দেখুৱাই এছ ডি, চি, নীৰৱ ভূঞাই কলে ।

হাকিমৰ আদেশ পাই— দুখুৱে শণিবাৰে গধূলি চুকটোৰ পৰা ফটা কাণি-কাপোৰ কিছুমান, পুৰণা কাগজৰ বাকচ আৰু জোতা কিছুমান উলিয়াই চুকটো পৰিষ্কাৰ কৰাত লাগিল । হাকিমনীয়ে ওচৰতে ঠিয় হৈ দুখুৱে কাম কৰা চাই আছিল । বস্তুবোৰৰ মাজৰ পৰা এজোৰ জোতা আৰু দুটামান চোলা, পেটলুং উলিয়াই দুখুৱে কলে— আইদেউ, এইবোৰ দেখোন ভালেই আছে, মযে নিওঁ দিয়ক ?

—নি কৰিবি কি ?

—মোৰ এজন সৰু ভাই আছে, তাৰ ভৰিত এই জোতাজোৰে বেছ শুৱাব কিন্তু ।

—তই দেখোন কৈছিলি, আপোন বুলিবলৈ তোৰ কোনো নাই ।

ভূঞানীৰ কথাত দুখুৱে কলে— আইদেউ, মোৰ নিজৰ মাই-পিতা নাই আৰু ভাই-ককাইয়ো নাই । কিন্তু মাহীমায়ে মোৰ মাই আৰু মাহী মাইৰ ল'ৰা ভদীয়াই মোৰ ভাই । তাৰ বাবেহে খুজিছো ।

—এতিয়া থৈ দেছোন, মুচিয়ে যদি নিনিয়ে তেনেহলে দিব পাৰিম । বাবুয়নীৰ কথাত দুখুয়ে একো নকলে । মনতে ভাবিলে— ফটা জোতাবোৰে আৰু ফটা-চিৰা কাপোৰবোৰে চুকটো লেতেৰা কৰি আছে, মুচিক দিয়ে অথচ আমাক নিদিয়ে !

—সন্ধ্যা বজাৰৰ পৰা আহোতে ভূঞানীয়ে এখন নতুন কিতাপ আৰু জোতা এজোৰ দেখি চাওঁ দুখু, কি আনিলি এইবোৰ !

—আইদেউ শনিবাৰে ঘৰলৈ যাম নহয়, ভদীয়াই পাঠশালা পাছ কৰিলে । তাৰ বাবে ইংৰাজী পুথি এখন আৰু এইজোৰ জোতা উপহাৰ ।

ৰাতি ভাত খাবৰ সময়ত ভূঞানীয়ে নীৰৱ ভূঞাক কয়— চৰমাহলৈ এজন চাকৰ ৰাখক । দুখুৰ দ্বাৰা আমাৰ কাম নচলা হৈছে । মোৰ ভনী

এজনীৰ ল'ৰাজনো ইয়াতে থব খোজে। বৰ ভাল লৰা।

—কি অসুবিধাতো হৈছে তোমাৰ ? পুৱা গধূলি জঞ্জালৰ সময় খিনি দুখুৱে সহায় কৰিছেই। ৰাখিলেও ইষ্ট-কুটুম্বৰ ল'ৰা-ছোৱালী কেতিয়াও ৰখাৰ যত্ন নকৰিবা। ভাল পাইছা যদি লাগে দুটকা দি সহায় কৰিবা।

ভূঞাৰ কথাত ভূঞানীয়ে— ই আজি-কালি বজাৰৰ প্ৰাইচা যাবে। মই আজিয়ে দুটা বস্তু ধৰা পেলাইছো— এজোৰ জোতা আৰু কিতাপ এখন। সি বজাৰ কৰিলে যে বস্তুৰ দাম বাঢ়ে এয়ে ৰহস্য।

—মই বিশ্বাস নকৰো, মই কিয়—আমাৰ কাৰ্য্যালয়ৰ যদি কোনোবা মানুহে শুনে কোনেও বিশ্বাস নকৰে। দুখু ভাল ল'ৰা বুলি সকলোৱে জানে। মই এনেয়ে তাক ৰখা নাই— সৎ, সাধু চৰিত্ৰৱান বাবেহে ৰাখিছো।

শনিবাৰে দুখু ঘৰলৈ গ'ল। গৈয়েই ভনীয়াক নতুন কিতাপ-বহী তাক চোলা-পেণ্টলুং জোৰ দি ক'লে— ভনীয়া, ভালকৈ পঢ়া-শুনা কৰ। লিখা-পঢ়া কৰে যি, ডাঙৰ মানুহ হয় সি। মাহীমাক হেলাই ক'লে— এই আপদীয়াটোক এইবোৰ কিয় দিছ, বান্দৰে কি নাৰিকলৰ মোল বুজে ?

—ভূঞা চাহাবৰ ল'ৰা মন্টিয়ে যেতিয়া জোতা পিন্ধি কেৰেপ কেৰেপকৈ ফুৰে, ভনীয়ালৈ মোৰ মনত পৰে।

কেৰাচিন তেলৰ চাকিৰ পোহৰত দুখুৰ গাটো দেখি হেলাই প্ৰশ্ন কৰে— চাকৰি কৰি তইনো চোলা এটাও লব পাৰা নাইনে ? তেনেই ধাটি গৈছে দেখোন। আৰু বৰকৈ ক্ষীণাইছ ?

হুমুনিয়াহ পেলাই দুখুৱে কয়— আমাৰ ভূঞা চাহাব বৰ ভাল মানুহ। কিন্তু মেম চাহাব বৰ ভাল বিধৰ নহয়, ল'ৰা-ছোৱালীৰ এৰা-গুকোলা ভাতবোৰ মোৰ ভাতৰ লগত মিহলাই দিয়া দুদিনো দেখিলো।

—ইছ-ৰাম, দুখীয়া হলেও আমি এৰা-গুকোলা, পৰা-ধৰা ভাত কুকুৰ মেকুৰীকহে দিওঁ— মানুহকনো দিয়ে নে বাৰু। চহৰবোৰ বৰ বেয়া। সেই কাৰণেহে ক্ষীণাইছ। তই এইবাৰ গৈ তাত নাথাকিবি। ঘৰ ভাড়া কৰি থাকিবি।

—মই হিচাব কৰি চাইছো— ঘৰ ভাড়া কৰি নিজে খাবলৈ হলে, এই দৰমহাৰ টকাৰে কোনো মতেহে হব, কিন্তু ধাৰলোপা বৈ যাব। মই

বোলো দুখে-কষ্টে খোৱা মুঠি এনেকৈয়ে উলিযাওঁ।

—তই তাক নতুন চোলা-পেটলুং দিছ কামত আহিব, কিতাপ-ফলি কিন্তু কামত নাহে। ইয়াৰ এটা স্বভাৱো ভাল নহয় দুখু, যি মূলা বাঢ়িব তাৰ দুপাততে চিন। কিতাপ হাতেৰেও নুচুৱে। আজি-কালি পইচাও চুৰ কৰে বিবা বোলে চিট-পট খেলে। মোৰ সাঁচতীয়া পইচা আঠ অনা চুৰ কৰি নি এজোৰ তাচ কিনিছে। গাইজনীক ফিৰিকে নেচাই। সি যে ভাল মানুহ হব আশা নাই। ভাল লক্ষণ তাৰ গাত মুঠেই নাই।

—আপুনি বয়স হলে বুদ্ধি হৈবো ভাল। অলপ কঢ়াকৈ চলাবি। বেয়া ল'ৰাৰ লগ লাগিবলৈ নিদিবি। সেই কাৰণে সি তাচ আৰু পইচা খেলে। গুৱাহাটীৰ চাহ দোকানত থাকি বহুতো কথা শিকিলে।

ৰাতিপুৱা দুখু বিছনাতে আছে। নতুন জোতা পিন্ধি ভদীয়াই গৈ চুবুৰীয়া ল'ৰাক দেখুৱাই আহিল। কাকতিৰ সৰু ল'ৰাটোৱে কামিজটো লাৰি চোৱা বাবে তাক ভদীয়াই মাৰিলে। এই কাৰণে কাকতি পণ্ডিতৰ ডাঙৰজন ল'ৰাই ভদীয়াক ধৰি মাৰিলে। হ'ল এখন কাজিয়াৰ সৃষ্টি। ভদীয়াক মাৰা দেখি দুখু খেদি গ'ল। হেলাই কোনোমতে বাধা দি—দুখু, কিমানৰ লগত কাজিয়া কৰিবি? নিজৰ গৰু ভাল হলে আনৰ বাৰী লুটিবলৈ যাব কিয়? দুদিনমান থাকচোন আৰু কি দেখিবি। মানুহে কথাতে কয় নহয়, বোলে 'এটা গৰু যাৰ, ওৰেই পথাৰেই তাৰ'।

হেলাৰ কথাত দুখুয়ে মাত-বোল নকৰি মনে মনে থাকিল। দুদিন মানৰ পিচৰ ঘটনা। ৰূপাৰ ল'ৰা গণ্ডাৰামৰ লগত চিটপটৰ খেলা লৈ কাজিয়া। চুৰ খেলা খেলোৱাৰ বাবে গণ্ডাৰামে ভদীয়াক মাধমাৰ সোধালে। কান্দি কান্দি আহি ভদীয়াই মাকক গোচৰ দিলে-- দুখু খেদি গ'ল, হেলাই বাধা দিলে— দুখু কাজিয়া কৰি একো লাভ নাই, 'বাক কিলাওতা নাই, ঔৰ তললৈ যায়, সাত কিল খায়,' মই কৈছো নহয়— ই ভাল জাতৰ বস্তু নহয়, পৰজন্মৰ পাপৰ ফলত এনে কুলক্ষণীয়াটোৱে মোৰ গৰ্ভত জন্ম লৈছেহি।

—নহয় মাই, সিহঁতে কি ভাৱে, ভদীয়াৰ বাবে প্ৰাণ দিব পাৰা দুখু এতিয়াও জীয়াই আছে; দুখুৰ কথা শুনি হেলাই চকু চলচলীয়া

কৰি কলে— অনৰ্থ নষ্টাবি দুখু, সক হৈ থাক, সকৰ পৰাহে ডাঙৰ হব পা'ৰ। পৰি-ধৰিহে ডাঙৰ হয়।

হেলা আৰু দুখুৰ এনে মিলন দেখি ৰামায়ণৰ কৈকেয়ীৰ সতিনী হিংসা-উপাখ্যান কবিৰ কল্পনাৰ বাহিৰে আন একো নহয় যেন অনুমান হয়। দুখুৱে হেলাক কলে— ভদীয়াই, মাইনৰ স্কুল পাছ কৰিলেই ইয়াক গুৱাহাটীৰ স্কুলত ভৰ্ত্তি কৰি দিম। গাঁৱলীয়া সমাজত ভাল মানুহ হব নোৱাৰে। বৰং ইয়াত মানুহৰ মনবোৰ সংকীৰ্ণ হৈহে যায়।

* * * *

এই অঞ্চলত কোনো কালে নষ্টা ঘটনা এটা ঘটিল। এদিন ৰাতি গুণগোবিন্দ ভাৰতীৰ ঘৰত সাংঘাটিক ডকাইতি হ'ল। ছয়জনমান ডকাইত, সৰ্ব্বশৰীৰ কলা কাপোৰেৰে ঢকা, মাত্ৰ চকু দুটাৰ বাহিৰে শৰীৰৰ এটা অঙ্গও নঢকাকৈ নাই, ভাৰতীক বান্ধি থৈ এহেজাৰ নগদ টকা আৰু এপোৱা সোণ লৈ গ'ল। তদন্তলৈ পুলিচ আহিল হয়, কিন্তু একো শুংসূত্ৰ নেপালে। ভাৰতীয়ে কলে— মই যাক সন্দেহ কৰিছোঁ সিহঁতেই হব। ডকাইতি কৰি ধন-সম্পত্তি লুট কৰাৰ অভিপ্ৰায় সিহঁতৰ নাছিল, আছিল কিহঁৰাত হে।

এদিন ইচমাইল খাই, নছৰৎ মিএগক কলে— মিএগ চাহেব, মনত পৰেনে? মই এদিন কৈছিলো নহয়, আমাৰ ধন আমাৰ ঘৰলৈকে পুনৰ আহিব, এতিয়া দেখিলা নহয়। আনকি ভাৰতীয়ে আমাক সন্দেহ পৰ্য্যন্তও কৰা নাই।

—জোনাব, আপোনাৰ কৌশল্ প্ৰশংসনীয়, খোদাই আপোনাক আৰু বুদ্ধিমান কৰক।

* * * *

'নিত্য, অ' নিত্য'। কছাৰীৰ পৰা গৈয়ে ভাৰতী উকীলে সাজ-পোছাকজোৰ খুলি নিত্যক এনেদৰে আস্ত-ব্যস্তকৈ মতা বাবে উকীলনীয়ে ল'ৰাটোক পঠাই দিলে। ল'ৰাজনে আহি কলে— ফুটবল চাবলৈ গ'ল। উকীলনীও চিলাই কলৰ কাম এৰি আহি ওচৰতে থিয় হৈ সুধিলে— নিত্যক কিয়? বিশেষ কাম আছে নেকি?

বৰ মাৰাত্মক খবৰ এটা আছে। উকীলে হাত-মুখ ধুবলৈ ধৰিলে। উকীলনীয়ে ভেবা লাগি উকীলৰ ফালে চাই থাকিল।

—ভয় খাব নেলাগে কোনো মৰা-হজা নাই। দাদাৰ ঘৰত সাংঘাটিক ডকাইতি হৈছে। দাদাক বান্ধি থৈ মাৰ-পিট কৰি নগদ টকা আৰু সোণ কিছু প.ৰনাগে নিলে।

—ইছৰাম·· ··· উকীলনীয়ে আৰু কিবা কব খুজিছিলহে

এনেতে উকীলে মাত দি— ইছৰাম নহয়, ঠিকেই হৈছে। অচিনাক কাঠৰ খোৰা লগাবলৈ বুঢ়া-বুঢ়ীয়ে হাক দিছে। দাদাই অচিনাকি কাঠৰ খোৰা লগাইছে। দাদাই বৰ লেতেৰা ৰাজনীতি কৰিছে, বুজিছা। গাঁৱত থাকিলে মইয়ো এনেকুৱা হলো হৈ নোক ? নহওঁ দিয়া। গাঁৱত ইমানবোৰ মানুহ আছে, দাদাৰ দৰে লেতেৰা মানুহ নাই। হেৰা মালতী, শুনিলে হাঁহি উঠে, কিবা এখন পাঁচগঞা বামুণ সমাজ দাদাই গঠন কৰিছে। পশুপতি কবিৰাজ, শাস্ত্ৰী আৰু কাকতি পণ্ডিত আদি হ'ল মেম্বৰ আৰু দাদা স্বয়ং সভাপতি। সমাজে প্ৰথমতেই ৰতি শৰ্ম্মাৰ ছোৱালীজনীৰ বিয়া খন ভাঙিলে। জানাই নহয়, বামুণৰ ছোৱালী বিয়া দিয়াৰ সমস্যা, তোমাতে খটুৱাই চোৱাচোন।

—আপুনি কেৱল মোকহে দেখে, আপুনি নগ'লে মইনো কিবা পৰি থাকিলো হৈ ন ? পিতাই কিবা খাতিৰ কৰিছিল নে ? দাদাৰে টকাৰ লোভত—

—আৰু মই কিহৰ লোভত······ বাৰু, বাৰু এৰা। শুনা, তিনি আলিৰ চৌকত বগাৰাম দোকানীৰ দোকানখন দেখিছা নহয় ! তাতে ভাটাই কেইজন বহিব। আনৰ কুৎসা ৰতিব, ভগবানৰ ব্যাখ্যা কৰিব আৰু বগাৰাম দোকানীৰ কেইচিলিমান ধপাত পুৰিব। ফলত বগাৰামৰ দোকানখন গ'ল জহন্নামে।

·· কেই চিলিমমান ধপাত খাওঁতে এখন দোকান জহন্নামে যায় নে ?

—যেতিয়া আদহীয়া বুঢ়া কেইজনমানে বহি আড্ডা মাৰিব, ডেকা-লৰা, বেটি-বোৱাৰী দোকানত নোসোমোৱাতো স্বাভাৱিক। গাঁৱৰ দোকানত বিড়ি, ধপাত আৰু সূতা, কাপোৰ, লোণ, তেলহে বেছি বিক্ৰী হয়

আৰু গ্ৰাহক হ'ল ডেকাল'ৰা বা তিৰোতা মানুহ। শিহঁ'ত মানুহৰ এনে ধাৰণাও হয়, তেওঁলোকে যি ঠাইত বহিছে বা যাব ভাল পাইছে, তাৰ তালৈ নেযাওঁ— এনে মানুহো নোহোৱা নহয়। বগাৰামক কহুৱো মানুহে বেয়া পোৱা হৈছে। বগাৰামে মোক আজি সকলো ভাঙি-পাতি কলে— 'দাদা, কেনেকৈনো মই কওঁ— আপোনালোক মোৰ ইয়াতে নবহিব। শীলপুৰীৰ ছুকুড়ি ঘৰ গ্ৰাহক, কলিতাপাৰাৰ কছাৰীসকল মোৰ দোকানলৈ নহাই হৈছে। ফলত মোৰ দেওনা-পাওনা শেষ। মই ভাবিছোঁ দাদা, সি জন্মত এখেতসকলৰ মই শত্ৰু আছিলোঁ, এই কালত প্ৰতিশোধ ললে। বগাৰাম দোকানীৰ মুখে এনেবোৰ কথা শুনি বৰ বেজাৰ পাইছো। হীৰা-লাল কেওঁৰ দোকান পৰি গৈছিল— সি বোলে আৰু উঠিল।

—পুলিচে ডকাইতক ধৰিব পৰা নাই?

—এইটো বৰ মাৰাত্মক কাণ্ড কৰিছে দাদাই। পুলিচৰ সন্দেহ ঠিকেই হৈছিল। আমিও বহুদিন ওকালতি কৰিলো, আমাৰো ধাৰণা শক্তি এটা আছে। কিন্তু দাদাই ৰতি শৰ্ম্মা, কছাৰীপাৰা আৰু নাপিত যুবক কেইজনমানৰ নাম কৈছে। ৰতি খুৰাক তুমি জানাই নহয়, তেওঁ জানো ডকাইতি কৰা মানুহ! মূঠৰ ওপৰত দাদা বৰ লেতেৰা মানুহ।

- কিন্তু আমাকটো খবৰটো দিব লাগিছিলহি।

—দাদাই আৰু এটা ডাঙৰ দোষ কৰিছে। মাৰ নাম বিক্ৰী কৰি মোৰ অপকাৰ সাধিছে। ৰবাজিমাৰা বিজাৰ্ভত ছুই শ বিঘা জমী চৰণীয়া পথাৰৰ নামত পমুৱা মানুহ বহুৱাই মোৰ বদনাম কৰিছে। বাতৰি কাকতত পঢ়িছিলা নহয়— 'ছুই পুত্ৰৰ ৰহস্যজনক হত্যা'। এই আলমটোত দাদাই মোক দেখুৱাই— পমুৱাসকলৰ পৰা বৃজন পৰিমাণৰ ধন খাইছে। এইবিলাক কাৰণত মোৰ তালৈ অহা নাই। তেওঁ নহাই উচিত। নিত্যক পাৰিলে বিদায় দিয়াই ভাল।

—আমাৰ ভাগৰ জমী-জমাবোৰ ঠিক ভাগ কৰি লওঁক। যি বেয়া মানুহ, সি ঘৰতো বেয়া পথাৰতো বেয়া।

হৰগোবিন্দ ভাৰতীয়ে একো নকৈ মনে মনে থাকিল।

* * * *

নলবাৰীৰ মণ্ডল-কাননগোক লগ ধৰি বৰালিমাৰা ৰিজাৰ্ভৰ পমুৱাক মাটি পট্টন দিয়াৰ বিষয়ে পৰামৰ্শ সুধিলে। মণ্ডলে কলে— মিঞা চাহেব গ্ৰাম্য মণ্ডলে ৰাজা বুলি আমাৰ কথাবাৰ আছে। চৰকাৰে মাটি দিব নোৱাৰে, মণ্ডলেহে মাটি দিব পাৰে। মণ্ডলৰ ৰিপোৰ্টৰ ওপৰত কাননগো, এছ, ডি, চিৰ মন্তব্য খাটিব। কিন্তু চৰ জমীনত গৈ যি লিখি দিম সেয়েহে আচল। মিঞা চাহেব, মোৰ কলমত ৰাজ্য থাকিব পাৰে, যাবও পাৰে। মই দিব পাৰো, নিদিবও পাৰো, দি আকৌ কাঢ়ি আনিবও পাৰোঁ। মাতবৰ, ইমানতে বুজিবা।

—মই জানো, আপুনি সব। জানেই আমাৰ মানুহখিনি দুখীয়া। যি অলপ-অচৰপ ধান, পাট, সৰিয়হ পাওঁ··· হওঁক নহওঁক জমিদাৰ ভাৰতী আৰু মৌজাদাৰে গৈ লৈ আহে, আমাৰ একোৱেই নেথাকে।

– তেওঁলোকে কবুলাহে দিছিল। তাত স্পষ্টকৈ লিখা আছে, চৰণীয়া পথাৰৰ বাবে ভাৰতী আৰু ৰায় চৌধুৰীক ২০০ বিঘা মাটি দিয়া হ'ল। গৰু-মহ চৰিবলৈহে, খেতি কৰিবলৈ নহয়। আৰু বৰালিমাৰা ৰিজাৰ্ভৰ পৰা ২০০ বিঘা মাটি। তাৰ চাৰিসীমাও ধৰি দিয়া হোৱা নাই। বুজা নাই যদি বুজি লোৱা— এখন দেশ, প্ৰদেশ, জিলা বা মৌজাৰ যেনেকৈ চাৰি সীমা থাকে, একঠা মাটি হলেও তাৰো চাৰি সীমা অৰ্থাৎ তপশীল থাকে। কিন্তু চৌধুৰী আৰু ভাৰতীক দিয়া মাটিৰ চাৰি সীমাৰ উল্লেখ নাই। প্ৰায় আঢ়ৈ হাজাৰ বিঘাৰ ভিতৰত দুশ বিঘা জমী। ধৰি লোৱা তোমা-লোকে বস্তি কৰি থকা খিনি নহয়েই— বিলৰ পাৰতহে। ······বহুত কথা আছে। বাৰু মিঞা চাহেব, ভাৰতী বা মৌজাদাৰৰ লগত কিবা চুক্তি-পত্ৰ আছে?

—নাই, মুখৰ জবান, আমি জবান চোৰ নকৰো।

—শুনা, তেওঁলোক বৰ চালাক মানুহ। তেওঁলোকে লিখা-পঢ়ালৈ নাযায়। কাৰণ মাটি লৈছে তেওঁলোকৰ গৰু, ম'হ চৰিবৰ বাবে, খেতি কৰিব বা ব্যৱসায় কৰিবলৈ চৰকাৰে দিয়া নাই।

—তেনেহলেতো আমাৰ বিপদ হব।

—তোমালোকে যি দিলা দিলাই, এতিয়াৰ পৰা ধান, পাট, সৰিয়হ

বন্ধ কৰি দিয়া। মই তোমালোকৰ নামত কবিলা-পত্ৰ কৰি দিয়াম. আৰু পাঁচ বছৰ দখল থকা বুলি জৰীপত ধৰি দিম। বৰ বেছিৰ কথা নকওঁ, মোক বিঘাই প্ৰতি কুড়ি টকাকৈ দিবা।

—মণ্ডল বাবু, কিবা এটা হ'ব। আপোনাক যেনে তেনে সন্তুষ্ট কৰিম।

মণ্ডলৰ লগত হোৱা আলোচনাৰ পৰাই পমুৱাসকলে বুজি পালে যে প্ৰকৃতপক্ষে এই জমীত মৌজাদাৰ বা ভাৰতীৰ একিয়াৰ নাই। তথাপি সাপো মৰক, লৰুও নাভাঙক, নীতিৰে চৌধুৰীৰ মহৰী গলে বা ভাৰতী গলে— আজি নহয় কালিলৈ দিম, কালি নহয় পৰহিলৈ দিম, এইবাৰ ধান বানপানীয়ে তহিলং কৰিলে, অহা বছৰ একেলগে দিম বুলি একেবাৰে বঞ্চিত নকৰি কিঞ্চিৎ পৰিমাণে দি থাকিল।

ভাৰতী আৰু মৌজাদাৰেও 'বতৰৰ কলা, কোবাই-ধোবাই যি পালা' কিঞ্চিৎ হলেও গ্ৰহণ কৰি আছে। হুৎছৰমান পিছত পমুৱাসকলে ভাৰতী আৰু মৌজাদাৰৰ মূৰত হাত থুই দিলে। ইয়াৰে ভিতৰতে ছুই চাৰিঘৰে মণ্ডল কাণনগোক সন্তুষ্ট কৰি একছনীয়া পট্টাও কৰি ললে।

প্ৰথম পক্ষ— অৰ্থাৎ পমুৱাসকল মাটিহীন কৃষক, পাঁচ বছৰৰ ওপৰ ভোগ দখল কৰি আহিছে, এনেয়ে ছন পৰি থকা মাটিত বিবিধ শস্য কৰি অধিক উৎপন্ন কৰি চৰকাৰক সহায়ো কৰিছে, আদি কাৰণ দেখুৱাই পট্টন বিচাৰি চৰকাৰক ব্যতিব্যস্ত কৰি তুলিছে ?

দ্বিতীয় পক্ষ থলুৱা গঞা— পমুৱা বাইজে গৰু, ম'হ চাৰিবলৈ ঠাই নাইকীয়া কৰিলে। বৰালিমাৰা ৰিজাৰ্ভ যাতে পমুৱাক পটন নিদি চৰণীয়া পথাৰ কৰি ৰাখে তাৰ বাবে আবেদন নিবেদন কৰি আছে।

কাগজে, কলমে দুয়ো পক্ষৰ যুক্তি দাঙ্গি ধৰি চৰকাৰক অতীষ্ঠ কৰি তুলিছে, মাজতে মণ্ডল, কাণনগোই টকাৰ বেহা-বেপাৰ কৰিছে। গতিকে নিৰ্বিবাদে বেদখল হৈয়ে আছে।

কামৰূপ জিলাতো অঞ্চলবিশেষে ভোগালি বিহুৰ দিনৰ পৰা বঙালি বিহুত গৰুক বিহুৱান দিয়া দিনলৈকে গৰু, মহ উদং দিয়া প্ৰথা বহুদিনৰ পৰাই চলি আহিছে। পুহ মাহত পথাৰত খেতি পথাৰ নেথাকে। যি অলপ-অচৰপ মাটিমাহ, মচুৰ, সৰিয়হ, থাকেও— ৰখীয়া দি ৰখে। বহাগ

বিস্তৃত পথাৰত ধান গজি উঠে— লগে লগে গৰু, মহ বন্ধ হয়।

কলিতাপাৰাৰ ৰাইজেও পূৰ্ব্বৰ প্ৰথা অনুসৰি মাঘ মাহত গৰু উদং দিলে। এজাক গৰু গৈ পমুৱাসকলৰ মচুৰৰ খেতিত উঠিল। পমুৱা ল'ৰাবোৰে মচুৰত উঠা গৰুৰ বাহিৰেও বিলৰ পাৰত চৰি থকা গৰুবোৰকো খেদি নিলে। ইয়াতে কলিতাপাৰাৰ কেইজন ডেকাই গৰুবোৰ এৰাই দিবলৈ গলত, গৰুটো নিদিলেই ডেকা কেইজনকো অপমানিত কৰিলে। পিছদিনা আটাইবোৰ গৰুকে খোৱাৰত দিলে।

'কথাত বাঢ়ে কথা, মথনিত বাঢ়ে ঘিউ।' পমুৱা ৰাইজৰ ওপৰত বিক্ষুব্ধ হৈ আৰু দুদিনমান পিছতে জাকে জাকে গৰু নি পমুৱা ৰাইজৰ মচুৰৰ খেতিত এৰি দিলে। পমুৱাসকলে দা-দাং, যাঠী-জোং লৈ আহি কলিতা-পাৰাৰ ৰাইজক আক্ৰমণ কৰিলে। দুয়োদলৰ মাজত থৈয়া-নথৈয়া ৰণ লাগিল— পমুৱাই বেছি মাৰ খালে আৰু ইপক্ষৰো কেইজনমানে মাৰ খালে।

গধূলি কেইজনমান পমুৱা ভাৰতীৰ তালৈ আহি ঘটনাৰ আদ্যোপান্ত কলে— ভাৰতীয়ে পমুৱাসকলক উচটনি দি কলে পিছুৱাই নিদিবা, আমিও তোমালোকৰ লগতে আছোঁ। মই জানো ইহঁতে আমাৰ মাটিৰ খেতি খুউৱা মানে আমাৰো হানি কৰা। আংশিক পৰিমাণে হলেও এই খেতিত আমাৰো ভাগ আছে।

এদিন এজন ডেকা পমুৱা বস্তিলৈ হাঁহকণী বিচাৰি গ'লত, বিলৰ পাৰত হোৱা কাজিয়াৰ সূত্ৰ কৰি পমুৱা ডেকাকেজনমানে দুয়োজনকে অপমানসূচক কথা শুনালে। ইহঁতেও বোধহয় প্ৰত্যুত্তৰ দিলে, দুয়োজন অৰ্থাৎ বড়ো ডেকা অজয় আৰু নাপিতৰ ডেকা সুৰেন শীলক বাৰুকৈয়ে আঘাত কৰিলে। অজয় বড়োৰ মূৰটো ফাটিল আৰু সুৰেনৰ হাত এখন ভাঙিল। পুলিচ আহি অনুসন্ধান কৰিলে হয়— প্ৰমাণৰ অভাৱত কাকো গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। পুলিচৰ লগত ভাৰতীও অৱশ্যে পমুৱা বস্তিলৈ গৈছিল।

ৰাতি পুৱাই দুখু গুৱাহাটীলৈ যাব। পঢ়াৰ ভয়তে পেট কামোৰ উঠা বুলি ভণ্ডীয়াই শুই আছে। হেলাই ভাত ৰান্ধি আছে আৰু দুখুৱে গুচ'তে বহি চাই আছে। হেলাই ধীৰে ধুন্দিৰে আৰম্ভ কৰিলে— 'দুখ,

তোৰ সংসাৰখন পাতি দি মোৰ ঋণখিনি পৰিশোধ কৰো, বঙ্কিকান্ত ঠাকুৰীয়াৰ ছোৱালীজনী দেখনে শুৱনে, বোৱনে কাটনে পটু ছোৱালী।

—মাই তিৰোতা মানুহৰ এইটো ডাঙৰ ভুল। এই ভগা-চিগা ঘৰ-দুৱাৰ, নাই খেতিৰ মাটি এডৰা, ধাৰত গললৈ পোট গৈ আছো, চাকৰিটোত সোমাইছো মাথোন, উঠিল তোমাৰ মূৰৰ বিষ। প্ৰথমে ভদ.-য়াৰ মেট্ৰিক পাছ, তাৰ পাছতহে এইবোৰ চিন্তা।

—তেনে তোৰ আৰু হৈছে বোপা, ভদীয়াই কোনোবা দিনা হাইস্কুল পাছ কৰিব? দেখিছুই নহয় সাজ লাগিলে ল'ৰাই পঢ়ে, মূৰৰ বিষ উঠা বুলি শুলেই। এনেদৰে দিন-ৰাতি কেৱল মিছা কথা, কথাই প্ৰতি ফাকি। সংসাৰখন কৰ বোপা। মোকে এটা লগযোগ লগা হৈছে। এড়িয়া চাদৰজোৰ বিক্ৰী কৰি ডেৰকুৰি টকা পাম।

—তাৰে মটি এপুৰা বন্ধক ৰাখিম। আগেয়ে ঘৰখন থিতাপি লাগকচোন পিছে পাৰেও দেখা যাব।

হেলাই একো নকৈ মনে মনে থাকিল।

* * * *

দীনবন্ধুক বজাৰলৈ পঠালেই বস্তুৰ দাম বাঢ়ে, দুটুটে। ই কৰবাত বেঙ্ক খুলিছে হব পায়। ভূঞানীৰ এনে মন্তব্যত দুখুৰ অন্তৰ ভাঙি যায়। এদিন বজাৰৰ পৰা আহিছেহে, ভূঞানীয়ে সুধিলে— দীন, এই মাছটোৰ দাম কিমান অ'?

—এটকা আইদেউ?

এটকা। কথা কৈছ নে গান গাইছ। এইডাল মাছৰ দাম এটকা। আমাৰ বমভোলা সদাশিৱেতো খবৰ নলয়েই, এনেকৈনো পইচা চোৰাই খাব পাৰিবনে? শইকীয়াৰ চাকৰটোৱে ইয়াতকৈ শকত আঁৰি মাছ মাত্ৰ আঠ অনাত আনিছে। কন্দা কটাতকৈ লগত যোৱাই ভাল। ৰাখিলে চাকৰ ৰাখক, ইবিলাক সাংঘাটৰ চেঙেলী, ইহঁতকো বিশ্বাস কৰেনে! হাত মাউৰা, বাট মাউৰা ল'ৰা চৈতানৰ চূড়ান্ত।

কথাখিনি কাণত পৰিল। একো কব নোৱাৰে, কাৰণ সি যে চাকৰি কৰিছে, ঘৰত নহলেও অঙ্কিত। আৰু এদিনৰ কথা— ভূঞা

মফচলত আছিল— ভূঞানীয়ে কেটেৰাই কলে— তোৰ অফিচলৈ যাবৰ হলেই নে ? খাই-ধই উঠি বাবু হব নেলাগে, ল'ৰাটোক ল । প্ৰভুৰ আদেশ আখৰে আখৰে পালন কৰা ভৃত্যৰ কৰ্ত্তব্য । এনেদৰে দুখুৰে অবাক্য বচন কটুকথা শুনিব লগীয়া হ'ল । এতিয়া অফিচলৈ যোৱাত সদায় দেৰি হয় । এদিন ৰব কেৰাণীয়ে দুখুক সাৱধান বাণী শুনাই দি কলে— দহ বাজি গ'ল, অফিচৰ দৰজা-খিৰিকী ডি, চি, চাহাহে খুলিব নেকি ? চাৰে নও বজাৰ লগে লগে নেপালে, মই টানি লৈ গৈ চাহাবৰ সন্মুখত হাজিৰ কৰাই দিম, তেতিয়া মোৰ গাত দোষ নাথাকিব । চাকৰি কৰিবৰ ইচ্ছা আছে যদি কৰ, নহলে হালত ধৰ গৈ ।

দুখুৱে ভাবিলে ভূঞা চাহাবৰ লগত থাকিলে আজি নহলেও পৰহি হলেও যে চাকৰি যাবই সি নিশ্চিত । গতিকে এই ঘৰখন ত্যাগ কৰাই উচিত হব । ভূঞা হাকিমে ৰাতিপুৱা চাহ খাই কিবা পঢ়ি আছিল । দুখুৱে ভয়ে ভয়ে কলে— দৌতা, মই ইয়াৰ পৰা যাব খোজো । আপোনালোকৰ অসুবিধা হৈছে— মোৰো অফিচলৈ যাওঁতে সদায়ে পলম হয় । মুখখন কলা কৰি ভূঞাই কলে— তই ইয়াৰ পৰা যোৱাই ভাল । হাকিমনীয়ে বোলে ভতিজাকজনক ৰাখে । বাৰু— বুলি ভূঞা তাৰ পৰা উঠি ভিতৰ সোমাল ।

তিনিজন ছাত্ৰৰ মেছ এটাত আগৰ চুক্তিত থকাৰ দৰে দুখু ৰান্ধনী থাকিল । তাৰে দুজনে কলেজত পঢ়ে, এজনে পঢ়িছিল কিন্তু পৰীক্ষাত ফেল কৰি এনেয়ে বিনা কামে বহি আছে । দুদিনমান থকাৰ পিছতে মদন দত্তই দুখুক কয়— দীনবন্ধু, এক অনা পইছা দিয়াছোন চাধা আনো । হয়তো পিছদিনাও দীন, চাৰি অনা পইচা দিয়াহে চাহ খাওঁ । যাচোন দুখু, সৌ দোকানখনৰ পৰা এক পেকেট চিগাৰেট লৈ আহ, মোৰ কথা নকৰি দে । কাপোৰ ধোৱা চাবোন এডোখৰো লৈ আহিবি । ঘৰৰ পৰা মণি অৰ্ডাৰ আহিলে, সব দি দিম । মাহেকৰ মূৰত নিৰক্ষৰা মদন দত্তৰ তাত নগদ তিনি টকা আৰু পাণদোকানৰ চাৰে তিনি টকা দুখুৱে পৰিশোধ কৰিব লগীয়া হল । ইপিনে মেছতো মদনে এপইচাও দিয়া নাই । তাৰে এজন ল'ৰা এনে পৰিস্থিতিত কলেজৰ ছাত্ৰাবাসলৈ গ'ল

বাকী থাকিল দুজন ঃ দুখুৱে দেখিলে— আছোক লাভ লুভটি, এতিয়া মূলবো হতহিতি। খোৱাত খৰছ হ'লহেতেন আঠ টকা বা ন টকা, তেৰ মাহত দুখুৰ হাতৰ পৰা এঘাৰ টকা গলেই। দুখুই মেছৰ পৰা গৈ পাঁচ টকা মাহেকত ভাৰাঘৰ এটা ললে আৰু তিনি আলিত এখন পাণ-দোকান দিলে। পুৱা-গধুলি পাণদোকানত বহে, অলপ-অচৰপ বিক্ৰী হয়, তাৰে তাৰ ঘৰভাড়া আৰু খোৱা খৰছ ওলায়।

এনেদৰে দুবছৰ মূৰত, দুখুৱে পিতৃ ঋণৰ পৰা মুক্ত হৈ সি দুপুৰা মাটি কিনিলে, দুপুৰামান বন্ধকত ৰাখি এহাল গৰু কিনি মৰকীয়া হাল দিলে। শনিবাৰে গধূলি ঘৰলৈ আহি খেতিপথাৰৰ তত্বাৱধান লয়; বাৰীখনত কল, তামোল-পাণ, নাৰিকলৰ পুলি ৰোৱে। দুখু গুৱাহাটীত থাকিলে হেলাই সকলোৰে দায়িত্ব বহন কৰে।

ভদায়াই চোচৰি-মাজৰি গৈ হাইস্কুলৰ ৭ম মান শ্ৰেণী পাইছে গৈ। পুৱা স্কুললৈ যোৱাৰ এঘন্টামান আগেয়ে শোৱাপাটি এৰে, স্কুললৈ যায় আৰু তাৰ পৰা আহি ফুৰিবলৈ ওলায়। আন কাম ক্ষতি হব পাৰে, কিন্তু ফুৰাটো নিয়মিত।

অলপ-অচৰপ শালি খেতি কৰিম বুলিয়েই ভাদ মাহটো ছুটী লৈ দুখু ঘৰতে আছে। নিজৰ ভাগৰ হালৰ উপৰিও হাল খুজি, হয়তো সময়ত বেলাত এটকাকৈ হাল কিনি দুপুৰা মাটিত শালিধানৰ খেতি কৰাৰ ইচ্ছা। এদিন দুখুৱে কলে— ভদীয়া কঠীয়া ভাৰ আৰু জলপান খিনি লৈ তই পথাৰলৈ যাবি, মই আলিৰ কাণ কাটিম আৰু জাবৰ টানিম। পাৰিলে দুপাকমান হালো ঘূৰাম। জানই নহয়, কিনা হাল। হালহে, ভাল নহয়।

দুখু যোৱাৰ অলপ পিছতে ভদীয়াই মূৰ কণিয়াই, ধুতিখন পিন্ধিলে। হেলাই কলে— বাবুৱা এতিয়া কলৈ ওলাল? কিয় পথাৰ নগচকিম বুলি প্ৰতিজ্ঞা কৰি আহিছে নেকি? মাকৰ কথাত কৰ্ণপাত নকৰি গোঁ-গোঁৱাই গ'ল। দুখুৱে চাহ-জলপান খাবৰ নহ'ল। আন এদিন কলে— 'ভদীয়া গৰুহালক পানী খুৱাবি। মই কঠীয়া তুলিবলৈ যাওঁ। ছুটিও শেষ হৈ আহিল। বোধকৰো, এৰিঘামান মাটি কৰ নোৱাৰিমেই। দুখু পথাৰলৈ যোৱাৰ পিছ মুহূৰ্ত্তে ভদীয়া বিশ্ৰামৰ বাবে বিছনাত উঠিল। হেলাই থং দেখুৱাই—

'হেৰ নিলাজ, তোৰ কাণ্ডজ্ঞান নাইনে। গৰুহাল যে শুকাই মৰিব এতিয়া?

—মই নোৱাৰো যা

—পাৰিব কোনে? নে তোৰ আৰু কোনোবা কাণ সমনীয়া ভাই আছে। অঘাটে নমৰ কিয়? দুখুৱে যে তোৰ মায়েৰাক পুহি মৰিব লাগে।

—খুজি খাবি গৈ

—তোৰ নিচিনা বেটাজন থাকোতে যে মই খুজিবলৈ যাও, তই মৰি নেযায় কেলৈ!

- দৰকাৰ হৈছে যদি তয়ে মৰ গৈ নদী বেছি দূৰ নহয়।

এইবাৰ হেল৷ একেবাৰে নিস্তব্ধ হ'ল। মুখৰ মাত হৰিল। অতী-তৰ ছবিবোৰ এটাৰ পিছত এটাকৈ ভ'াহি উঠিল। সেই কৃষ্ণাষ্টমী ভদী-য়াৰ গণনাৰ দিনতো, পিতাকৰ মৃত্যু, ভাৰতীৰ কু-অভিপ্ৰায়। কাণত ঠহ-ঠহকৈ বাজি উঠিল— দৰকাৰ হৈছে যদি তয়ে মৰ গৈ।

* * * *

এঃ, ছিঃ, ছিঃ, নীৰৱ ভুঞাক লগ ধৰি দুখুৱে কলে— ছাৰ, আপুনি মোৰ পৰম উপকাৰী, আপোনাৰ ঋণ মই ইহ জীৱনতো পৰিশোধ কৰিব নোৱাৰিম কিজানি। আৰু ঋণ লম বুলিয়েই আহিছো।

ক' কি ঋণ লাগে, তোক দিয়াত মোৰ আপত্তি নাই

—ছাৰ, মোৰ ভাই ভদ্ৰেশ্বৰ ৭ম মান শ্ৰেণীলৈ পঢ়িছে। তাৰ চাৰ্ভে ট্ৰেইনিঙৰ সুবিধাকণ কৰি দিলে মোৰ পৰম উপকাৰ কৰা হয়।

—পঢ়িব দে, মেট্ৰিকটো পাছ কৰক, তাৰ পিছত

—নহয় ছাৰ, ৭ম শ্ৰেণীত দুবছৰ ফেল কৰিলে

—ডেৰকুড়ি টকাৰ চাকৰিটোৰ বাবে কিমান আবেদন পৰিছে জান, মেট্ৰিক পাছ আবেদককে লৈ প্ৰায় ডেৰশমান

—জানো ছাৰ, সেয়েহে আপোনাৰ ওচৰলৈ আহিছো। পাঠশালাৰ পণ্ডিতৰ চাকৰি এটা দিছিলো, দূৰ ঠাই আৰু বোকা পানীৰ ৰাস্তা বুলি নকৰে।

—তোৰ বাবে মই যি কোনো চেষ্টা কৰিব পাৰো, কিন্তু সি তোৰ ভায়েৰাে, সিও নিজা নহয়। হাঁহি হাঁহি নীৰৱ ভুঞাই কয়। গ্ৰামস্য মণ্ডলে ৰজা হলে তোৰ কি হব?

—হলেও সি নিজৰ ভাই, সি বঙ্গা হলে মই বঙ্গালী ভয়েক হম ।

—বাক যাচোন

ভদ্রেশ্বৰে মণ্ডলী স্কুলত প্ৰশিক্ষণ লোৱাৰ সুবিধা পালে । ছয় মাহৰ মূৰত ভদীয়া তাৰ পৰা ওলাই আহিল । দুখুৱে পুনৰ নীৰৱ ভূঞাৰ কাষ চাপিল । ভূঞা হাকিমে দেখিয়েই কলে— কি দুখু ভায়েৰৰ চাকৰি লাগে। হব যোৱা ১৯৪৫ চনত গোটেই অসম জুৰি মাটি জোখ হব, পাছ কৰক নকৰক, চাকৰি গজিলেই ।

—তথাপি আপোনাৰ অনুগ্ৰহৰ আৱশ্যক হব ছাৰ । যাতে সি গাঁৱতে থাকি কাম কৰিব পাৰে ।

—দুৰণিৰ পৰা বঙ্গালী, বিহাৰি, মাৰোৱাৰী আহি অসম ভৰি পৰিল আৰু তই মই আমিনগাওঁখনকে বিদেশ বুলি ভাবি লওঁ । অসম এদিন বিদেশীৰে ভৰি পৰিব । তই আৰু মই ঘৰতে থাকি বিদেশী বিদেশী অনুভৱ কৰিম । আমাৰ এইটো বৰ বেয়া স্বভাৱ হৈছে ।

• • • •

ভদীয়া মণ্ডলৰ চাকৰিত সোমাল আৰু এই বছৰতে— দিয়াবৰুৱা গাওঁৰ বক্লেশ্বৰ ঠাকুৰীয়াৰ ছোৱালী উষাৰ লগত দুখুৰ বিয়াৰ ঠিক হ'ল—হেলাৰ পচন্দ মতে। পুতেক ভদীয়া মণ্ডল, হেলাৰ সুখ । দুখুৰি যোৱা গৃহস্থী খন উঠিল । ভদীয়া মণ্ডল হোৱা বাবে দুখুৰো আনন্দ অপাৰ । এই উৎসাহতে উৎসাহিত হৈ দুখুৱে দুখন হাল কৰিছে । এজন চাকৰো ৰাখিছে। লেভোৰ ভগা জুপুৰীটোৰ ঠাইত এটা তিনি কোঠালীৰ টিং ঘৰ সাজিছে । দুখু এতিয়া অঞ্চলৰে এজন লেখত লবলগীয়া মানুহ ।

মণ্ডলে ধুতি এৰি লংপেণ্ট পিন্ধিলে । বিতীৰ ঠাইত মূৰত এতিয়া চুৰত । মুখত স্নো-পাউডাৰ । কাম চাবি বিধ— খোৱা, শোৱা, অফিচলৈ যোৱা আৰু ফুৰা । ইয়াৰ ব্যতিক্ৰম নহয় । অৱশ্যে অফিচ বছৰ দিনা ঘৰলৈ নেথায়— বাহিৰতে কৰবাত খাই আহে ।

সন্ধ্যা সময়ত সদায় ফুৰিবলৈ যায় । যায় পৰশুৰাম শীলৰ ঘৰলৈ আৰু কেতিয়াবা কেতিয়াবা পদুমীইতৰ তালৈ । পৰশুৰাম শীলৰ ছোৱালীৰ পঢ়া কিতাপ-কাগজ, স্নো-পাউডাৰৰ যাৱতীয় খৰছ বহন কৰে

ভদীয়াই। হেলাই পানী ঘাটলৈ যাওঁতে আইসকলৰ মুখত শুনে, দুখ প্ৰকাশ কৰে। কিন্তু হেলাই কৰিব পাৰে কি, উপায়হীনা।

—অ' ভদীয়া। মাকৰ মাত শুনিয়েই জিকাৰ খাই উঠি— পুত-মূৰ খাইতীয়ে এনে বাচকবনীয়া নামটো থৈছিল সোণত শুৱগা চৰা, এই নামটোৰে দিনত এশবাৰমান চিঞৰি মৰিব। মাকে সুৰ সলনি কৰি— অ' বোলো ভদবেছৰা, এটা ফুটা কৰিও যে নিদিয়, লোণ-তেল, খাজলা পাতি দুখুৰে দিয়ে ক'ৰ পৰা? ভদীয়াই কৰ্কশ ভাৱে— যিয়ে দল টানে সিহে মাগুৰ মাছ খায়। চাকৰি কৰিছোঁ মই, মূৰ ঘোলা হৈছে মোৰহে। আৰু খৰছ মই দিম কাক, মোৰ আছে কোন! নহলেনো এড়িয়া চাদৰ বিক্ৰী কৰি মকৰাৰ দৰে ডেৰকুড়ি টকা বুকুত বান্ধি জীউলাউ পুতেৰাক বিয়া কৰাই দিয়নে? মই জানো তোৰ বেটা হওঁ?

হেলাই ইফালে-সিফালে চাই— তেনে কথা কব নেপাই ভদবেচৰা, দুখুৰে তোৰ লগত বহুতো নিকাৰ ভুঞ্জিছে। সোনকালে পাহৰি নেযাবি।

এদিন কছাৰী যুৱতী জয়ন্তী বড়ো নদী ঘাটলৈ পানী আনিবলৈ গৈছিল। অফিচৰ পৰা আহোঁতে তাইক অকলশৰীয়াকৈ দেখি বৰ সোণালী সুযোগ পোৱাৰ দৰে কলে— জয়ন্তী, পিয়াহ লাগিছে পানী খুৱাবা নে?

—পানী খাবা, খোৱা গোটেই কলহটোকে দিছো

—হেঃ হেঃ বুজা নাই'? কিহৰ পিয়াহ বুলি পানী কলহটো ধৰাৰ চলে— তাইৰ অঙ্গ স্পৰ্শ কৰিলে। জয়ন্তী বড়োৰ খং উঠিল আৰু গালি শপনি পাৰি ঘৰলৈ আহি মাকক কৈ দিলেগৈ। জয়ন্তীৰ ককায়েক মেলাৰাম বড়োৱে ঘৰলৈ আহি দুখুক গোচৰ দিলে আৰু কলে— আৰু যদি চালাই কেতিয়াবা মোৰ ভনীক জোকায়··· কথা বেয়া হব দুখুকা। মণ্ডল-চণ্ডল নেচাও, গাল ফালি দিম।

পুতেকৰ এনে আচৰণত হেলাই মৰ্ম্মান্তিক আঘাত পালে।

বন্ধু এজনৰ হুতুৱাই দুখুয়ে ভদীয়াক কোৱালে— সোম্বক ডেকাৰ ৰালী জানকীক ধৰিব খোজে। বৰ ভাল পৰিয়াল। এজন ককায়েকে গুৱাহাটীত চাকৰি কৰিছে। দ্বিতীয়জনে ককায়েকে কলেজত পঢ়ি আছে।

—অ' বুলিব নজনা মূৰ্খ জনীক মই বিয়া কৰাম। কৈ দিবা

তাইক মই বাওঁভৰিত বান্ধিও নিনিওঁ।

আকৌ এবাৰ সোধালে— কবিচন্দ্ৰ কাকতিৰ ছোৱালী! নীৰদাৰ কথা। উপলুঙা কৰি মণ্ডলে উত্তৰ দিলে— অ' কালী গোঁসানীজনী, দেখিলেই ভয় লাগে।

সৰ্ব্বশেষত কন্তিৰাম শইকীয়াৰ ছোৱালী পাৰ্ব্বতীক ঠিক কৰিলে। ৰূপে, গুণে, বিদ্যা-বুদ্ধিয়ে পৰিয়াল-পৰিজনে আমগুৰি গাঁৱৰ এই ঘৰেই মানুহ। ছোৱালীও সৰ্ব্বাগুণা সম্পন্না। হেলাৰো বৰ হাচি-খুছি। আঙুঠি পিন্ধাৰ দিন-বাৰ ঠিক কৰি চুখুৱে ভদীয়াক গাখীৰ, কল, মাছ আদিৰ যোগাৰ কৰিব দিয়াৰ চলেৰে মন জুখি চালে। ভদীয়াই মাকক কলে— মাই বিয়া কৰাম মই, তইঁতে ইমান হাবথুৰি খাই ফুৰিছ কিয়?

—পুত্ৰ-পুত্ৰীৰ সংসাৰ পাতি দিয়া পিতৃ-মাতৃৰ কৰ্ত্তব্য

—কন্তিৰাম শইকীয়া মোৰ জোৰৰ মানুহ নে?

—কিয় নহব, গাঁৱৰ গাওঁবুঢ়া, ছোৱালীও পাঠশালা পাছ। ধনে-জনে মাটি-বাৰীয়ে সকলো আছে। আমাৰ দৰেই। মানুহে কথাতে কয়— সমানে সমানে কৰিবা কাজ, হৰা-জিকাত নাই লাজ।

—তইঁতে বিয়াৰ বিষয় একো চিন্তা নকৰিবি, মই এক প্ৰকাৰ ঠিক কৰি থৈছোৱেই।

মাকে শুনি বৰ আনন্দ পালে। আৰু কলে— তই নিজে ঠিক কৰিছ যেতিয়া বৰ ভাল পাইছো, আমাকো আগতীয়াকৈ জানিব দেছোন

—যেতিয়া সময় হব জানিবি নহয়। তথাপি যদি জানিব খুজিছ শুন, ৰামহৰি মৌজাদাৰৰ ছোৱালীৰ লগত মোৰ বিয়া, বুজি চাইকেলত উঠি ভদ্ৰেশ্বৰ মণ্ডল গুচি গ'ল!

ভদীয়াৰ কথা শুনি শিল পৰা কপৌৰ দৰে হেলাই কিছু সময় ঠিয় হৈ আছিল। হে ভগৱান! ৰামহৰি মৌজাদাৰৰ আপীৰ কু-কীৰ্ত্তিয়ে দেশ নধৰা হৈছে? বয়সো হব তাৰ সমানেই। ইমান মূৰ্খ ই!

চুখুক কলে— চুখু, তই কোৱা কথাই সঁচা। মৌজাদাৰৰ জীয়েকে যে অহা-যোৱা কৰে— মাটিৰ লেঠা নহয়— আপীৰ লেঠা। বৰ দুখ লাগে ইয়াৰ অকৰামি দেখি।

—মাই জন্ম, মৃত্যু, বিবাহৰ কথা কোনেও কব নোৱাৰে। ই ঈশ্বৰৰ ইচ্ছা। তাক বাধা দিয়াৰ অধিকাৰ আমাৰ নাই।

—হলেও চকু থাকোতে অন্ধ হোৱাত দুখ লাগে। চাইছ, ভালকে চা, এই জনীহে তোৰ চকুত লাগিল। সেই কাৰণে হবলা, আগৰ দিনত পিতাক-মাকে ছোৱালী চাইছিল।

—সেই সমাজ আজি আৰু নাই মাই। পৰিবৰ্ত্তন আহিব ধৰিছে।

—হলেও সাত ঘাটৰ চেঙেলী এজনীক ছিঃ ছিঃ

—ভালে পায় ভালক, জাবৰে পাই খালক। যদি সি ভাল মানুহ হয়, বেয়া হলেও ভাল কৰিব লব পাৰিব। আৰু সি যদি তাইক সঙ্গিনী কৰিয়েই সুখ পাই তাত আমাৰ আপত্তি কি। সি অবুজন নহয়, তেইশ বছৰ বয়স হৈছে।

—মই হলে বুজিব পাৰিছো, বাহিৰৰ ৰং-চং দেখি সি ভোল গৈছে, ভোদাৰাম বৰ ঠগিল দুখু। পুতো জন্মিছে তাৰ মূৰ্খামী দেখি।

[ন]

গুণগোবিন্দ জৰ্জ কোৰ্টৰ জুৰিৰ মেম্বাৰ হ'ল— মৌজাদাৰ ৰায় চৌধুৰীৰ সহায়ত। জুৰিৰ মেম্বাৰ পদবী পাই, ভাৰতীয়ে কয়— গুণীৰ গুণ আমিহে দেখা নেপাওঁ। ইংৰাজ চৰকাৰে মানুহ চিনি পায়। গুণীৰ গুণ বুজে। এই কাৰণেই ইংৰাজ চৰকাৰ। বুজিছা ৰবিহনা, বৃটিছৰ ৰাজ্যত চকা মাৰ নেযায়। গোটেই পৃথিৱী এদিন ইংৰাজৰ অধীন হবই হব। যুদ্ধতো ইংৰাজে জয় হব। ভাৰতীৰ মেলকী বন্ধুৰ জৰীয়তে জুৰিৰ মেম্বাৰ হোৱা বাতৰি অঞ্চলৰ চুকে-কোণে বিয়পি পৰিল।

গুণ গোবিন্দ ভাৰতীয়ে তেওঁৰ ঘৰত হোৱা ডকাইতি সংক্ৰান্তত বৰ্ত্তি শৰ্ম্মা প্ৰমুখ্যে কছাৰী যুৱক আৰু শীলপুৰীৰ যুৱকসকলক অযথা জুলুম

কৰাত এক অংশ মন্নেহৰ তিক্ততা বাঢ়িল। উপযুক্ত প্ৰমাণৰ অভাৱত আৰু সাক্ষীৰ কাৰণে মোকাৰ্দ্দমা গৈ গুৱাহাটী আদালত নেপালে, নলবাৰী থানাৰ দাৰোগাই ইয়াতে শেষ কৰি থলে। তথাপি শীলপুৰীবাসী বীৰেন, মদন কছাৰী গাঁৱৰ য়েলো আদি কৰি যুৱকক হাত কেবেয়া মাৰি যে লাটি-ঘাটি কৰিলে ভাৰতীয়ে তাতেই আনন্দ পালে।

ডেৰশ বিঘা জমী চল-চক্ৰান্ত কৰি গুণগোবিন্দ ভাৰতীয়ে ভোগ দখল কৰি আছে। নাপিতৰ যুৱক বীৰেন শীলে নাপিত বাইজক একত্ৰ কৰি এই জমী খণ্ড ভাৰতীৰ কৱলৰ পৰা মুক্ত কৰাৰ সংকল্প গ্ৰহণ কৰিলে। কিন্তু হাতত উপযুক্ত আলম নোহোৱাত বীৰেন বিফল হোৱাৰ বাহিৰে একো নহল।

সোণতৰাৰ একমাত্ৰ কন্যা পদ্মা। পানী কলমৰ দৰে পদ্মা দিনে দিনে বাঢ়ি আহিল। তাই পূৰ্ণ যৌৱনা। ৰূপহী পদ্মাই বুঢ়া-ডেকা সকলোৰে মন আকৰ্ষণ কৰে। ফুৰণ-চাকন, খোজ-কাটল, কথা-বতৰাৰ এটা বিশেষত্ব আছে। পাচ গাঁৱৰ সকলো যুৱকৰ মানত পদ্মা সূৰ্য্য আৰু যুৱকসকল উপগ্ৰহ। পদ্মাক পত্নীৰূপে পাবলৈ যে কিমানৰ হাবিলাস আছে কোনেও নেজানিলেও বীৰেন শীলৰ অন্তৰত পদ্মাই নিগাজীকৈ বহিছে এইটো ঠিক। আৰু পদ্মাইয়ো বীৰেনক ভাল পাই, কথা-বতৰাত প্ৰকাশ পায়। সোণতৰায়ো বীৰেনৰ দৰে ডেকা এজনৰ তাত পদ্মাক সমৰ্পণ কৰিব পাৰিলে সুখী হয়।

সিদিনা পদ্মা মাকৰ লগত ভাৰতীৰ ঘৰলৈ আহিল। পণ্ডিত গুণ গোবিন্দ ভাৰতীৰ মনত নানা ভাৱৰ খেলি-মেলি লাগিল। পদ্মাক ইমান ওচৰৰ পৰা ভাৰতীয়ে আজিহে দেখিবলৈ পালে। পদ্মাৰ প্ৰতিটি অঙ্গকে নিৰীখি নিৰিখি চালে। অপৰূপ সৌন্দৰ্য্য। প্ৰতিটো অঙ্গ নিখুত। শিল্পীয়ে কতো একো খুট এৰা নাই।

আৰু মনত পৰিল। সেই নিশা ভেলোক তেৱেই প্ৰাপ্যতকৈও অধিক দি নাৱলৈ পঠাইছিল। বাহিৰত জিপ-জাপ বৰষুণ। গভীৰ অন্ধ-কাৰ ৰাতি। তেওঁ তিতি-বুৰি আহিছিল। তাই চিঞৰি দিব খুজিছিল— মই ভাৰতীহে। তাই বাককৈয়ে কঁপিছিল, কাকুতি-মিনতি কৰিছিল। সিদিনা হেনো তাইৰ পাঁচদিন হৈছিল। সেই স্মৃতিৰে নিখুট এপাহ পাৰিজাত পদ্মা।

মন আৰু বিবেকৰ তুমুল সংগ্ৰাম। ভাৰতী জুকলা হ'ল। প্ৰশ্ন জাগিল— তেন্তে কি পদ্মা ব্ৰাহ্মণ কন্যা। কিন্তু সমাজে জানো স্বীকাৰ কৰিব ? সমাজ, মানুহৰ সমাজ ?

জোৰ কৰি ভাৰতীয়ে চকুহাল পদ্মাৰ পৰা আনি এবাৰ সোণতৰাক চালে। শৰৎ কালৰ পূৰ্ণিমাৰ জোনটোৰ পোহৰত জোনাকী পৰুৱাৰ ধিমিক্-ধামাক পোহৰৰ দৰে, পদ্মাৰ আগত সোণতৰা ম্লান হৈ পৰিছে। সোণ-তৰাৰ সৌন্দৰ্য্যবোৰ বাৰু কলৈ গ'ল, কেনি লুকাল। তেন্তে কি সোণতৰাই অন্তৰৰ পৰাই পদ্মাক বাকী দিলে! সেয়ে পদ্মা আজি ইমান ৰূপহি।

—সোণতৰা পদ্মা ইমান ধুনীয়া কিয় ? সোণতৰা উচপ খাই উঠিল ভাৰতীৰ প্ৰশ্নত। সংযত হৈ কলে— মোকহে সুধিছে, নিজকে সোধক, মনত নাই জানো ?

—সোণতৰা! পদ্মাই কিয় বলিয়া কৰিছে ?

—তেজৰ সম্বন্ধ

—নহয়, সোণতৰা, পদ্মা মোৰ কৰি······

— ইকি পদ্মা আপোনাৰ কন্যা, আপোনাৰ তেজৰ। এনেকথা ভবাতো মহাপাপ।

—মোক বঞ্চিত কৰাৰ পথ। সোণতৰা, পদ্মা মোৰ তেজৰ কন্যা নহয়। ই সম্পূৰ্ণ ভুল ধাৰণা

—ভগৱান সাক্ষী আছে— পদ্মা আপোনাৰ।

—ঠগ, প্ৰবঞ্চনা, সোণতৰা তই মোক প্ৰবঞ্চনা কৰিবলৈ অভিসন্ধি কৰিছ। পদ্মা মোৰ, সমাজে স্বীকৃতি দিয়া নাই, কাহানিও নিদিয়ে।

—নিৰাকাৰ, নিৰ্ব্বিকাৰ ভগৱানে চাই আছে, তুমি মোক ভাণ্ডা মই তোমাক ভাণ্ডো, দৈধ্য সাক্ষীক ভাণ্ডিতে কাৰ উপায়।

—পদ্মা আন কোনো নহয়— আপোনাৰ প্ৰতিকৃতি।

* * * *

সোণতৰা ভাৰতীৰ ঘৰলৈ নহা হ'ল। বহুদিন অতিবাহিত হোৱাৰ পিছত ভাৰতী এদিন সোণতৰাৰ ঘৰলৈ আহিল। সোণতৰা নাছিল। পদ্মাই গুণ-গুণাই গান গাই আছিল আৰু হাতেৰে কামো কৰি আছিল।

হুথাতে বাটৰ পৰা শব্দ এটা আহি তাইৰ কাণত পৰিল— কইণা, অ' কইণা, বোলো ঘৰত আছনে ? পিছে জোৰণৰ ভাৰখন কোন দিনা আনো ? লগে লগে ভাবতী আহি চোতাল পালেহি। পদ্মাই মিচিকি হাঁহি মাৰি— মৰা বুঢ়াতো, তোৰ তাত কিয় বহিম। তিৰী মৰা বৰ, তাতে দাঁত নৰ-ফৰ। কথা কৈ কৈ থাকি গাৰ কানি-কাপোৰ ঠিক-ঠাক কৰি লৈ অলপ সংযত হ'ল। ভাবতীয়ে কথা সলনি কৰি— মই এতিয়াই বুঢ়া হলোনে ? তোৰ দৰে চাৰি-পাঁচজনী বিয়া কৰাব পাৰোঁ। পদ্মাই জাৰি-জোকাৰি বৰপীৰা এখন পাৰি দি— বহ আতা। সোণতৰাই ভাবতীক দেখি এহাত মান কাপোৰ লয়, শহুৰ সম্বন্ধ ধৰে কাৰণে পদ্মাই ভাবতীক আতা বোলে। ভেলোই জীয়াই থকা কালত ভাবতীক খুৰা বুলি মাতিছিল আৰু সোণতৰায়ো এহাতমান ওৰণি লৈছিল। ভেলো মৰিল, ওৰণি গুচিল, তথাপি ইয়াৰ তাৰ আগত ভাবতীক 'শহুৰ' বুলিয়েই কয়।

দিনে ছুসেৰ মাহ বন্দোবস্ত কৰি সোণতৰা এঘৰ মানুহৰ তালৈ মাহ তুলিবলৈ গৈছিল। যোৱাৰ সময়ত কৈ গৈছিল— পদ্মা কলৈকো নেযাবি, বান্দৰ সোমাই চাউল খাব। এই এড়িখিনি আজি শেষ কৰিবি। যেনে আদেশ তেনে কাম। ভাবতী বহিল, পদ্মাৰ হাতৰ টাকুৰি ঘূৰি আছিল। মাজতে পদ্মাই মাত দি সুধিলে— আতা তামোল খাবিনে ?

—অ' দিয় যদি খামতো।

পদ্মাই হাঁহি হাঁহি কলে— দাঁত দেখোন এটাও নাই।

—তয়ে চোবাই দি তেনেহলে ; ভাবতীৰ কথাত তাই গম্ভীৰ হ'ল। কলে – আতা তেনেকৈ নকৰি, পাপ লেখিব। তই আমাৰ পুৰোহিত বামুণ, তোৰে সৈতে ঠাট্টা-মস্কৰা কৰিলো বুলিনো তেনেকৈ কব নে ?

কথাৰ গতি সলনি কৰি ভাবতীয়ে কলে – হেৰ কইণা, পাছৰ ঘৰে পুৰি মাৰে দেখোন ?

—তেনেহলে ইয়াতে বহ' এই বুলি দেওনাবেৰৰ কাষতে পীৰাখন দি বহিবলৈ দিলে। ভাবতী উঠি গৈ তাতে বহিল। পদ্মাই ঘূই-খাঁজি তামোল ছুটা আৰু কেইখিলামান পাণেৰে সৈতে বটাখন আগবঢ়াই দিলে। ভাবতীয়ে তামোল কাটিলে পদ্মাই প্ৰশ্ন কৰিলে— আতা, খুৰা মাৰিব নে ?

—হেঃ হেঃ তই মোক বুঢ়া হোৱা বুলি ভাবিছ। এতিয়াও পকা তামোল, একে কামোৰে গুৰি কৰি দিব পাৰোঁ। চাবি নেকি ?

পদ্মাই খিলখিলকৈ হাঁহিলে। পদ্মাৰ হাঁতৰ টাকুৰিটো তীব্ৰ গতিত ঘূৰি আছে, ভাৰতীয়ে তামোল কাটি কাটি ভাবিলে— সচাকৈয়ে পদ্মা ধুনীয়া। অপৰূপ সৌন্দৰ্য্য। প্ৰতিটো অঙ্গতে যৌৱনৰ মৃদু কম্পন। টাকুৰি ঘূৰি ঘূৰি অৱশ হৈ এবাৰ মাটিত পৰি গ'ল। পদ্মাই হালি গৈ টাকুৰিটো তুলি ললে। বুকুৰ গামোচাখনৰ আচলটোয়েও টাকুৰিটো তুলি লোৱাত সহায় কৰো বুলিয়েই হয়তো মাটিত পৰিল। বঙ্গদেশৰ সৌন্দৰ্য্যই ভাৰতীক আত্মহাৰা কৰি তুলিলে। কব নোৱাৰাকৈ হাত দুখন আগ বাঢ়িল। ভাৰতীয়ে তাইক সাৱতী ধৰিলে। কি সৰ্ব্বনাশ হ'ল। পদ্মা অপ্ৰস্তুত আছিল। হাতখন ঠেলি দি— আতা, পিতৃতুল্য বৃদ্ধ পুৰোহিত তই, নাবালিকা কন্যা তুল্য মই। ছিঃ—

—তোৰেই কাৰণে মাৰক পিন্ধিবলৈ কাপোৰ, খাবলৈ ভাত দিছো, মোক বিশ্বাস নকৰিবি, মোৰ সৰ্ব্বস্য ধন-সোণৰ গৰাকিনী তই— পদ্মা সোণ। পৰিত্ৰাণৰ উপায় বিচাৰি পদ্মা কুঠৰীত সোমাল। সৰ্ব্বনাশ কৰিলে তাই, দিশহাৰা হ'ল তাই। ভাৰতীয়ে এনে সুযোগকে কল্পনা কৰিছিল। পোন চাতেই ভাৰতীও ভিতৰ সোমাল, দুবাহুৰে পদ্মাক আৱদ্ধ কৰিবলৈ যাওঁতে— 'সাৱধান বৃদ্ধ কুকুৰ আৰু এখোজ আগ নেবাঢ়িবি।' ভাৰতীয়ে দেখে পদ্মাৰ হাতত প্ৰখৰ তীক্ষ্ণ দা। তাই আগবাঢ়ি আহিছে। কুকুৰ ওলা— এতিয়াই তোক আজি কাটি টুটুকুৰা কৰিম। ভাৰতীয়ে দেখিলে সাক্ষাত উগ্ৰ-চণ্ডী মূৰ্ত্তি মুণ্ডমালিনী, ভৈৰৱী, কালামূৰ্ত্তিয়ে যেন লেউলেউকৈ জিভা মেলি ভাৰতীক গ্ৰাস কৰিবলৈ খেদি আহিছে। কঁপি কঁপি ভাৰতীয়ে ভাৰ্য্যা ওলাই আহিল।

মাহভলাৰ পৰা আহোঁতে সোণতৰাৰ সাজ গঢ়ি গৈছিল। দেখে পদ্মাই ঘৰ বাৰি আমন-জীমনকৈ ৰাখি আছে। ঘৰৰ কাম-বন কৰা নাই। সোণতৰা আচৰিত হ'ল। চাওক ছোৱালী মানে জগা জুই। তাতে অকলে এৰি গৈছে। নিশ্চয় কিবা অঘটন ঘটিল। 'কি অ' পদ্মা তোৰ গা ভাল নহয় নেকি ?' একো কৰাই নাই দেখোন। তোকত অস্থিৰ হৈছো।

কিবা আছে যদি দে খাওঁ ।

—একো নাই, মোৰ মন ভাল নহয় বুলি পদ্মা শোতে লৈ উঠিল। পেটৰ ভোকত তেওঁ নাপাই সোণতৰাই খোৱা-বোৱাৰ যোগাৰ কৰিলে ।

পদ্মা তোৰ পানী লাগিছে ? উঠি আহচোন শাককেইডালকে কুটি-বাচি দে । সোণকালে হওঁক । ভোকত গাতো কঁপিছে । পদ্মা উঠি আহি শাক কুটি কুটি মাকক প্ৰশ্ন কৰিলে— তই ভাৰতীহঁতৰ তালৈ কিয় যাৱ ? সোণতৰাৰ বুকখন চিৰিংকৈ উঠিল । আজি অকস্মাৎ এই প্ৰশ্নৰ উদয় হল কিয় ? তেন্তে কি ভাৰতী আৰু তাইৰ কথা সন্তান পদ্মাই সন্দেহ পালে ? সোণতৰাই কথাষাৰ পাতলাবৰ বাবে কলে— বাচা ভাত-কাপোৰৰ বাবে ।

—ভাৰতীৰ ঘৰতহে ভাত আছেনে ? পৰিশ্ৰম কৰিলে ভাত-কাপোৰ য'তে ত'তে পাব পাৰি । তাইৰ কথা শুনি সোণতৰাৰ কঁপনি আৰু বাঢ়িল ।

—ভাৰতী আমাৰ গুৰু পুৰোহিত ।

—হব পাৰে ব্ৰাহ্মণ পুৰোহিত । নাম আৰু কামৰ স্বৰ্গ-মৰ্ত্ত্য তফাৎ । ভাৰতীৰ প্ৰকৃতি পশুতকৈও নীচ ।

সোণতৰাই ঠিৰাং কৰিলে— মই ঘৰত নথকাৰ সুযোগ লৈ কোনো-বাই ভাৰতী আৰু সোণতৰাৰ চৰিত্ৰ বুৰঞ্জীৰ আভাস পদ্মাক দিলে । নহলে তাই আজি এনে প্ৰশ্নৰ অৱতাৰণা কৰিব কিয় ?

* * * *

—তুমি ভুল বুজিছা বীৰেন, লতাক বগাবলৈ আশ্ৰয় লাগে । মাটিত বগাবও পাৰে । কিন্তু ভয় হয়, জীৱ-জন্তুৰ গচকত লহপহকৈ বাঢ়ি অহা আগটো চিঙি-ভাঙি যাব পাৰে । সেযে লতাই আশ্ৰয় বিচাৰে । আশ্ৰয় বিচাৰা লতাৰ ধৰ্ম্ম ।

—বিবেক, বুদ্ধিসম্পন্ন মযো এজন মানুহ । মোৰো মগজু আৰু চিন্তা-শক্তি আছে । কিন্তু যি পৰ্য্যন্ত গুণাগাবিন্দ ভাৰতীৰ কবলৰ পৰা মোৰ অতীত গৌৰৱ পৈতৃক সম্পত্তি উদ্ধাৰ কৰিব নোৱাৰিম, তেতিয়ালৈকে মই শান্ত নহওঁ । হয়তো জয়, নহয়তো মৃত্যু ।

বীৰেনৰ উত্তেজনা দেখি পদ্মাই সুধিলে— মই একো বুজা নাই বীৰেন

—মোৰ আজু ককাই তামৰ ফলি-মোহৰ, গুণগোবিন্দ ভাৰতীৰ আজু ককাক জয়হৰি পণ্ডিতৰ হাতত থৈছিল। ই প্ৰায় দুকুৰি বছৰ আগৰ কথা। ভাৰতীৰ দেউতাকে এই মাটিত নিজ নাম লগাই ভোগ দখল কৰি আছিছে। প্ৰকৃততে এই জমী আমাৰ, আহোম ৰজাই দান কৰা জমী। এতিয়া ভাৰতীয়ে কৈছে, ডকাইতি কৰাৰ একমাত্ৰ উদ্দেশ্য আছিল, এই ফলি-মোহৰ ? কিন্তু দুৰ্মতিয়ে কিছুবছৰ আগেয়ে তামৰ ফলি-মোহৰ নাই বুলি কৈছিল। এতিয়া সি নিজে ধৰা পৰিল। তাৰ ঘৰতে তামৰ ফলি-মোহৰ আছে। ভাৰতীৰ হাতৰ পৰা যেনে-তেনে ফলি-মোহৰ আনিব লাগিব, যদি নোৱাৰো তেনেহলে এই ফাগুণ মাহত আমি আমাৰ বংশৰ সম্পত্তি ভেৰশ বিঘা জমী দখল কৰিম। কিন্তু এটা কথা পদ্মা, তোৰ মায়েৰা আজি-কালি ভাৰতীৰ ঘৰলৈ যায় নে নেযায় ?

—নেযায়, কিয় ?

—জললুকাই বুদ্ধি এটা দিছিল, সোণতৰাই এই কাম কৰিব পাৰে। আমাৰ এটা ডাঙৰ দোষ আছে, বুদ্ধিবোৰ পলমকৈ ওলায়।

—অ' বৰষুণ গলে জাপি···

—ঠিকেই কৈছ পদ্মা, আমাৰ কিছুমান মানুহে আকৌ তোৰ মাৰক বিশ্বাস নকৰে। মাৰক আমাৰ ফালৰ পৰা এৰিয়ে দিছে। কিন্তু মই হলে বিশ্বাস কৰোঁ। তই মাৰক সুধি চাব পাৰ।

পদ্মাই ভাবি আছিল— বৰ ভুল কৰিলো। ভাৰতীক সিদিনা তেনে ব্যৱহাৰ নকৰাহেঁতেন ময়ে এই উদ্ধাৰ কাৰ্য্য সম্পাদন কৰিব পাৰিলোহেঁতেন। বৰ চিন্তামগ্ন দেখি বীৰেনে কলে— তোমালোক ছোৱালীবোৰ বৰ চঞ্চলা। সাধাৰণ কথাতে বৰ বিচলিত হোৱা।

—তুমি ইমান দিনে মোক কিয় কোৱা নাই। মাইতো আজি-কালি ভাৰতীৰ ঘৰলৈ নেযায়। ময়ে মানা কৰি দিছো। বাৰু, তামৰ ফলিয়ে জানো মাটি দিব পাৰিব ?

—নোৱাৰে, কিন্তু আমাক সহায় কৰিব। দখলহে আচল প্ৰমাণ

—তুমি জানানে, তামৰ ফলি ভাৰতীৰ ঘৰতে আছে ?

—দেখ দেখ প্ৰমাণ। নহলে, গোঁসাই ঘৰতো সোমোৱা নাই,

কলো খোৱা নাই, ডকাইতিৰ লগত তামৰ কলিৰ কথা জুৰিলহেঁতেন। দাৰোগা বাবুই কি কৈছে জানা ? ডকাইতি অনা-অসমীয়া মানুহৰ দ্বাৰা হৈছে। গছপেৰা কি, কাক বোলে, এই বিষয়ে অজ্ঞ মানুহে ডকাইতি কৰাৰ প্ৰমাণ হ'ল— সাধাৰণ চন্দুক আৰু আলমাৰীত থকা ধন-সোণহে নিলে, অথচ গছপেৰাৰ খুৰাতে ভাৰতীক বান্ধিও থলে, কিন্তু গছপেৰাত হুলে হাত নিদিলে। আচল সম্পত্তি এই পেৰাতহে আছিল, বৈ গল। ভাৰতীয়েও জানে, কিন্তু ঠাইক জুইৰে ঢাকিব নোৱাৰি, ভাৰতীৰ মুখে প্ৰকাশ পালে।

—তেনেহলে তুমি জানা, ভাৰতীৰ ঘৰতে কলি আছে ?

—আছে, মই দৃঢ়। কিন্তু এনে ঠাইত ৰাখিছে যাতে প্ৰাণ গলেও পোৱা নাযায়।

—নহয়, ফটাকানিত সোণ বন্ধা অসমীয়াৰ নিয়ম। সহজতে থাকিবও পাৰে। দুয়ো নীৰব হ'ল। পদ্মাই কলে— বাৰু বীৰেন, মই চেষ্টা কৰি চাব পাৰো।

—পদ্মা? তুমি কেনেকৈ ?

— মই নাটক কৰিম বীৰেন।' যদি ভাৰতীৰ ঘৰতে কলি আছে, পাবা। মোক কি দিবা কোৱা ?

— তামাক······

—বৰ দুষ্ট তুমি বীৰেন। যোৱা······

শীলপুৰীত ধীৰেনৰ ঘৰ। ডেৰকুড়ি ঘৰ মানুহৰ ভিতৰত বীৰেনে একমাত্ৰ ৭ম মান শ্ৰেণীলৈ পঢ়া ল'ৰা। চাৰি পূৰামান খেতিৰ মাটি আছে। আটাইখিনি শালী ধানতলী। ভাল খেতি হয়। খাওঁতা মাকৰ পুতেক। দেখাত বীৰেন ধছুৱা, ধুৰন্ধৰ। কেৱল ফুৰি থাকে, কাম নকৰা যেন দেখি। কিন্তু কামৰ চেগ বোলা মুহূৰ্ত্তটো বীৰেনে অপব্যৱহাৰ নকৰে। খেতি-বাতি' বাৰী-বাগানৰ কামত ক্ষতি নকৰে। তাৰ কাকে কাকে সভা সমিতি, মেল-মিটিঙো কৰি ফুৰে। মিঠা বৰণীয়া আটিল গঠনৰ দেখনিয়াৰ যুৱক। চৰিত্ৰৱান, নিৰ্ভীক, বেপৰোৱায়।

ডেৰকুৰি মানুহৰেই নেতা নহয়; অঞ্চলৰ সভা-সমিতি, মেল-মবাদ, লাইব্ৰেৰী, আলীবাট, স্কুল স্থাপন কৰাত বীৰেন আগবঢ়ুৱা। পদ্মাৰ

প্ৰবল সোঁত বন্ধ কৰা, চৰণীয়া পথাৰৰ আৱশ্যকতা, সকলো প্ৰকাৰৰ অভাৱ অভিযোগ উত্থাপন কৰা আৰু সমাধানৰ উপায় উদ্ভাৱন কৰা— কোনোবা আছে যদি এওঁৱেই বীৰেন। বীৰেন ডেকা চামৰ নেতা। আৰু পদ্মাৰ আশা-ভৰষাৰ প্ৰতীক— মনৰ মানুহজন হ'ল বীৰেন।

বীৰেনৰ সকলো প্ৰচেষ্টাক বাধা দিয়া মানুহ হ'ল— ভাৰতীৰ দল। উপলুঙা কৰি সকলো কথাকে উৰুৱাই দিয়ে। ডেকা চামৰ ওপৰত বিশ্বাস নাৰাখি নাপিত চুবুৰীৰ কেইজন বুঢ়া, আদহীয়া, আনকি কেইজনমান ডেকায়ো ভাৰতীৰ লগৰ লগৰীয়া।

* * * *

দুখীয়াৰ দুখ গলত বন্ধা। ৰতি শৰ্ম্মাৰো কপালৈ পাচিয়ে নধৰা দুখ হ'ল। এঘাৰ বছৰীয়া ছোৱালী, লীলাৰ বিয়াৰ বন্দোৱস্ত হৈছিল— নলবাৰীৰ তপেশ্বৰ শৰ্ম্মাৰ লগত। গুণগোবিন্দৰ বামুণ সমাজৰ মানেহী হাতত পৰাত দ'ৰাৰ পিতাক লক্ষেশ্বৰ শৰ্ম্মাই জাতিদ্ৰোহী, জাতিদ্ৰোহীৰ লগত সম্বন্ধ নকৰিব বুলি কৈ গ'লহি। বিপদৰ মহাসাগৰত পৰি ৰতিশৰ্ম্মা কক্‌বকাই থাকিল। চাওঁতে চাওঁতে লীলাই বাৰ বছৰত ভৰি দিলেহি। আজি শান্তি হয়, কালি শান্তি হয় এতিয়া। চাকৰি কৰি খাবিৰ কাৰণেতো এইখন চহৰ নহয়। গাঁৱহে, গৌতে গৌটো হয়।

একো উপায় নাপাই ৰতি শৰ্ম্মা ভেকোৰাম গাওঁবুঢ়াৰ ওচৰ চাপিল। গাওঁবুঢ়াই কলে— দেউ, চাৰিওফালে বামুণ, কেৱল বামুণ, খোজ দিবই নোৱাৰি। তেনেস্থলত এজন ল'ৰা নেপায় নে? ল'ৰা এটা ধৰি আনক যি খৰচ লাগে দিয়া যাব। কিন্তু গা-ধন আপোনাৰ। গাওঁবুঢ়াৰ পৰা সাহ পাই ৰতি শৰ্ম্মাই ল'ৰা বিচাৰি ওলাল। কতো একো শুংসূত্ৰ নাপাই আহি আহি পালে হাজো। উজনি অসমৰ পৰা আহি বৰদেউৰীৰ আল পৈচান ধৰা হিচাবে এজন বামুণৰ ল'ৰা হয়গ্ৰীৱ মন্দিৰতে আহি আছে। আশ্ৰয় পালে ল'ৰাজন থাকিব। পূজাৰীৰ সহায়ত ল'ৰাজনক লৈ ৰতি শৰ্ম্মা ঘৰলৈ আহিল। গৈয়েই গাওঁবুঢ়াক সকলো ভাঙি-পাতি কলে— গাওঁবুঢ়া, ল'ৰাজন ৯ম মান শ্ৰেণীলৈ পঢ়া। এতিয়া তাক মেট্ৰিকটো পাচ কৰাই, দিব লাগে। আমাৰ ইয়াৰেই বামুণ আছিল। পিতাকে শিৱসাগৰৰ

শিৱদৌলত পূজাৰী আছিলগৈ। তাতেই বিয়া বাকু কৰাই থাকিল।

—আপুনি বৰ ভাগ্যৱান দেউ। আপোনাৰো ল'ৰা নাই, একে-জনী মাত্র ছোৱালী। ভাৰতীয়ে গোৰমাৰি গঙ্গাত পেলালে। বিয়াৰ দিনবাৰ ঠিক কৰক। তাৰ পিছত তাক ৰঙিয়াৰ হাইস্কুলত নাম লগাই দিম।

—ইমান ততাতৈয়াকৈ বিয়া পাতিবলৈ মোৰ যে একোৱেই নাই।

—কি লাগিছে। ধান-চাউল, গাখীৰ-মিঠৈ এদিনতে দিম। আপুনি বিয়াৰ দিনবাৰ ধাৰ্য্য কৰক।

গাওঁবুঢ়াৰ কথাত ৰতি শৰ্ম্মাই বিয়াৰ দিন স্থিৰ কৰিলে। দিনক ৰাতি, ৰাতিক দিন কৰি খাতি বিয়াৰ সকলো যোগাৰ কৰিলে। বিয়ালৈ আৰু তিনিদিন বাকী। ভাৰতী বগাৰামৰ দোকানতে বহি আছিল, লগতে কবিৰাজ, শাস্ত্রী আৰু পণ্ডিত। বগাৰাম দোকানীৰ হতুৱাই ভাৰতীয়ে লৰা-জনক মতাই আনি বহুৱালে আৰু প্ৰশ্ন কৰিলে— বোপা, তোমাৰ নাম কি ? ঘৰ ক'ত ?

—নাৰায়ণ চন্দ্ৰ পূজাৰী, ঘৰ শিৱসাগৰৰ ওচৰৰ, মেচাগড়ত।

—পিতা-মাতা আছেনে ?

—পিতা কেতিয়াবাই ঢুকাল, মা মৰিবৰ তিনি বছৰ হ'ল।

—পঢ়া শুনা কিবা কৰিছিলা নে ?

— হয়, হাইস্কুলৰ ৯ম শ্ৰেণীলৈ পঢ়িছিলো ? কথাখিনি ভাবি-চিন্তি ধীৰে সুস্থাৰে কৈছিল। ল'ৰাজনৰ অমায়িকতা আৰু শিষ্টাচাৰ দেখি তেওঁ-লোক মোহিত হৈছিল। ভাৰতী যাবলৈ উঠি— বোপা নাৰায়ণ বৰ ভাল পালো। পিছে পৰহি বিয়া, আজিলৈ দেখোন আমাক নিমন্ত্রণ কৰাই নাই।

—মই আচহুৱা ঠাইলৈ আহিছো, কাকো ক'তো চিনি-জানি নাপাওঁ। তেখেতসকলে মাতিব নিশ্চয়।

ল'ৰাজনৰ পৰা বিদায় লৈ ভাৰতী আহিল। পণ্ডিত, কবিৰাজ, আৰু শাস্ত্রী বহি থাকিল— ল'ৰাজনৰ লগত কথা বতৰা কৈ। ভাৰতী গছৰ তলতে এনেয়ে তহল দি ফুৰি আছে। এনেতে লৈইকালেদি ল'ৰাজন আহে। তাক দেখিয়েই— 'বোপা মই যেতিয়াৰ পৰাই তোমাক চাইছো ৰ'বা। দুভাৰ ধৰি নাৰায়ণে খোজ লৈছেহে— 'নাৰায়ণ, কথা এষাৰ শুনি যোৱা'

সি ঠিয় হ'ল। নকওঁ বুলিছিলো পিছে দোষে চুব। শত্ৰুৰ পিছত, মিত্ৰৰ আগত। ৰতি শৰ্ম্মা মোৰ বৰ আপোন মানুহ। মই তাক বৰ ভাল পাওঁ। ছোৱালীটিৰ ঘৰ সংসাৰখন হলে আৰু বেছি আনন্দিত হম। বাৰু যোৱা, কওঁ বুলিছিলো···

নাৰায়ণৰ আগ্ৰহ বাঢ়িল। বগাৰাম দোকনীয়ে দোকানৰ পৰা নাৰায়ণ আৰু ভাৰতীৰ মাজত কথা-বতৰা হোৱা দেখিয়েই মনতে কলে—'বিয়া হৈছে ভালকৈ।' কিন্তু বগাৰামো আহিব নোৱাৰে, ইইত তিনিওজন বহি থকা বাবে। নাৰায়ণে আগ্ৰহ দেখুৱাই— আপুনি কিবা কম বুলিছিল নহয়। কি কথা ?

—তাকেহতো ভাবিছো, তোমাৰ সৈতে মোৰ পৰিচয় এইমাত্ৰকৰ। কিন্তু ৰতি শৰ্ম্মা মোৰ অতি আপোন। তাৰ যদি অপকাৰ হয় ? তুমি তেতিয়াহলে মোক কথা দিব লাগিব— এই ছোৱালীটো বিয়া কৰাম বুলি। ভাৰতীৰ কথাত নাৰায়ণে কলে— বাৰু হব সেইটো।

নাৰায়ণ, তুমি জানা কামৰূপখন বামুণৰ ৰাজ্য। খোজে প্ৰতি বামুণ। তাৰ ভিতৰত তোমাক হাজোৰ হয়গ্ৰীৱ মন্দিৰৰ পৰা কিয় আনিব লগা হ'ল ? কামৰূপত কি বামুণৰ ল'ৰা নাই। তুমি বামুণৰ ল'ৰা হয়নে নহয়, আমি কিবা তোমাৰ পৰীক্ষা লৈছো নে ? কৈছা— বিশ্বাস কৰিছো। ধৰি লোৱা গতি-গোত্ৰ নোচোৱাকৈ তোমাৰ ভনী এজনীকে দিবা জানো ? দিবা, যদি কিবা দোষ থাকে। নকওঁ বুলিছিলো, কাৰণ তুমি মোৰ নাতি জোৱাই হবাই। কেতিয়াবা হয়তো তুমিয়েই মোক দোষা-ৰোপ কৰি কবা— 'আপুনি জানি শুনিও মোক আগতে কিয় নকলে। আজিৰ পৰা মই নিৰ্দ্দোষী হৈ থাকিলো। এই ছোৱালীজনীৰ শান্তি হবৰ তিনি বছৰ হ'ল। নাপিতৰ ডেকা এজনৰ লগত বিয়াৰ বন্দোবস্ত হৈয়ে আছে। আৰু কিবা-কিবি ভিতৰুৱা কথা আছে দিয়াচোন। সম্বন্ধ লাগিছে যেতিয়া পিছে পৰেও জানিবা। কিন্তু কথা এটা হ'ল— ছোৱালী এজনী ছুটা হ'ল দৰা। সিও যদি দৰা সাজি আছে, তেতিয়া তুমি কৰিবা কি ? কাৰণ ল'ৰাজনে এই পৰিয়ালটোক পুহি আছে। তোমাৰ নিমন্ত্ৰণ পালো বুলিয়েই ধৰা, শিহুত বিনতহে বাম নাৰায়ণ, ৰাতি মই যাব নোৱাৰিম।

আহিলো বোপা।' ভাবতী আকৌ ফিৰি আহি— বিয়াখন কিন্তু চাবলৈ মজাৰ হব। নাপিতৰ ল'ৰাই নিয়ে নে তাইক তুমিয়েই নিয়া।'

ভাৰতী গ'ল। নাৰায়ণৰ মগজুৰ বিকৃতি ঘটিল। এওঁ বাৰু কোন? মোৰ হয়তো ভাবি শহুৰৰ অন্যতম বন্ধু। বৰ ভাল মানুহজন। ইমান খোলা। এৰা, কামৰূপ বামুণৰ ৰাজ্য, খোজে পতি বামুণ, তাৰ ভিতৰত মই— অপৰিচিতজনক··· ? ই সত্য নে অসত্য। কাক সোধা যায়। ইয়াত মোৰ চিনাকিয়ে বা আছে কোন? নাপিতৰ ল'ৰাই নিয়ে নে বামুণৰ লৰাই। অ' বুজিছো, কামৰূপ তন্ত্ৰ-মন্ত্ৰৰ দেশ। মন্ত্ৰৰ বলত ভেৰা কৰি ৰতি শৰ্ম্মাই মোক ঠগিব খুজিছে। এই কাৰণেইটো ইমান খৰখেদা। বাৰু··· ···।

বাতি তেলৰ ভাব। ৰতি শৰ্ম্মা ক'ত আছে কবই নোৱাৰে। এখন বিয়া— এজন মানুহৰ মূলত। কোনপিনে কি কৰিব। বাতো বীৰেন আৰু হৰেনে নিজৰ ল'ৰাৰ দৰে সহায় কৰিছে বাবেহে। আহি পাওঁতে ৰতি শৰ্ম্মাৰ বাতি হৈছিল। আহিয়েই ঘৰত খবৰ কৰিলে— নাৰায়ণ খাবলৈ আহিছিল নে? উত্তৰত পালে 'নাই'। বহুতো বাতি হোৱা কাৰণে ৰতি শৰ্ম্মাই খবৰ কৰিবকে সময় নেপালে। ৰগাদাৰ দিয়া-নিদিয়া সময়তে আহি বীৰেনে দুৱাৰত টুকুৰিয়াই টুকুৰিয়াই মাতিলে— খুৰা, খুৰা, দ'ৰাজন ইয়ালৈ আহিছিল নে?

—কিয়, নাৰায়ণ নাই নেকি?

—নাই খুৰা, বাতি শুই আছিল, শেষ বাতি চাওঁ যে দুৱাৰখন মেল খাই আছে।

—তাৰ বস্ত্ৰ-বেহানিবোৰ একা?

—চুইটকেছটোও নাই কিন্তু।

—নাৰায়ণ পলাল বীৰেন। পলুৱালে······

ৰতি শৰ্ম্মাই বুকুত ভুকুৱাই কান্দিলে, কান্দিলে লীলা আৰু মাৰু সৰস্বতীয়ে। ঘৰখনত কান্দোনৰ ৰোল উঠিল— বীৰেনে চাই থাকিল।

আন দিনাৰ দৰে সিদিনাও ৰগাৰামৰ দোকানত বহি তেওঁলোকে আলোচনা কৰিলে। ঈশ্বৰ বোলে নাইহে পণ্ডিত। বাইজৰ অপৰাধ কৰিলে ঈশ্বৰে তাক ক্ষমা নকৰে। এতিয়া বৌৱাই কি কৰে।

ভাৰতীৰ কথাত কোনেও একো নেমাতিলে।

ৰতিকান্ত শৰ্ম্মা বৰ ঈশ্বৰ বিশ্বাসী মানুহ। কাৰোবাৰ উপকাৰ নকৰিব পাৰে, কিন্তু কোনো দিনে জ্ঞানবশতঃ তেওঁ কাৰো অন্যায় কৰা নাই। নাৰায়ণ পলাল, বিয়া ভাগিল— তথাপি ৰতিকান্ত নিৰাশ হোৱা নাই। আগুৱাই গৈয়ে আছে। আগৰ দৰে ৰতি শৰ্ম্মাৰ পেটৰ ভাতৰ চিন্তা নাই। তিনিখনকৈ কছাৰী গাওঁ, কলিতাপাৰা, নাপিত চুবুৰা মিল এক হাজাৰ তেওঁৰ যজমান। সদায় এটা নহয় এটা কাজ আছেই।

* * * *

গাত ৰামৰামী, হাতত লাঠি আৰু বোকোচাত টোপোলা এটা দেখি গছৰ তলত বহি থকা যুৱকজন ঠিয় হ'ল আৰু ঘপকৈ প্ৰশ্ন কৰিলে— 'বামুণপাৰা ইয়াৰ পৰা কিমান দূৰ ?'

টোপোলাটো ইকান্ধৰ পৰা সিকান্ধলৈ সলাই কৰি— 'এমাইলমান হব' ৰতি শৰ্ম্মাই উত্তৰ দিলে।

—আপুনিও যাব নেকি সেই গাঁৱলৈ ?

—এৰা !

—ৰাতিপালৰ বাবে মোক এটা বামুণ পৰিয়ালৰ আৱশ্যক !

—তাৰ মানে তুমিও বামুণ। আহিলা ক'ৰ পৰা ?

—আহিলো বহুতো দূৰ-দূৰণিৰ পৰা। আপুনি বা ক'ৰ পৰা আহিল?

—মোৰ লগত আহা বোপা, মইয়ো বামুণপাৰাৰে।

—আপুনিও নিশ্চয় বামুণ,— যুৱকৰ কথাত ৰতি শৰ্ম্মাই লাহে লাহে কলে— অৱশ্যে লগুণ এডাল আছে, নামত বামুণ, কিন্তু কাৰ্য্যত হয় নে নহয়, আনেহে জানে। ৰতি শৰ্ম্মাই টোপোলাটো আকৌ এবাৰ কান্ধ সলনি কৰিলে। ডেকাই উৎসুকতাৰে সুধিলে— তেন্তে ৰাতিপাল আপোনাৰ আশ্ৰয়তে কটাব পাৰিম, কিয়নো ইয়াত মোৰ তেনে চিনাকি মানুহ নাই।

—মই সৰ্ব্বান্তঃকৰণেহে ৰাখিব পাৰিম। তাতে আকৌ এটা কিন্তু আছে। তুমি ব্ৰাহ্মণ সন্তান হোৱা নে নোহোৱা নজানো— মই কিন্তু পতিত ব্ৰাহ্মণহে। যুৱকে তৎক্ষণাত প্ৰশ্ন কৰি সুধিব দিলে চোন— পতিত? কি অপৰাধত ?

—অপৰাধ অতি গুৰুতৰ বোপা, জনজাতিৰ ঘৰত খোৱা বাবে আৰু ব্ৰাহ্মণ সমাজক অবজ্ঞা কৰা বাবে।

—জনজাতিৰ হাতে-পাকে বন্ধা ? তেন্তে সব ঘিণ লগা কথা।

ৰতি শৰ্ম্মাই পুনৰ টোপোলাটোৰে কান্ধ সলালে। যুৱকে কলে—দেউ, আপোনাৰ বৰ কষ্ট হৈছে, এটা টোপোলা মোক দিয়ক— মই লওঁ।

—কষ্ট পোৱা নাই। অভ্যাস আছে। টোপোলা কঢ়িওৱা অভ্যাস থকাকে বামুণ বোলে। ৰতি শৰ্ম্মাৰ কথা শুনি যুৱকে অলপ হাঁহি মাৰি কলে— এয়েতো প্ৰমাণ চাবৰ উপযুক্ত সময়। এটা টোপোলা দিয়ক— কঢ়িয়াই দেখুৱাও বামুণ হয়নে নহয় প্ৰমাণ পাব।

— বোপা, এনে বহু টোপোলাকে কঢ়িয়ালো, পৰাজয় স্বীকাৰ কৰা নাই, কিন্তু এটা এনে টোপোলা আছে— পৰাজয় স্বীকাৰ কৰিছো, বৰ গধূৰ।

—তাৰ অৰ্থ দেউ ?

ৰতি শৰ্ম্মা মনে মনে থাকিল। জোলোঙাৰ মেকুৰী ওলাই পৰে বুলি কথাৰ সোঁত সলনি কৰি কলে— কছাৰীৰ ঘৰত শ্ৰাদ্ধ কৰা অপৰাধত মই পতিত ব্ৰাহ্মণ। সমাজচ্যুত। তুমি জানো মোৰ ঘৰত থাকিব পাৰিবা।

—যদি সঁচা হয়— মোৰ বাবে আপোনাৰ গৃহ উপযুক্ত ঠাই।

—তোমাৰ পৰিচয় বোপা ?

—দক্ষিণ কামৰূপৰ বৃন্দাবন শৰ্ম্মা শাস্ত্ৰীৰ প্ৰথম পুত্ৰ মই শৰৎ শৰ্ম্মা। গাঁৱত মণ্ডা নাম মামক।

—অহাৰ উদ্দেশ্য ?

—উদ্দেশ্য বিহীন যাত্ৰা। কথাই কথাই দুয়ো গৈ নঙলা মুখ পালেই ৰতি শৰ্ম্মাই কলে— বোপা, মই বৰ দুখীয়া মানুহ। মোৰ ঘৰ এটাই। ঘৰৰ লেখিয়া আৰু এটা ঘৰ আছে, বিবেচিত হলে থাকিবা। এই গাঁৱত মোতকৈ কিন্তু বহুতো ধনী-মানী ব্ৰাহ্মণ আছে।

— দুৰ্ভগীয়া শৰীৰটো পেলাই থৈ দিব পাৰিলে বক্সা, ভাল-বেয়াৰ বিচাৰ নাই।

দুয়োজনে গৈ চোতাল পালে। লীলা চোতালতে থিয় হৈ আছিল।

ৰহিয়েই থাকিল। সৰস্বতীয়ে চাকিগছা হাতত লৈ আহিল। ৰতি শৰ্ম্মাৰ লগত এজন অপৰিচিত। সৰস্বতীয়ে ওৰণিখন টানি ললে— লীলাও ভিতৰলৈ গ'ল। দেওনাবেৰৰ আঁৰত সৰস্বতী দেৱীয়ে সুধিলে— এইজন কোন?

—বাটত পাইছো।

- এঃ বাটত পোৱাহে। এনেদৰে কিমান বাৰ পালে, কিমানবাৰ হেৰাল।

—পোৱা নাই অ' নিজে আহি বোকোচাত উঠিছে।

সৰস্বতী দেৱীয়ে দুঘটি পানী দিলে, ভৰি-হাত ধুই দুয়ো কাঠিতে চাৰিত বহিল। লীলাই দুবোকো দুবাতি চাহ দিলেহি। চাকিৰ পোহৰত লীলাৰ অস্পষ্ট ৰূপ শৰতৰ চকুত পৰিল।

চাহ খাই খাই ৰতি শৰ্ম্মাই পাতনি মেলিলে— কওঁ বুলিছিলা নহয়, উদ্দেশ্য বিহীন যাত্ৰাৰ কথা। চাহৰ বাতিটো মাটিত থৈ শৰৎ শৰ্ম্মাই আৰম্ভ কৰিলে— অ' ব্ৰাহ্মণৰ ল'ৰা বুলি পৰিচয় দিবলৈকে লাজ হয়।

—ৰতি শৰ্ম্মাই প্ৰশ্ন কৰিলে··· কিয় বোপা, ইমান হতাশ হৈছা কিয়?

—কাৰণ বহুতো। আপুনি ব্ৰাহ্মণ যেতিয়া কব পাৰি। তাতে আপুনি মোৰ পিতৃ-গুৰু তুল্য। মোৰ মনৰ কথা ভাঙি কোৱাত আপত্তি নাই— আশা কৰো আপুনিও শুনি যোৱাত আপত্তি নেথাকিব। মোৰ পিতা বৃন্দাবন শৰ্ম্মা পণ্ডিত মানুহ। হাইস্কুলৰ শিক্ষক। অঞ্চলটোত বিজ্ঞ জ্ঞানী বুলি পিতাৰ নাম আছে। শিষ্য-প্ৰশিষ্য যজমান দেখাৰ। মাটি বৃত্তিও যথেষ্ট। মুঠৰ ওপৰত আমাৰ অৱস্থা ভাল। সকলোফালে সুখ-শান্তি। পিতাৰ প্ৰথমা ভাৰ্য্যা নিঃ-সন্তান। আজিও জীৱিত। দ্বিতীয় পত্নীৰ পক্ষৰ মই আৰু বাইদেউ সৰ্ব্বা। বাইদেউ পাঁচটা ল'ৰা-ছোৱালীৰ মাক। মোৰ মাৰ মৃত্যু হৈছে, মোৰ নামেই তাৰ সাক্ষী। মোৰ নাম মামক। মোৰ মাৰ মৃত্যুৰ পিছত তৃতীয়া পত্নীৰ ফালৰ এজন ল'ৰা আৰু চাৰিজনী ছোৱালী। তাৰে দুজনীৰ বিয়া হৈ গৈছে। এনেতে মোৰা বহুত বছৰ পাছত মাহী মাই হঠাৎ সন্নিপাত [illegible]

এজনী ছোৱালী গাভৰু হৈছে। তাইৰ আঙুঠি পিন্ধোৱা হৈ গ'ল। মাহী মাই থাকোঁতে মোৰো বিয়াৰ কথা চলিছিল, কিন্তু অন্ন সংস্থান নোহোৱালৈকে মই বিয়া নকৰাওঁ বুলি কোৱাত, এই বিষয়টো তল পৰিল। এতিয়া পিতাৰ ৪র্থ বিয়া।

—তেখেতৰ বয়স বোপা ?

- পয়ষষ্ঠী বছৰ। লাজ পাইছো··· গতিকে।

এনেতে সৰস্বতী দেৱীয়ে মাত লগালেহি— বোলো গাত পানী দিয়ে যদি উঠক। চাউল সিজিল। ৰতি শৰ্ম্মা উঠি গ'ল। ৰজিয়াৰ কেৰাচিন তেলৰ চাকিৰ পোহৰত লীলাৰ অস্পষ্ট ছবিটো— শৰতে দেখা পাই অনিচ্ছা থকা স্বত্বেও এবাৰ চাইছিল।

## দুই

ডেকাৰবঢ়ীৰ এমাইলমান পূবে শিলিখাগুৰি গাঁৱ। বামহৰি মৌজাদাৰৰ ঘৰ এই গাঁৱতে। এবাৰ তেখেতেওঁ মৌজা পাইছিল। কেইবছৰমান মৌজা খোৱাৰ পিছতে তেখেতৰ হাতৰ পৰা মৌজা গ'ল যদিও মৌজাদাৰ উপাধিটো কিন্তু থাকিয়ে গ'ল। চৌধুৰী মৌজাদাৰৰ ছোৱালী অৰুণ বালা চৌধুৰী। পাঠশালা পাছ কৰি ৰঙিয়াৰ মাইনৰ স্কুলত পঢ়িছিল। গাঁৱত থাকিলেও মৌজাদাৰ সকলো বথাতে চহৰীয়া ফেচনৰ। অৰুণবালা মৌজাদাৰৰ একমাত্ৰ ছুমলীয়া ছোৱালী। মৌজাদাৰ স্বয়ং বেছ আধুনিক; ঘৰৰ পৰিয়ালবৰ্গও তেনেদৰে আধুনিক। জোতা, মোজা, হাতঘড়ী, হাত দীঘল ব্লাউজ, এবেবাৰে ছুটি ছুটি ব্লাউজ পিন্ধা ছোৱালী অৰুণবালা। তেনেদৰে স্নো-পাউডাৰ, ক্ৰীম সকলোৰে সোৱাদ অৰুণৰ মুখ মণ্ডলে পাইছে। ৰঙিয়াৰ পৰা শিলিখাগুৰি পাঁচ মাইলমান উত্তৰ-পশ্চিমে। ৰঙিয়াত মৌজা-দাৰৰ অস্থায়ী বাসভৱন আছে। ইয়াৰ পৰাই অৰুণবালাই [illegible] [illegible] স্কুলৰ বকায়েক [illegible] পঢ়ে। [illegible]

নেথায়। বন্ধ আদিত আহিলে ৰঙিয়াৰ বঙলাতে থাকে।

অকণ বালা পঢ়াত সিমান চোকা নাছিল কাৰণেই নেকি ৰঙিয়া হাইস্কুলৰ এজন শিক্ষকে অকণক ঘৰতে পঢ়াবলৈ ঠিক কৰি দিছিল। দোমাম শ্ৰেণীৰ বছেৰেকীয়া পৰীক্ষাৰ আগে আগে অকণবালাৰ পেটৰ অসুখ হ'ল। ডাঙৰ ভায়েকহঁতে এদিন শিক্ষকজনক ধৰি মাৰ ধৰো কৰিলে। কথাতো কি? গাঁৱত হলে আচল অসুখটো জানিবৰ উপায় আছে, কিন্তু ইয়াত জানে কোনে? ওচৰ-পাজৰৰ মানুহবোৰো ৰেলত কাম কৰা বঙালীহে। চিকিৎসাৰ বাবে অকনবালাক গুৱাহাটীলৈ নিয়া হ'ল। ভাড়া ঘৰতে ৰাখি চিকিৎসা কৰাত ভাল হ'ল। অকণ আৰু গাঁৱলৈ নাহিল। গুৱাহাটীৰ ছোৱালী উচ্চ মাধ্যমিক স্কুলত পঢ়িবলৈ ললে। থাকিল ছাত্ৰীবাসত। অকণৰ ডাঙৰ ককায়েক বৰীনৰ লগত সদৰৰ বিখ্যাত ধনীৰ দুলাল প্ৰণৱ জ্যোতিৰ বন্ধুত্ব আছিল। গতিকে প্ৰণৱ জ্যোতিও অকণ প্ৰভা দেৱীৰ ককায়েক হ'ল। মৌজাদাৰ পৰিয়ালে মনে মনে অকণ প্ৰভাক প্ৰণৱৰ লৈতে বিয়া দিয়াৰ কথা ভাবিলে। গতিকে অকণ প্ৰভাক এবপ্ৰকাৰ প্ৰণৱৰ হাতে গতাই দিয়াৰ দৰে হ'ল। প্ৰণৱজ্যোতি ককাই অকণক আলৈ তলৈ ফুৰাবলৈ নিয়া বা চিনেমা দেখুৱাবলৈ নিয়াত কোনো বাধা নাই। প্ৰণৱজ্যোতিৰ ভনীয়েকৰ বিয়াতো অকণে কেইাদিনো থাকি বিয়া চালে। গৰমৰ বন্ধত অকণ ঘৰলৈ আহিম বুলি... প্ৰণৱৰ লগত ফুৰিবলৈ গ'ল। চৌধুৰী এনেয়ে উভতি আহিল। অকণ আৰু প্ৰণৱে চিলঙৰ এখন হোটেলত এমাহ থাকিল। আকৌ অসুখ হ'ল, পেটৰ অসুখ। এইবাৰ চিকিৎসাৰ বাবে ডাঙৰ ককায়েক বৰীন চৌধুৰীয়ে প্ৰণৱৰ সহায়ত চিলঙলৈ পঠিয়ালে। চিলঙত ৰোলে অকণৰ পেট অপাৰেচন কৰিলে। অপাৰেচনৰ পিছত অকণৰ নাম সলনি হৈ হ'ল— অঞ্জলী দেৱী।

প্ৰণৱে অঞ্জলীক বিয়া কৰাব, কিন্তু বি. এ. ডিগ্ৰী পোৱাৰ পিছতহে আগেয়ে নহয়। প্ৰণৱজ্যোতিয়ে পাঁচবাৰ বি,এ, পৰীক্ষা দিলে, ফল প্ৰথম বাৰৰ দৰেই। অৱশেষত প্ৰণৱে এবা দিলে। মৌজাদাৰ আৰু ভায়েক দুজনে সদৰতে বহু চেষ্টা কৰিও অঞ্জলীক কাকো গতাব নোৱাৰাত সাদ্য-হতে আহি গাঁৱৰ ঘৰতে আছে। সাজ-পাৰ আগৰ দৰেই আছে মাত্ৰ

স্নো-পাউদাৰৰ খৰছ অলপ বাঢ়িছে।

ভূতপূৰ্ব্ব মৌজাদাৰ ৰামহৰি চৌধুৰীৰ মাটি-বৃত্তি দেখাৰ। মাটিৰ সংক্ৰান্তত ভদ্ৰেশ্বৰ মণ্ডল এদিন মৌজাদাৰৰ তালৈ যাওঁতে অঞ্জলা দেৱীক আঁতৰৰ পৰাই দেখিলে। এনে আধুনিকা ছোৱালী সি গুৱাহাটীৰ কলেজত দেখিছে কিন্তু গাঁৱত দেখা নাই। ভদীয়াই কল্পনা কৰিলে··· অবিবাহিত ডেকাই যিকোনো এজনী দেখিলে যেনেদৰে কল্পনা কৰে। কাম নেথাকিলেও এবাৰ মৌজাদাৰৰ তালৈ যোৱাতো ভদ্ৰেশ্বৰৰ কৰ্ত্তব্যত পৰিণত হ'ল।

মৌজাদাৰৰ ইচ্ছা নেথাকিলেও ডাঙৰ ককায়েক ৰবীন্দ্ৰ চৌধুৰীয়ে অঞ্জলাক যেনে-তেনে প্ৰকাৰে ক'ৰবাত গতাবই—। বিয়নো ৰবীনৰ বিয়াৰ পিছৰ পৰাহ ঘৰখন দন্দ খৰিয়ালৰ বাঁহ হৈ পৰিছে। অঞ্জলীৰ মুখ ইমান চোকা, দুয়োজনী বোৱেকৰ লগত কেৱল কাজিয়া। অনুপযুক্ত পাত্ৰ হলেও মণ্ডলতে গতাবৰ ইচ্ছা কৰি কৰায়েক ৰবীনে প্ৰস্তাৱ কৰিলত··· মণ্ডলে অলপো পলম নকৰাকৈ গ্ৰহণ কৰি পেলালে। মাক হেলা বা ককায়েক দুখু নতুবা বন্ধু-বান্ধৱ কাৰো দিহা-পৰামৰ্শৰ আৱশ্যকতা সি অনুভৱ নকৰিলে। বন্ধু এজনে অঞ্জলাৰ বিষয় অলপ চমু আভাস দাঙি ধৰাত সি কলে— কোন ছোৱালীৰ চৰিত্ৰ ভাল হে ?

* * * *

বিয়াৰ উলহ-মালহ, ধুম-ধাম চলিল। অধিক তৎপৰ হ'ল দ'ৰা ভদ্ৰেশ্বৰ মণ্ডল। বিয়াৰ দিনো নিৰ্দ্ধাৰণ কৰিলে ৰবীন চৌধুৰী আৰু মণ্ডলে। কইনাৰ আ-অলঙ্কাৰ কাপোৰ-কাণিৰ যোগাৰৰ দায়িত্ব ললে মণ্ডলে আৰু গাখীৰ-মিঠৈ, চাউল-সান্দহৰ দায়িত্ব পৰিল দুখুৰ ওপৰত। দুখুৰ গাৰ তৎ নাই। দিন ৰাতি নোহোৱাকৈ খাটিব লগীয়া হৈছে। বিয়ালৈ পাঁচ দিন মাত্ৰ বাকী। ইটো চহৰৰ বিয়া নহয়, চাহ দোকানত অৰ্ডাৰ দিলে ঘৰতে আহি পৰিব। চিঠি দি মাতিলেও নহব— ঘৰে ঘৰে তামোল-পাণ দি মাতিব লাগিব, তাৰোপৰি মানুহ বুজি নিজে গৈ বা মানুহ পঠিয়াই বিয়ালৈকে আনিবও লাগিব।

বাৰ চক খানৰ চিৰা, পোন্ধৰ চক খানৰ যোকাচাউল। কুৰিড়ি যোগ মাখন নকটা মহৰ গাখীৰ আৰু দহদোণ গৰুৰ ভাল গাখীৰ দুখুৱে

বায়না-পত্র কৰিছে। কাৰণ ই মণ্ডলৰ বিয়া। গ্ৰামস্য মণ্ডলে ৰাজা। দুখুৰ পৰিবাৰ উষাৰ অৱস্থা আৰু বেয়া। ওচৰ-পাজৰৰ চাৰি-পাঁচটা ঢেকীৰ তৰণি নাই। ঢেকীৰ চাবে চাবে উষাৰ বুকুৰ ধমধমনি, পৰহি বিয়া। বতৰ বৰ বেয়া, বোকা চাউল এতিয়াও ধানৰ পেটত। আৰু হেলা। হেলাৰ গাত বিয়াৰ কোনো উলহ-মালহৰ চিন নাই— আনন্দ নাই, উদ্দীপনা নাই। একমাত্ৰ সন্তান ভদ্ৰেশ্বৰৰ বিযাত হেলাই আনন্দ নকৰাৰ কাৰণ কি বাৰু। দুযোৰ বেনপাৰ্টি আৰু এই অঞ্চলৰে পোণ প্ৰথমে লাউদ স্পীকাৰ এইখন বিয়ালৈ আহিব— কিযে বিয়া নহব এইখন। তথাপি মাক হেলাই অলপো আনন্দ উছৱ কৰা নাই।

ছোৱালী ঘৰায়াক একো দিব নালাগে, আ-অলঙ্কাৰে বিয়া দিব। কিন্তু নিজৰ সন্মানৰ খাটে— অন্ততঃ এজোৰ পাটৰ কাপোৰ বা এপদ অলঙ্কাৰতো দিব লাগিব। মৌজাদাৰ বা মৌজাদাৰৰ পৰিয়াল-পৰিজনবৰ্গক জানো মান ধৰিবলৈ সাধাৰণ কাপোৰেৰে হব? অন্ততঃ সেনগুপ্তৰ ধুতি-চাদৰ, লাহি কাপোৰ কিছু লাগিব। এনেদৰে হিচাব কৰি দুখুৱে দেখিলে এহেজাৰ টকা লাগিব। কিন্তু ভদীয়াই দিছে তাক মাত্ৰ দুশ টকা। দুখু মহা বিপদত পৰিল।

বিয়াৰ দিনা। কোনোৱে এভাৰ চাউল-কল, কোনোৱে বা একটা দৈ, এফালে বেঙেনা এখোৰা, কোনোৱে বা এটা লাউ একালে, আনফালে চাউলৰ টোপোলাৰে ভাৰ লৈ মণ্ডলৰ বিয়া খাবলৈ আহিছে। লাউদস্পীকাৰৰ মাতে গাঁৱখনক তোলপাৰ লগোৱাৰ উপৰিও— তিনি মাইললৈ মণ্ডলৰ বিয়াৰ বাতৰি বিলাইছে। পানী ভৰাবলৈ যোৱা তিৰোতাই নদীৰ ঘাটতে খন্তেক ঠিয় দি, হালোৱাই হাল এৰি থৈ নাঙলৰ মুঠিত ধৰিয়েই লাউদস্পীকাৰৰ মাতত বিভোৰ হৈছে আৰু মন্তব্য কৰিছে··· 'বিয়াৰ দৰে বিয়া এখন হৈছে আৰু'। যন্ত্ৰটো চাবলৈ গাঁৱখনৰ ল'ৰা-ছোৱালীৰ ইমান ভীৰ হৈছে, বিয়াৰ কামত লৰালৰিকৈ কৰা মানুহৰ ভৰিৰ উজুতিত কেইবাটাও ল'ৰা মাটিত বাগৰি পৰিছে আৰু বিলণীয়াবো গাখীৰ-ঘিৰ পাত্ৰ হাতৰ পৰা ছিটিকি পৰি আউল লগাইছে।

দিনৰ কাজ-কাম ভালে ভালে সমাধা হ'ল। আন দ'বাতকৈ ভদ্ৰেশ্বৰ

মণ্ডলে সোণকালে কইনাঘৰলৈ যাত্ৰা কৰিলে। আন আন বিয়াৰ তুলনাত এইখন বিয়াত বৰযাত্ৰীও সৰহ। দ'ৰা গৈ হীৰাজান গাঁৱত সোমাল—তাৰ পৰা সৰু এখন পথাৰ পাৰ হলেই শিলিখাগুৰিৰ মৌজাদাৰৰ ঘৰ। এ'স ডেকাই দ'ৰা আগুৰিলে। দ'ৰা যোৱা বাটৰ মাজত এখন বেঞ্চ, তাতে এটা লেম্প। একুড়িমান ডেকাই বাট আগচি ধৰিলে, তাৰে মাজৰ পৰা এজন ডেকাই দ'ৰাক প্ৰশ্ন কৰিলে – এই নিশাখন, আমাৰ শান্তিভঙ্গ কৰি ঢোলে-ডগৰে আপুনি কলৈ যাব ?

—শিলিখাগুৰিলৈ।

—কিয় ? প্ৰশ্ন আহিল। দৰাই অলপ সময় থাকি উত্তৰ দিলে—

—বিয়া কৰাবলৈ

—কাৰ ঘৰত বিয়া কৰাব আৰু কাক বিয়া কৰাব ?

অলপ ভৱা-চিন্তা কৰি— শ্ৰীযুত ৰামহৰি মৌজাদাৰৰ ছোৱালী শ্ৰীমতী অঞ্জলি চৌধুৰীৰ লগত। ডেকাছামৰ মাজৰ পৰা কোনোবা এজন বিতলায়া ডেকাই মাত দি— 'হেৰি, শ্ৰীমতী নহয়হে শ্ৰীযুতা হব, বাইদেউ আপোনাতকৈ বয়সীয়া। ভাওৰজনক সকয়ে মান্যাৰ্থত ব্যৱহাৰ কৰা ব্যাকৰণৰ নিয়ম। হাঁহিৰ ৰোল উঠিল। ভদ্ৰেশ্বৰে অপমান বোধ কৰিলে আৰু খং ভাবে কলে 'সভ্যামী বোজাই ৰাখি কথা কব লাগে'। এই আলিবাটেৰে যোৱা চিনাকি অচিনাকি বহুতো দ'ৰা আগুৰিছে, কিন্তু দ'ৰাৰ মুখত এনে কথা কোনো দিনে শুনা নাছিলো। 'কি আমি অসভ্য হলো ?' এজন ডেকাই আগবাঢ়ি আহি 'বিয়া বুলিলে ৰং-ধেমালি হয়য়েই, সেই বুলি আপোনাৰ দৰে শিক্ষিত মানুহ এজনে সমাজ এখনক অসভ্য বোলাটো গুৰুতৰ অপৰাধ হৈছে।'

—তেওঁৰ মুখৰ পাগুৰিটো খুলি দিয়ক, বাইজৰ মাজৰ পৰা কোনোবা এজনে কলে।

—এওঁক আমাৰ গাঁৱৰ মাজেৰে যাব দিয়া নহব, আন এজনে চিঞৰি চিঞৰি কলে।

—দুইশ টকা জৰিমনা— এটা হুলস্থূলীয়া পৰিবেশৰ সৃষ্টি হল। এনেতে এজন ডেকা খঙাই আহি বৰ গভীৰ ভাৱে স্থিৰ বিচাৰকৰ দৰে কলে—

ৰাইজ, এখেতক মানে ভদীয়া বাবুক যাব দিয়াই ভাল, নহলে অঞ্জলি আবুয়ে কান্দি-কাটি থাকিব। আকৌ হাঁহিৰ ৰোল উঠিল—এজনে চিএঃৰি কলে 'লাইতটো ভদীয়াৰ মুখৰ আগত ধৰক। এজন ডেকা বোধহয় গাঁৱৰ শিক্ষিত, আগবাঢ়ি আহি— মণ্ডল বাবু, তোমাৰ মতে এই মানুহবোৰ অসভ্য, যদি অসভ্যবোৰৰ মাজেৰে যোৱাত কোনোবাই তোমাৰ সভ্যতাখিনি ভৰিৰে মোহাৰি পেলাই তাৰ বাবে কিন্তু আমি দায়ী নহওঁ। আমাক উত্তৰ দিয়া, তুমি এই গাঁৱৰ মাজেৰে স্বইচ্ছাই যাবানে ?

জনতাক ঠেলি-হেচি দুখু আগবাঢ়ি আহি মাটিত দীঘল দি পৰি কবলৈ ধৰিলে— প্ৰজাপতি সাক্ষাত ঈশ্বৰ, দোষ হৈছে, সকলো দোষ মৰিষণ কৰক। এশৰাই তামোল-পাণ দি মাটিত উবুৰি খাই পৰিল সি।

'উঠা উঠা দুখু, তোমাৰ লগত আমাৰ কথা নাই, কিন্তু মণ্ডল ভায়েৰাই বৰ ডাঙৰ দোষ কৰিলে।'

'সি একো নেজানে, অজ্ঞ। তাৰ হৈ ময়ে সাক্ষাত ঈশ্বৰৰূপী ৰাইজৰ ওচৰত ক্ষমাভিক্ষা খুজিছোঁ' দুখুৰ কথাত ৰাইজে দ'বাক বাট এৰি দিলে।

দ'ৰ গৈ কইনা ঘৰ পালে। ভাৰ ভেটি চোতালত থলে হয়— আচৰিত কথা হ'ল যে গৰখীয়া ভাৰৰ কলখোকৰ কল দুটা নাই। ৰাইজৰ এজনে ঠিয় হৈ কবলৈ ধৰিলে— 'ৰাইজ, ইকি কাণ্ড, তেওঁলোকে খাই এৰা কলখোকহে আমি গ্ৰহণ কৰিব লাগিব এতিয়া। দেখিছো কলখোকত দুটা কল নাই।' দুখুয়ে বিনীত ভাবে— প্ৰভুসকল, গছৰ ফল, বান্দৰ বাদুলীয়ে খাব পাৰে।

—যদি বান্দৰ বাদুলীয়ে খাইছে আপত্তি নাই

—ঠাৱিত চিন পাব নহয়। এজনে লাইটৰ পোহৰত কলখোক দাঙি ধৰি— ৰাইজ এইমাত্ৰ চিঙিছে, এঠা প্ৰায় ভলাই আছেই; পিছফালে বহি থকা ডেকা এজনে বোলে— দ'ৰাই ৰিবা পাগুলা দেখিছিলো, বোধহয় তেৱেঁই খালে'

'হেৰ গৰুৱেহে পাগুলে, মানুহে খায়হে'

"দ'ৰাৰ জেপত চোৱা,' এজনে কবলৈ পালেহে আন এজনে গৈ

জেপত হাত ভৰাই কল এটা উলিয়াই আনি ৰাইজৰ আগত দাঙি ধৰি— দেখিছে ৰাইজ! কল দ'ৰাৰ পৰাই ওলাল। বোধহয় এটা ইতিমধ্যে হজম কৰিলেই। এইটো বোধহয় নোৱাৰিলে। ছোৱালীবোৰে গিৰ্জনি মাৰি হাঁহিলে।

'কলচোৰক শাস্তি দিয়া উচিত'

'আত্ম তুষ্টই যদি ভগৱান তুষ্ট হয়, তেন্তে আমাৰ ভনীয়া বাপুই ভোকৰ তাড়ণাত কল দুটা খোৱাত অপৰাধ হব নোৱাৰে।'

এনেতে আইটীসকলে গীত জুৰিলে··· বৰ দ'লৰ মকুৰা, দ'ৰাটো থকুৰা

এনেবোৰ কাণ্ড কিয় হবলৈ পালে, দুখুৱে ভাবি ভাবি দুখ পালে। যি নহওঁক ৰং-ধেমালি, হাঁহি-খিকিন্দালিৰ মাজেৰে বিয়া সম্পন্ন হল। বিয়াত ইষ্ট-কুটুম্ব, ভাই-বন্ধু সকলো উপস্থিত আছিল। কিন্তু কইনাৰ দেউতাক ৰামহৰি মৌজাদাৰক হলে বিয়াখনিত কোনেও নেদেখিলে। দ'ৰাই মান ধৰিবৰ সময়ত দুখুৱে সুধিলে— মৌজাদাৰ দেউতা ক'ত? তামাখু লগাই ব্যস্ত থকা মৌজাদাৰৰ আজীৱন লগুৱা নিংনাৰামে কলে- মৌজাদাৰ দেউতা শুই আছে।

দ'ৰা অহাৰ পিছতে কইনা অহাৰো নিয়ম। যেতিয়ালৈকে কইনা নাহে দ'ৰা ঘৰ সোমাব নোৱাৰে। গতিকে শান্তিৰামৰ ঢেকীশালতে বিছনা এখন কৰি দ'ৰাক শুৱাই থলে। চাওঁতে চাওঁতে বেলি দুপৰ হলহি, কইনা আহি নোলায়হে নোলায়। ছোৱালীবোৰে নঙলা মুখৰ পৰা চকুৰে মণিব পৰালৈকে চাই চাই কইনাৰ আগমনৰ বতৰাৰ আদান প্ৰদান কৰি আছে। হঠাতে কইনাৰ গাড়ী চকুত পৰিল আৰু ঘৰত হুলস্থুল আৰম্ভ হ'ল। কইনা আহিল, কইনা আহিল।

দুখুইতৰ ঘৰৰ পৰা প্ৰায় এশগজমান পশ্চিমৰ আলিবাটটো ভিমান ভাল নাছিল। বাটৰ দুয়োকাষে বাঁহনি, বাহবোৰ হালি আহি বাটটোক যেন গিলিছে থব। দ'ৰা অহাৰ পিচতে অলপ বৰষুণ দিয়াত আৰু গাঁৱ-খনৰ গৰু, ম'হ খোৱাত এইখিনি ঠাই বোকা হ'ল। গাড়ী নাহে। কইনা অন্য গাড়ী- তাতে বৈ থাকিল। দুখুৱে কলে— কেইজনীমান ছোৱালী যা, কইনাজনী লৈ আহগৈ' কবাহে পালে এজাক ছোৱালী দৌৰী গ'ল। তাৰে দুজনীমানে উভতি আহি কলে— কইনা আহিব নোৱাৰে, অনিত জোঙা [illegible]।

'আকৰিহঁত, এইখিনিও বুদ্ধি নহ'লনে। এজনীয়ে জোতাজোৰ হাতত লৈ কইনাজনী বুলাই আনিব নোৱাৰিলি।

ঢুখুৰ কথা শুনি ছোৱালী কেইজনী আকৌ গ'ল আৰু উভটি আহি জনালে 'জোতা খুলি কইনা খোলে নাহে'

সমস্যা বৰ জটিলেই হ'ল। ঢুখু বৰ বিপাঙত পৰিল এতিয়া। ইমান দূৰ বাট কি কৰা যায়। পণ্ডিতহঁতৰ দোলা এখন আছে, সে দোলা-ভাৰীতো নাই? দাণ্ডি অনাতোও অসম্ভৱ। ভাবি-গুণি থাকোঁতে ভদ্ৰেশ্বৰে আহি বৰ খং দেখুৱাই গাঁওনে গাঁৱেই। ইয়াতো মানুহ থাকেনে? পৃথিবীত বৰষুণ পৰিছেনে নাই, হ'ল এক আঠু পেক্। মোৰ নাক-কাণ কটা গ'ল।

হেৰ শান্তিৰাম, বহাগু, হলিৰাম কি চাই আছ। আমাৰ গোহালি ঘৰৰ চিলিঙত যে তক্তাবোৰ আছে উলিয়াই আনি পাৰি দে, তেতিয়াতো কইনাজনী আহিব পাৰিব। এইখিনিও বুদ্ধি তহঁতৰ মগজুত নাই নেকি?

ভদীয়াৰ আস্তব্যস্ত আৰু খং দেখি ল'ৰাহঁতে তক্তাবোৰ পাৰি দিলে, তক্তাৰ ওপৰেদি জোতাৰে খট-খট কৰি কইনা অঞ্জলি আহি যাত্ৰা কলপুলিৰ তলত ঠিয় হ'ল।

* * * *

ৰতি শৰ্মাৰ পৰা বিদায় লৈ শৰৎ যাবলৈ ওলাল। বিদায়ৰ সময়ত ৰতি শৰ্মাই সুধিলে— বোপা, এতিয়া যাবা কলৈ?

—এই বহল পৃথিবীখন, ঘুৰি ফুৰি জানো শেষ কৰিব পাৰিম। লৈ থাকোচোন

—এনেদৰে উদ্দেশ্যহীন হৈ ঘুৰি ফুৰাতকৈ ইয়াতে থাকা। আমাৰ ডেকামখাই এখন পাঠশালা পতাৰ যো-জা কৰিছে। কিন্তু উপযুক্ত শিক্ষক পোৱা নাই। গাঁৱত শিক্ষিত মানুহ নাইয়েই, যি দুই চাৰিজন আছে, তেওঁলোকেও গাঁৱ এৰি চহৰত আছে গৈ। তুমি যদি এইখেৰা অনুগ্ৰহ কৰা— তোমাৰো মঙ্গল আৰু দহৰো মঙ্গল হব। সভাপতি ভেকোৰাম গাওঁবুঢ়া আৰু সম্পাদক বীৰেনক মই কৈ দিওঁ, ভাবি চোৱাছোন, মই হলে জোৰ নকৰো, কাৰণ·····' ৰতিকান্ত বৈ গ'ল। শৰৎ শৰ্মাই প্ৰশ্ন সূচক সুৰত— আৰু কি?

ৰতি শৰ্ম্মাই শৰৎ শৰ্ম্মাক লৈ গৈ বীৰেনৰ লগত পৰিচয় কৰাই আদ্যোপান্ত ভাঙিপাতি কলে। উৎসাহিত হৈ বীৰেনে কিমান পাৰে সোনকালে স্কুলৰ শুভাৰম্ভ কৰাৰ প্ৰস্তুতি চলালে। শৰৎ শৰ্ম্মা ৰতিকান্তৰ ঘৰতে থাকিল।

এনেয়ে বহি থকাতকৈ এবাৰ ঘূৰি ফুৰি আহোঁগৈ বুলি শৰৎ গাওঁবুঢ়াৰ ঘৰ ওলাল। পুৰোহিতৰ ঘৰত এজন উত্তমুৰা ল'ৰা থকা বুলি গাওঁবুঢ়াই বীৰেনৰ মুখৰ পৰা শুনিছিল। শৰৎ শৰ্ম্মাই পাঠশালাত কাম কৰাৰ আগ্ৰহ দেখুৱালে। ভেকোৰামৰ আগত আন আন কথা কোৱাৰ উপৰিও তেওঁৰ জীৱনৰ মূল আভাস এটাও দাঙি ধৰিলে।

গাওঁবুঢ়াই কলে— বোপা, ৰতিকান্তক তুমি আৰু এটা উপকাৰ কৰি দিব লাগিব। তোমাৰ মহা পুণ্য হব। ছোৱালীজনী নিশ্চয় দেখিছা। তাইক তুমি গ্ৰহণ কৰা। মই তোমাক জীৱন দি ভাল পাম। ছোৱালীৰ বিষয়ে মই নকওঁ, তুমি জানি বুজি লবা।' ভেকোৰামৰ কথাত শৰৎ শৰ্ম্মাই ধীৰে ধীৰে কলে— 'মই এজন উত্তমুৰা ল'ৰা, জ্ঞাতি নাই, গুষ্টি নাই, মোক জানো তেওঁ গতাব? গ্ৰহণ কৰাত মোৰ কিন্তু আপত্তি নাই।'

ভেকোৰাম গাওঁবুঢ়াই কলে— 'গুণগোবিন্দ ভাৰতী নামৰ এজন দুষ্ট প্ৰকৃতিৰ মানুহ আছে। তাৰ কবলত পৰিলে তোমাৰো সৰ্ব্বনাশ ঘটিব কিন্তু। তাৰ বশতীয়া নহলে ভাই, ভাগী, জ্ঞাতি একো নাই— চলে-বলে কৌশলে অন্যায় কৰিবই। ৰতি শৰ্ম্মাৰ ছোৱালীজনীৰ একমাত্ৰ প্ৰতিবন্ধক সি! কেইদিনমান থাকাচোন সব বুজি পাবা।' ভেকোৰাম গাওঁবুঢ়াই গৰুৰ পঘা গুথি গুথি আকৌ আৰম্ভ কৰিলে— আমি হলো মূৰ্খ মানুহ। কেৱল জানো কাম কৰিব লাগে, পেট ভৰাই খাব লাগে, কাৰো অহিত নিচিন্তো। তোমালোক ধৰ্ম্মৰ গুৰু, জনা মানুহ, ঈশ্বৰৰ কথা তোমালোকেহে জানা। যদি ঈশ্বৰ আছে, ভগৱান আছে, তেৱেঁ এদিন ইয়াৰ বিচাৰ কৰিব।

* * * *

খুব পুৰাই কিষান আলী নামৰ এজন পমুৱাই হেপাই-ফেপাই আহি ভাৰতীক কলে— দোহাই ঈশ্বৰ, ভেৰপমান মানুহ আৰু হাল আৰুকুড়ি লৰমান আহি আপোনাৰ মাটিত হাল জুৰিছে। 'আমি তিনিজনে হাকোতেই

আছিলো। আমাৰ হাল খুলি দি বলে— এই মাটি আমাৰ, তইঁতে যা। তহঁতে আমাৰ মানুহখিনি পলাল, মই দৌৰি আহি বাতৰিটি দিলো আৰু মানুহ গৈয়ে আছে কিন্তু বাতৰিটি দিয়েই কিষাণ আলীয়ে ইফালে-সিফালে চালে আৰু একো কথা নকৈ ভাৰতীৰ পিছফালৰ বাৰীয়েদি ভিৰাই লৰ মাৰিলে।

হোকাৰ নলীডাল ভাৰতীৰ মুখতে থাকিল। হুপিবলৈকে পাহৰিলে। এনেদৰে কিমান সময় বহি আছিল ভাৰতীয়ে কণ নোৱাৰিলে। শাস্ত্ৰী আৰু পণ্ডিত অহাতহে ভাৰতী চক্ খাই উঠিল। ভাৰতীৰ মুখত মাত-বোল নাই। শাস্ত্ৰীয়ে আৰম্ভ কৰিলে— কি শুনিলো, কলিতাকুছি, হিদলাগুৰি, বামুণপাৰাৰ মাটিত বোলে ভৰি পৰিছে? ভাৰতীৰ মুখত মাত নাই। পণ্ডিতে কলে— ধৰি ললো মাটি নাপিতহঁতৰ, কিন্তু কছাৰী, কলিতা, কেওঁট তহঁতৰ হল কি? আৰু শুনিছে, বতি শৰ্ম্মাঃ শশী শৰ্ম্মাও বোলে গৈছে।

—সিহঁতে তলে তলে ইমান মানুহ আৰু হাল যোগাৰ কৰিছে। অথচ গম নাপাওঁ, আপুনি পুলিচক কিবা খবৰ-চৰৰ দিয়ালে নে? এইবাৰ ভাৰতীৰ মুখত মাত ফুটিল— গম্ভীৰ ভাবে কলে— এওঁলোকক মঞে হাল বাব দিছো আৰু মঞে পুলিচক খবৰ দিম। অন্যায় নহব জানো?

—মানে? পণ্ডিত আৰু শাস্ত্ৰীয়ে তৰ্ধা লাগি ভাৰতীৰ পিনে চাই থাকিল।

—মানে আৰু কি? আন আন বছৰত পয়ৰাসকলে মাটি খাই-ছিল, খাব দিছিলো, এইবাৰ যেনিবা এওঁলোকক দিলো। মইতো নিজে হালৰ মুঠিত নধৰো, আনেহে মোৰ মাটিত হালবাই খেতি কৰে। এইবাৰো কৰিছে? মই হলো আধিয়াৰ মালিক। আগিয়া চিন নহলে আদালত মুখে যাম, যদি শক্তি আছে নিজে কাটি আনিম। এইটো এটা মামুলী কথা।

প্ৰসন্ন কুমাৰ চৌধুৰী মৌজাদাৰ, বিনোদ শৰ্ম্মা আৰু ভদ্ৰেশ্বৰ মণ্ডল আহি ওলালহি। তেওঁলোকক দেখিয়েই ভাৰতীয়ে কলে—বহকচোন, অ' যেনেগু তামাখু আন আৰু চাহ কৰ। বিনোদ শৰ্ম্মাই মাত দি প্ৰভুক আজি আনন্দিত দেখিছো।

—নিৰানন্দ কোন দিনা দেখিছাহে? আনন্দত আছো বাবেই

তিনিকুড়ি বছৰতো .ডেৰকুড়ি বছৰীয়া ডেকাটো যেন হৈ আছো ।

মৌজাদাৰে গহীন ভাবে— 'পিছে ব্যৱস্থা কৰিছে নে ?' ভাৰতীয়ে মাত দিব মৌপাওঁতে ভাৰতিয়ে দুৰ্ব্বল মানুহেহে আশ্ৰয় বিচাৰে । আমিতো দুৰ্ব্বল নহওঁ— আমি আজি হালৰ ৰাইজ মাতিছো । গতিকে প্ৰভুৰ আজি আনন্দ হবৰ কথাই ।'

—মই হলে একো বুজা নাই । মাটি সিহঁতে দখল কৰিলেই

—কোন সিহঁত ? অ' বীৰেন শীল । বীৰেন শীলক মই ৰাবলৈ দিছোহে । সি মোক আধিয়া দিব ।

—আৰু যদি নিদিয়ে

--তাৰ ব্যৱস্থা পিচত হব । ভাৰতীৰ কথাত কবিৰাজে মাত দি 'আজি কালি বোলে কিবা আইন হৈছে, নাঙল যাৰ মাটি তাৰ ।'

– আইনতো হোৱাত বহু আইনেই হৈছে । পিছে সেইবোৰ আইন কিতাপৰ পাততহে হৈছে, কামত হোৱা নাই । গুণগোবিন্দ ভাৰতীক আইন-চাইনৰ কথা নকব । সি এই বিষয়ে সব ঠিক কৰি থৈছে কবিৰাজ ।'

—হলেও এখন ৰাইজ

—দহখন ৰাইজ হওঁক, সময়ত দেখা যাব । বেলেগু চাহ হল নে নাই ?

সাত গিলাচ চাহ আহিল । চাহ খাই খাই ভাৰতীয়ে কলে— ৰাইজে এতিয়া মোক অহা মহাসমৰত জয়যুক্ত কৰক ।

—মহাসমৰ মানে ?

—কিয় শুনা নাই । প্ৰভু মেম্বাৰত উঠিব' শাস্ত্ৰীৰ কথাত বিনোদ শৰ্ম্মাই আচৰিত হৈ— হয় নে ? উঠিলেই জয় । প্ৰভুৰ বিপক্ষে শিলিখা-গুৰি মৌজাত কোন দাবাব ।'

—বিপক্ষে ঠিয় হৈ বহিব পাৰিব ।

—আপোনালোকে এই বিষয়েহে যত্নপৰ হওঁক । ভাৰতীৰ কথাত সকলোৱে হয়ভৰ দি— আপোনাৰ জয় অনিবাৰ্য্য ।'

● ● ● ●

শিলিলাগুৰি মৌজাৰ শৰা লোকেলবৰ্ডৰ মেম্বাৰৰ প্ৰাৰ্থীৰ বিজাৰি আৰু মন্ত্ৰী সংক্ৰান্ত বিষয়ক আলোচনা কৰিবলৈ ভাৰতীয়ে গুৱাহাটী পালেহি ।

প্ৰথমতে হৰগোবিন্দ ভাৰতীৰ তালৈ গৈ— ডেৰশ বিঘা জমীত কেইজনমান উদ্ধত ডেকা বিশেষকৈ বীৰেন আৰু হৰেন বড়োই দখল কৰাৰ বাতৰি দিলে ? মাটি ডৰা যি কোনো প্ৰকাৰে ৰক্ষা কৰাৰ উপায় বিচাৰি ভাৰতীয়ে কলে— মই বীৰেনক ঠিক লগাব পাৰো। কিন্তু হৰেন বড়োই জঞ্জালখন লগাই মস্কিলত পেলালে। তাতে আৰু এটা মন কৰিছনে, এইবাৰ লোকেলবৰ্ডৰ মেম্বাৰত উঠিব খুজিছো' মোৰ উঠাৰ ইচ্ছা নাছিল কিন্তু বাইজে নেৰে। এই কাৰণেহে !' ইমান সময় উকীল হৰগোবিন্দ ভাৰতী মনে মনে আছিল— লাহে লাহে তেওঁ আৰম্ভ কৰিলে— 'মই সেই মাটি খাগলৈ নেযাওঁ, আৰু কোনোবা কাহানি ল'ৰাইঁতো যাব যে আশা কৰিব নোৱাৰি। পাৰিলে তুমি ৰক্ষা কৰা, নোৱাৰিলে এৰি দিয়া।

— ডি, চি, অফিচত দৰখাস্ত এখনকে দিওঁ

—সৰ্ব্বনাশ হব, তেতিয়াহলে সিহঁতৰ দখল প্ৰমাণ হব— আৰু অলপ ভাবি-চিন্তি উকীল ভাৰতীয়ে কলে সিহঁতৰ লগত মিতমাত কৰাই ভাল দেখো। প্ৰকৃততে সেই মাটি সিহঁতৰহে। আমি সিহঁতক প্ৰৱঞ্চনা কৰিছোঁ।' এতিয়া দিনবোৰ সলনি হল, মানুহবোৰ শিক্ষিত হল, চকু মেল খালে, বেদ-বেদান্তৰ কথা জনা হল, ঠগ-প্ৰৱঞ্চনাৰ দিন উকলিল।

—নাপিতইঁতৰ মাটি কিন্তু কলিতা, কোচ, কেওঁট মখাৰ হ'ল কি ?

—সেইটো তোমাৰ দোষ। ডকাইতি সংক্ৰান্তত সিহঁতক সাঙুৰি দিয়াত তোমাক বেয়া পোৱাতো স্বাভাৱিক। আৰু এই পমুৱাবোৰক আশ্ৰয় দিয়াত মৌজাদাৰ আৰু তোমাক বাইজে বেয়া পাইছে। মোৰ বোধেৰে মেম্বাৰত নুঠাই শ্ৰেয়। ভোট জানো পাবা।

—মৌজাদাৰে মোক সমৰ্থন কৰিছে, তাৰোপৰি পাঁচ গাঁৱৰ বামুণ সমাজৰ মই সভাপতি আৰু জুৰিব মেম্বাৰ। মোৰ জয় অনিবাৰ্য্য। ভাৰতীৰ কথা শুনি উকীলে পেটে পেটে হাঁহিলে আৰু কলে—

—মোক বগাবাম দোকানীয়ে কৈছে, হাল বাওতে বোলে শশ মানুহ। ইয়াৰ দ্বাৰা বুজা যায়, তোমাক এইবোৰ মানুহে বেয়া পায়। আজি কালিৰ যুগ বৰ বেয়া। যিমান পাৰা যায়, সহনশীল হোৱা আৱশ্যক। হয়তো তোটৰ বলত জয় হবা, সেইবুলি তোমাক যে সকলোৱে ভাল পায়, এইটো

স্বতঃসিদ্ধ বুলি ধৰি লোৱা উচিত নহ'ব।

ভাৰতীয়ে ভাবিলে আৰু যদি আলোচনাত আগবঢ়া যায় হৰগোবিন্দ উকীলে আৰু মুখ খুলিব। গতিকে গুণগোবিন্দ ভাৰতীয়ে কাম থকা বুলি তাৰপৰা উঠিল। প্ৰকাশ নকৰিলে যদিও মনে মনে কৈ উঠিল- উকীল উকীলেই। ভাল দিহা-পৰামৰ্শ নিদিয়ে। আনৰ উন্নতি হোৱা দেখিব নোৱাৰে। পইচা দিয়া উকীলেহে ভাল পৰামৰ্শ দিয়ে। বিনা পইচাই ওকালতি কৰিব লাগে বুলি ই মোক হতাশ কৰিবৰ চেষ্টা কৰিছে।

* * * *

পিছ পৰা অঞ্চলটোৰ উন্নয়নমূলক কাম কৰাৰ মানসেৰে শঙ্কৰ সেৱা সংঘৰ কেইজন মান প্ৰচাৰকে কিছু আঁচনিও হাতত লৈছিল। তাৰে ভিতৰৰে প্ৰাথমিক বিদ্যালয় এখন স্থাপন-কাৰ্য্য হৈ গ'ল। এই প্ৰাথমিক বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ পদত শ্ৰীশৰৎ শৰ্ম্মা নিযুক্ত হ'ল। মুষ্টি ভিক্ষাৰ পৰা পোৱা চাউলেৰে এই বিদ্যালয় চলি থাকিল।

হিদলাগুৰিত আংশিকৰূপে প্ৰাথমিক চিকিৎসালয় এখনিও সংঘই আৰম্ভ কৰিলে। কলেৰা, হাইজা, বসন্তৰ বাবে হোমিওপ্যাথিক আৰু মেলেৰীয়া জ্বৰৰ বাবে কুইনাইন আদি কম দামৰ ঔষধেৰে চিকিৎসাৰ ব্যৱস্থা কৰিলে। বামুণপাৰাৰ পৰা কলিতাপাৰয়েদি এটা আলিবাট দিয়াৰবড়ীলৈ নিৰ্ম্মাণ কৰাৰ আলোচনা চলি আছিল। ভবিষ্যতে এই আলিটো গৈ বস্তিয়াত সংযোগ হ'ব। এই বিষয়ে বহল ভাবে আলোচনা কৰিবলৈ কলিতা পাৰাৰ প্ৰাথমিক বিদ্যালয় প্ৰাঙ্গনত এখন সভা বহিল।

শঙ্কৰ সেৱা সংঘৰ প্ৰচাৰক ভোকেশ্বৰ শইকীয়াই সভাৰ ব্যাখ্যা প্ৰসঙ্গতে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ চমু জীৱনী দাঙি ধৰি কলে— সমবেত সুধীবৃন্দ, প্ৰায় পাঁচশ বছৰ আগেয়ে, গাৰো, ভোট, মিৰি-মিছিমি আদি অসমৰ জনজাতীয় আৰু পিছ পৰা জাতিবোৰৰ উন্নতিকল্পে মহাপুৰুষ শঙ্কৰদেৱে, সমাজ সংগঠন কৰিছিল।

অসমৰ গাঁৱে-ভূঁএে, পৰ্ব্বতে-পাহাৰে অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ ভেটি স্থাপন কৰিছিল। ভাওনা আদিৰে অসমীয়া জাতিক সজীৱিত কৰি তুলিছিল। মহাপুৰুষ শঙ্কৰদেৱে আৰু অসমীয়া জাতিক এটা অৱেদ্য

সম্বন্ধ। তেখেতে কৈ যোৱা—

গাড়ো ভোট যৱনে হৰি নাম লয়,
হেনয় হৰিৰ নাম সজ্জনে নিন্দয়'

গাড়োৰ গোবিন্দ আতৈ, যৱনৰ শ্ৰীহৰি আতৈ, নগাৰ নৰোত্তম আতৈ তাৰ সাক্ষী? তেখেতে আৰু সহজ সৰল ভাষাত কৈ গৈছে— কুকুৰ, শৃগাল, গৰ্দ্দভৰো আত্মা ৰাম, জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।

মহাপুৰুষৰ মহা প্ৰয়াণৰ পিছত এই সনাতন ধৰ্ম্মত কেৰোণ সোমাল। মহাপুৰুষৰ সকলো আঁচনি আৰু কাম নামঘৰৰ চৌহদতে আৱদ্ধ থাকিল। সাধু মহন্ত গোঁসাইসকলৰ আওঁকাণ আৰু অৱহেলাৰ কাৰণে অসমৰ পৰ্ব্বত পাহাৰৰ কথা দূৰতে থাকক আমাৰ গাতে গা লগাই থকা বড়ো কছাৰী-সকলক এদিনৰ কাৰণেও বা-বাতৰি নললে। কিন্তু মহাপুৰুষে তাহানিয়ে অকা, দফলা, পাতকাই পাহাৰলৈ গৈ সত্ৰ স্থাপন কৰিছিল। আজিও এই অঞ্চল সমূহত সত্ৰবোৰ দেখিবলৈ পোৱা যায়। পাচশ বছৰে এইবোৰ ঠাইলৈ আমাৰ কাৰো চকু নপৰিল।

আমাৰ শাসকবৰ্গই এই সুযোগৰ আলম লৈ অসমৰ পাহাৰী ভাইসকলৰ মাজত খৃষ্টান ধৰ্ম্ম প্ৰচাৰ কৰাৰ উপৰিও অসমীয়া ভাষাকো এইবোৰ ঠাইৰ পৰা নিৰ্ম্মূল কৰাৰ ষড়যন্ত্ৰ কৰিছে। আমাৰ অৱহেলা আৰু দোষৰ বাবে এনে দুৰ্ভাগ্যৰ সন্মুখীন হৈছোহঁক।

এতিয়াও সময় আছে, সিবিলাকলৈ স্মৰণ কৰি হিয়া ভৰা মৰম দিব জানিলে, অন্তৰেৰে ভাল পালে, ন্যায্য আসনত স্থান দিলে, আমাৰ ঘৰৰ লৰা, আমাৰ ঘৰলৈ উভতি আহিব, যাব কলৈ। 'চৰাই যিমান ওপৰলৈ উৰক, সি বাঁহটো কেতিয়াও নেপাহৰে।' অনুন্নত পিছপৰা জাতি সকলো অসমবাসী। অসমৰ বুকুতে থাকি অসমৰ উন্নতি সাধন কৰিব।

ধৰ্ম্মৰ দিশটো এৰি সমাজ সংগঠক শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আদৰ্শ জীয়াই ৰাখিবলৈ আমি আপোনালোকৰ এই পিছপৰা ঠাইলৈ উধাতু খাই লৰি আহিছো। সুদা হাতেৰেহে আহিছো, কিয়নো আমাৰ ধন নাই— আছে মৰম অন্তৰ আৰু মহাপুৰুষৰ আশীৰ্ব্বাদ। খৃষ্টান ধৰ্ম্মৰ প্ৰচাৰকসকলৰ দৰে আমি লদাপলতি সোণ আনিব পৰা নাই বা টকাৰ মোণাও লগত লৈ

অহা নাই, আপোনালোকৰ ওচৰলৈ সহায়, সহযোগ আৰু শ্ৰমদানৰ জোলোঙা লৈ আহিছো।

আমি আপোনালোকৰ সুধীবৃন্দৰ সহায়ত আৰু ডেকা বন্ধুসকলৰ উদ্যোগত এখন পাঠশালা আৰু অতি সাধাৰণ চিকিৎসালয় এখন স্থাপন কৰিছো। আজি সমবেত হৈছোহি— বামুণপাবাৰ পৰা দিয়াৰবৰ্ত্তীলৈ এই পথছোৱা নিৰ্মাণৰ বাবে। ইয়াত যথেষ্ট শক্তি আৰু সহযোগৰ আৱশ্যক হব। গতিকে প্ৰতিজন সুধীয়ে ত্যাগৰ ভাব লৈ এই মহান উদ্দেশ্য সফল কৰাত উদ্যোক্তাসকলক উৎসাহিত কৰিব।

উপস্থিত ৰাইজে বৰ আনন্দ পালে। দুই চাৰিজনে কোৱাকুই কৰিলে— আমি এই বিলাক জানাই নাছিলো ভাই। বৰ ভাল কথা হব। বাৰিষা মূৰত গামোছা বান্ধি ঘোৰাতো আৰু বন্ধ হব। মই হলে এদিন কিয় দহদিন কোদাল মাৰিম ভাই। ভেকোৰাম গাওঁবুঢ়াই গদ্‌গদ্‌ স্বৰে কলে— আমি সকলোৱে আপোনাৰ কথাত হয়ভৰ দিছো। আমাক ৰাস্তা লাগে। সকলোৱে হাত চাপৰি বজালে।

আলিবাট লাগে বুলি সভাই প্ৰস্তাৱ ললে আৰু এখন কাৰ্য্যকৰী কমিটিও গঠন কৰিলে। সভাপতি সৰ্ব্বেশ্বৰ বসুমতাৰী, যুটীয়া সম্পাদক হৰেন বড়ো, বীৰেন শীল। প্ৰতি গাঁৱৰ পৰা দুজনকৈ সদস্যও ললে। কিন্তু সভাত ভাৰতী আৰু শাস্ত্ৰী, কাকতি আদি কবি উপস্থিত নথকাত সমজুৱাই প্ৰসন্ন কুমাৰ চৌধুৰী আৰু ভাৰতীক পৰামৰ্শদাতা হিচাবে কাৰ্য্যনিৰ্ব্বাহকত সোমাই ললে। সভাপতি সৰ্ব্বেশ্বৰ বসুমতাৰী সৈনিক আছিল। চাকৰি ইস্তফা দি খেতি-বাতি কৰিছে আৰু মেলদৰবাৰত যোগদান কৰে। হৃষ্টপুষ্ট স্বাস্থ্যৱান, নিৰ্ভীক আৰু দেশ-বিদেশ ঘুৰি অভিজ্ঞতা অৰ্জ্জন কৰা মানুহ।

পূৰাদমে আলিবাটৰ কাম আৰম্ভ হ'ল। নিতৌ বাতিপুৱা ডেকা সকলে আৰু গধূলি বয়সীয়াসকলে এঘণ্টাকৈ কোদাল মাৰে। এনেদৰে আলিবাট আহি কলিতাপাৰা পালেহি।

• • • •

দেখিছা, বেটাইতৰ কাণ্ড। আমাক মানুহ বুলি গণ্যকেনকৰিছে।

শাস্ত্ৰীৰ কথাত কবিৰাজে মাত দি— পৰহি হৰেন আৰু বীৰেন বোলে আমাৰ ইয়ালৈ আহিছিল। কবিৰাজৰ কথাত ভাৰতীয়ে হোকাৰ পৰা মুখ এৰি উপৰাই—'আহ বৰডেকা ভোজ খাবলৈ যাওঁ, তেনেকৈ মাতিলে তুমি যাব পাৰা কবিৰাজ, ভাৰতী তেনে নহয়। মঠ লাগে, মন্দিৰ লাগে, কিবা স্কুল লাগে, আছো নহয়। আমাক সুধিব লাগিব, দিহা-পৰামৰ্শ আমিহে দিম।' কবিৰাজে লাহেকৈ— 'সভাত নাথাকোতে আপোনাক উপদেষ্টাৰ বাবখন দিছে, উপস্থিত থকাহেঁতেন মুখ্যবিষয়খন মানে সভাপতিকে পাতিলে হৈ।' 'কথা হল ভয় খাইছে। তুমি নাজানা কবিৰাজ। ভয়তে সিহঁতৰ ভগৰন্ত কঁপিছে। মূল হল কিবা সংঘ নে কি। সদৰত ভাত নোপোৱা চুৱাপাত চেলেকা শইকীয়ানে কি, তাকহে ধৰিব লাগে।' ভাৰতীৰ কথাত কাকতি পণ্ডিতে মাত দি— প্ৰভুৱে শুনিছে নে নাই, সিহঁতে ভেকোৰামক হাত কৰিবৰ বাবে তাৰ পাকতে বন্ধাও খাইছে। যি কছাৰী সি কছাৰীয়ে, যি বামুণ সি বামুণেই। চাৰিটা জাতি ঈশ্বৰে সৃজন কৰি গৈছে। ইহঁত গুলালহি সৰ্ব্বধৰ্ম্ম সমন্বয় ......' কাকতি পণ্ডিতে মাজতে মাত দি— 'কৰবাৰ পৰা এটা বদমাছ ল'ৰা আহি ৰতিকান্তৰ ঘৰতে আছে। তাক কেন্দ্ৰ কৰি শৰ্ম্মা, হকুৱা আৰু শইকীয়া তাৰ ঘৰৰ পৰা মুঠাই হ'ল। কথা কৰবাতহে শাস্ত্ৰী।

'এতিয়া সিবিলাক আলোচনা এৰক। উপায় চিন্তা কৰক'

'তুমি কি চিন্তা কৰিবাহে। চিন্তা কৰিব কাকতিয়ে। প্ৰথমে তেওঁৰ কঠিয়াতলী দৰা যাব, তাৰ পিছতহে তোমাৰ মোৰ মাটিত প্ৰৱেশ কৰিব।

—'আৰু প্ৰভু বুদ্ধি চাওঁক, আলি বাটটো আৰু এতাঁৰ দক্ষিণেৰে নিলে কাকতিৰ কঠিয়াদৰা বাচি যায়, হিংসামূলক ভাৱে কাকতিৰ একেবাৰে মাটিৰ বুকুয়েদি চিধা কৰিছে' ভদ্ৰেশ্বৰ মণ্ডলৰ কথাত শাস্ত্ৰীয়ে— এটা কথা নহয় প্ৰভু, ডেপুটি কমিছনাৰ চাহাবে জানো অৰ্ডাৰ দিছে। হুকুম দিলেহে আলিবাটৰ বাবে মাটি এৰি দিয়াৰ নিয়ম।' ভদ্ৰেশ্বৰে তৎক্ষণাত মাত দি— 'নিয়ম মতে আলি বাটৰ নক্সা-মেপ আঁকি আমাৰ মাৰফতে এছ, ডি, চি, অফিছত দাখিল কৰিব, তেওঁৰ নাটৰ ওপৰতহে ডি, চি চাহাবে হুকুম দিব। এই বিলাক একো কৰা নাই। ইহঁত মৰিব, চৰকাৰক যদি কোনোবাই ৰিপোৰ্ট কৰে, আলিবাটটো নহয়েই, অপৰাধ বুলিহে গণ্য হ'ব।

—ভেকোৰামৰ মগজুত কি আছে। সি আছে স্বাৰ্থত। মুঠৰ ওপৰত হৰেন, বীৰেনে যি কয়— সেয়ে তাৰ কথা।

* * * *

শঙ্কৰ সেৱা সংঘৰ সম্পাদক, আৰু বীৰেন হৰেনে গাঁৱে গাঁৱে বাতৰি দিলে যে— পৰহি একাদশীৰ হালখতিৰ দিনা বাতিপুৱাই বাইজ আহিব লাগিব। হয়তো কোদাল নহয়তো টুকুৰী এটা আনিব লাগিব। যদি কোনোবা অনুপস্থিত থাকে তেনেহলে পাঁচসিকা জৰিমনা।

সন্ধ্যাৰ লগে লগে চাৰিওফালে এই কথা প্ৰচাৰ হলত; কাকতি আহি ভাৰতীৰ ঘৰত সোমাল আৰু এঘণ্টাজোৰা আলোচনাৰ অন্তত ওলাই গ'ল।

বাতিপুৱা বেলি উঠিছেহে। বাইজৰ দুই-চাৰিজন মানুহ আলি-বাটৰ কামত লাগি পৰিল। হৰিন আৰু বীৰেনে ৰাস্তা জোখ-মাখ কৰাত লাগিল। এনেতে কাকতি পণ্ডিত আহি আগত ঠিয় হ'ল আৰু কলে— 'হেৰা, মোৰ মাটিত এচাৰো নামাৰিবা, ই মোৰ পট্টাৰ জমী— মোৰ পূৰ্ব্ব পুৰুষৰ ভোগ দখলৰ মাটি। দস্তুৰমতে মই খাজানা ভৰি আছোঁ।' পণ্ডিতে কথাখিনি উত্তেজিত হৈ কৈছিল।

পণ্ডিতৰ উত্তেজনা দেখি, হৰেন আৰু বীৰেনে আগবাঢ়ি আহি বিনীত ভাবে কলে— পণ্ডিত বাবু, আপুনি জ্ঞানী, শিক্ষিত। আপুনিয়ে যদি আমাৰ সজ উদ্দেশ্যত বাধা দিয়ে, আমাৰ হোজা অশিক্ষিত মানুহবোৰে কি কৰিব?

—কাকতি পণ্ডিতৰ মাটিখিনি লোৱাই তোমাৰ সৎ উদ্দেশ্য। এনে উদ্দেশ্য সফল নোহোৱাই ভাল।

—আপুনি ভুল বুজিছে পণ্ডিত বাবু, আপোনাৰ এহালিছা মাটিহে যাব কিন্তু এওঁলোকৰ কথা ভাবি চাওঁক একঠা ছকঠা পৰ্য্যন্ত হেলাৰঙে এৰি দিছে।

—বীৰেন বৰ ত্যাগৰ কথা নকবি ইয়াত। ইয়াত তোৰ বাহাদুৰি নেখাটে। তই আলিবাট বান্ধিবলৈ আমাৰ মত লৈছিলি জানো।।

'পণ্ডিত বাবু, এইখন গাজী খোৱা মেল নহয়, আপোনাক যে বুজিব লাগিব,' পৰশুৰাম কলিতা নামৰ ডেকা এজনে মাত দিলে। এনেতে বাইজে

'জয় হৰি বোলা, জয় ৰাম বোলা বুলি হৰিধ্বনি দি কামত লাগি পৰিল। পণ্ডিতে হাত দাঙিছিল, হৰেনে চিঞৰি চিঞৰি কলে— ৰাইজ, খন্তেক ৰব পণ্ডিত বাবুয়ে আমাক কিবা কব খুজিছে— কথাখিনি কৈ হৰেনে পিছ দিছে মাত্র এনেতে পিছফালৰ পৰা বিমল কাকতি বুলি পণ্ডিতৰ ভতিজাক এজনে হৰেনক লাঠিৰে কোব মাৰিলে যদিও পৰশুৰাম কলিতাই কোদালেৰে আগচি ধৰিলে। তথাপি হৰেনৰ মূৰৰ পিছফালে জোৰে আঘাত পোৱাত সি বাগৰি পৰিল। চোচা ললে বীৰেনৰ পিনে। বীৰেনক কোবাইছে এনেতে কছাৰী যুৱক এজনে বিমল কাকতিৰ হাতৰ পৰা লাঠিডাল কাঢ়ি আনি শান্তিৰাম আৰু বিমলক বগৰাই দিলে। ওচৰতে এজোপা বাঁহ আছিল, তাতে লাঠিধাৰী এডল মানুহ ভদ্ৰেশ্বৰ মণ্ডলে সাজু কৰি থৈছিল। চাৰিওফালৰ পৰা আগুৰি ধৰিলে যদিও, ৰাইজ আহি তেতিয়া বহুসংখক গোট খাইছেহি, হৰেন আৰু বীৰেনক মাৰিব নোৱাৰিলে। দুয়োদলৰ মাজত যুদ্ধ আৰম্ভ হ'ল। পণ্ডিত আৰু ভদ্ৰেশ্বৰ মণ্ডল থিতাতে অন্তৰ্দ্ধান হ'ল। দুজন কছাৰী যুৱকৰ সামান্য আঘাত হ'ল যদিও পৰশুৰাম কলিতাক শান্তিৰাম কাকতিয়ে বাৰুকৈয়ে মাৰিলে। আটাইতকৈ বেছি আঘাট পালে পণ্ডিতৰ ভতিজাক বিমল কাকতিয়ে।

কোনোবাই গৈ ভুল বাতৰি দিলে ভেকোৰামক, হৰিনক খুব মাৰিছে বুলি। ভেকোৰাম দৌৰি আহিল। বাটতে পালে পণ্ডিত আৰু মণ্ডলক। মণ্ডল এঘৰত সোমাল, পণ্ডিতে সাৰিব নোৱাৰিলে। বাওহাতেৰে দাঙি লৈ পণ্ডিতক মাটিত একথেকেচা মাৰোতে ভৰিত পৰি সেৱা কৰি, গাওঁবূঢ়া কা, মই মাৰা নাই, মই পলাইহে আহিছো। মোক ৰক্ষা কৰ, জীউৰ বধ দিছো।

কাকতি পণ্ডিতক এৰি ভেকোৰাম ঘটনা স্থলিলৈ দৌৰি গ'ল। দেখে হৰিনৰ অলপ তেজ ওলাইছে। বীৰেনে মূৰত গামোছা এখনেৰে বান্ধি দি আছে। কোদাল হাতে হাতে লৈ ৰাইজ ঠিয় হৈ আছে আৰু বামুণপাৰাৰ ৰাইজে বাধা দিয়াৰ উদ্দেশ্যে থিয় দি আছে। ভেকোৱে এজনৰ পৰা কোদাল কাঢ়ি আনি কলে— কোন আছ আগবাঢ়ি আহ, মই আজি অকলে পণ্ডিতৰ মাটি খান্দি শেষ কৰিম। তাকে দেখি ৰাইজে হাতে হাতে কোব লৈ আলিবাটৰ কামত লাগিল। বামুণপাৰাৰ ৰাইজ আঁতৰি গ'ল।

বিমল কাকতিক পাচিত ভৰাই আস্পাতাললৈ লৈ গ'ল। ভাৰতীও

বহি থকা নাই। কাজিয়া লাগো নেলাগো অৱস্থাতে চিঠি এখন দি নলবাৰীৰ পুলিচ থানাত খবৰ দিয়ালে। পুলিচ আহি বীৰেন, হৰেন বড়ো আৰু পৰশুৰাম কলিতাক গ্রেপ্তাৰ কৰিলে।

এদিন পিছতে ভদ্রেশ্বৰ মণ্ডল আৰু কাকতিয়ে কলিতা জাতিৰ মেল আহ্বান কৰিলে। কলিতা জাতিৰ মেল বহিল। মেললৈ কোনোবা আহিল, কোনোবা নাহিল। কাকতি পণ্ডিতে কলে— আমি ক্ষত্রিয়ৰ বংশধৰ। বুৰঞ্জীৰ পাতে পাতে আমাৰ গুণানুকীৰ্ত্তন। সেই ৰামো নাই, অযোধ্যাও নাই। আমাৰ বীৰত্ব কলৈ গ'ল। নহ'লেনো কেইঘৰমান কছাৰীৰ হাতত আমি লাঞ্ছিত হব লাগে নে? ইয়াৰ অন্যতম কাৰণ হ'ল— আমাৰ একতা নাই। সময় আহি উপস্থিত হৈছে, আমি এডাল জৰীৰে বান্ধ খাওঁহক— দেখিব আমাৰ শক্তি।

দুখু ঠিয় হ'ল। আমি মুকখমতি মানুহ, মেলত আমাৰ ..থা কোৱাৰ অভ্যাস নাই। কাকতি আমাৰ জাতিৰ ডাঙৰ মানুহ। তেখেতে কাজিয়াত যোগ দিয়াতো বৰ দুখৰ বিষয়। বৰং তেখেতে আমাৰ দৰে অজ্ঞানবিলাকক হাকহে দিব লাগে। গতিকে আৰু যাতে আমাৰ মাজত কাজিয়া-পেচাল নহয়, আমি সকলোৱে চেষ্টা কৰা উচিত। আলি বাটতোৰে কছাৰীসকলেই হে যাব এনে নহয়। আমি কলিতা জাতিৰ মানুহো যাম।

আন এজন আদহীয়া মানুহ ঠিয় হ'ল। এওঁৰ নাম কৃষ্ণকান্ত ডেকা। তেওঁ কলে— দুখু ককাই সঁচা কথা কৈছে। আমাক একতা লাগে। কিন্তু এই একতা ভালৰ কাৰণেহে লাগে। আমি ভাবিছো ইয়াৰ ভিতৰত কিবা বেলেগ কাৰণ থাকিব পাৰে।

ভদ্রেশ্বৰ মণ্ডলে কথাটো জটিল কৰিবৰ কাৰণে উঠি আৰম্ভ কৰিলে— ভিতৰুৱা কাৰণ হ'ল হিংসা। ৰাস্তাটো আৰু অলপ দক্ষিণেৰে গলে কাকতি দাদাৰ মাটি নপৰে। আৰু নিয়ম মতে চৰকাৰে এই আলিবাট বান্ধিবৰ বাবে অনুমতি দিছে জানো?

মণ্ডলৰ কথাৰ উত্তৰ দি ডেকা উত্তম ঠাকুৰীয়াই কলে— ইয়াত কু-অভিসন্ধি আছে। কাজিয়াখন লগাই দি পণ্ডিত আৰু মণ্ডল পলাল কিয়? যদি নিজল কাকতিক মাৰি শেষ কৰি দিলেহেঁতেন? দুটা দলৰ কাজিয়া

কম বেচি মাৰ-ধৰ হবই। জনাবুজা মানুহে ভাঙি দিবহে লাগে। ৰাস্তাতো আৰু অলপ দক্ষিণে নালাগে গোটেই দক্ষিণেদি গলেও আমাৰ ৰাইজৰহে মাটি যাব, কিবা চৰকাৰৰ যাব নে? কছাৰীবোৰক কিয় দোষ দিছে। পৰশু কলিতা কিবা কছাৰী নে? ডেকা ল'ৰাৰ ভিতৰত আমাৰ ল'ৰাই দেখোন বেছি সংখ্যক।

জাউৰীয়ে জাউৰীয়ে হাত চাপৰি পৰিল। এইবাৰ আকৌ দুখু উঠিল— "আমি সদায় ইয়াতে থাকিব লাগিব। আতা, পিতামহৰ দিনৰ পৰাই কোছ, কেওঁত, কলিতা, বামুণ, নাপিত, কছাৰী মিলিজুলি আছোহঁক আৰু থাকিমো। এখন পথাৰত আমি গৰু চৰাও, এটা নদীত একেটা ঘাটতে পানী খাওঁ। ৰাতিপুৱালেই মুখ দেখা-দেখি হয়। এনেস্থলত কাজিয়া কৰো কেনেকৈ? মিলা-প্ৰীতিৰে থকাৰ উপায় উলিয়াওঁক।

এনেবোৰ কথা শুনি কমল কাকতি, পণ্ডিত আৰু ভদ্ৰেশ্বৰ মেলৰ পৰা উঠি গ'ল আৰু ভাৰতীৰ ঘৰত সোমাই গোপন আলোচনা কৰিলে। পুৱাৰ গাড়ীত ভাৰতী আৰু কাকতি গুৱাহাটী মুৱা হ'ল। ডেপুটি কমিছনাৰ ৱাটাৰব্ৰেক লগ ধৰিবৰ বাবে। আশুতোষ ব্যানাৰ্জী উকীলক লগ ধৰি এখন আবেদন কৰিলে। আবেদন খনত লিখা আছিল—

শিলিখাগুৰি মৌজাত ভীষণ অশান্তি। আলিবাট এটা বন্ধাৰ সূত্ৰ-ধৰি এক ষড়যন্ত্ৰকাৰীয়ে বিভেদ সৃষ্টি কৰিছে। যোৱা ১৮ ফাগুনৰ দিনা দুই দলৰ মাজত ভীষণ সংঘৰ্ষ হয়। চাৰিজনমান সাংঘাটিকৰূপে জখম হয়। তেওঁলোক এতিয়াও হাস্পাতালতে আছে। গতিকে দয়ালু ডেপুটি কমিছনাৰ চাহেবে, আলিবাটৰ কাম বন্ধ ৰাখি— তাত আইনৰ ধাৰা প্ৰয়োগ কৰি বিহিত ব্যৱস্থা কৰক।

কছাৰী যুৱকসকল উদ্ধত। আইন শৃঙ্খলা, আদালত কাছাৰী চৰকাৰৰ একোকে নামানে। মাত্ৰ ৰঙা টুপী পিন্ধা পুলিচকহে ভয় কৰে— মহোদয়ক প্ৰাৰ্থনা— যাতে আলিবাটত পুলিচ পহৰাৰ ব্যৱস্থা কৰে, নহলে বহুতো মানুহৰ প্ৰাণনাশৰ আশঙ্কা আছে……

উকীলে আবেদনৰ কথাখিনি ইংৰাজী ভাষাৰে চাহাবক বুজাই দিলত চাহাবে বিশেষ একো নিলিখি মাত্ৰ লিখিলে— 'অ' চি নলবাৰী চ্ৰৈক

বাতি কলিতা জাতিব সন্তান একো নহ'ল। পুৱা কেইজনমান ডেকা আৰু ছুখু গৈ ভেকোবামৰ ঘৰত উপস্থিত হ'ল। ভেকোবাম কাঠিতে বহি বাহবন কৰি আছিল। ছুখুক দেখি— বহা, বহা ছুখু, অ' ল'বাইঁতো আহিছে বহ, এইবুলি কাণুনাব হতুৱাই চাবি পাবি দিয়ালে। আটাই কেইজন বহিল। ছুখুৱে ভয়ে ভয়ে কথাটো উলিয়ালে— খুৰা, হ'ল কি, কোনো দিনে নোহোৱা-নোপোজা কথা-কাণ্ড ঘটিল? বব গুৰু গম্ভীব ভাবে ভেকোৱে কলে— কি হ'ল, একো হোৱা নাই। হবিন আৰু বীবেনক প্ৰাণে মবাব কথা আছিল, নোৱাবিলে। জন্ম দিয়াত যাব অধিকাব নাই, মৃত্যুতো তাব অধিকাব নাই। তাক নি জেলত থৈছে, সি যদি মানুহ হয়, মানুহৰ দৰে কাম কৰিব। তাব মুখটো কালিছে, ফালক। সক ল'বা-ছোৱালী থপচ থপচকৈ পৰে, কান্দি কান্দি আৰু ঠিয় হয়। আপদাৰ কৰিলে আৰু কান্দোন বাঢ়েহে। মই মুঠেও খবব লোৱা নাই। ছুখু, সিদিনা বব ভুল হব ধৰিছিল দিয়া, কাকতিক ধৰিছিলো আৰু এক আফাল মাৰিলে শেষেই হয়। তোমালোকৰ ভনীয়া পলাই ভালেই কৰিলে নহলে······। ভেকোৱে কথা বন্ধ কৰিলে, ডেকা কেইজন আৰু ছুখুও মনে মনে বহি আছিল—। ভেকোবামে আৰু আবম্ভ কৰিলে— কিবা বোলে কলিতাব সমাজ পাতিলা তোমালোকে? আমাৰ সেইবোৰ নাই। হথাৎ ভেকো উত্তেজিত হৈ উঠি— 'ছুখু, তোমালোকৰ কিমান কলিতাৰ মানুহ আছে, কালি বিলব পাবলৈ আহিবলৈ দিবা। মই অকলে যাম, মাত্ৰ কাণুনা থাকিব লাঠি দিয়া হৈ। এদিনৰ কাৰণে দেখুৱাই দিওঁ শক্তিব পৰিচয়। কিন্তু বাহব জলত চোবব দৰে চুপি থাকি নামাবো। জানা, সিদিনা বাজি হৰিন আৰু বীবেনক প্ৰাণে মাৰিবলৈ ভাবতীব চ'বাত তোমালোকৰ ভনীয়া, শাস্ত্ৰী, কাকতিহঁতে ফুচফুচাই মেল পাতিছে। হবিনব হাতত লাঠি এডাল দি প্ৰমাণ চাব পাৰিলে হৈ, বাপেকৰ বেটাই দেখুৱাই দিলেহেঁতেন।

ছুখু, সিহঁতব ভাগ্য ভাল। মই থকা হলে কিমান সাজি কৰিব লাগিলহেঁতেন সবৰ ক্ষেত্ৰত দেখিলাহেঁতেন। এতিয়াও সময় আছে।

"খুৰা, এনে বড়যন্ত্ৰ কৰাব ছু আমি নাপাওঁ— লোৱা হলে মহে

প্ৰথমে বাধা দিলোহঁেতেন। অন্ততঃ আপোনাক আগধৰি জনালোহেঁতেন।

এনে সময়তে বামুণপাৰাৰ গঙ্গাৰাম আৰু গণেশে ভেকোৰ চোতাললৈ ভুমুকি মাৰি চোৱা দেখি দুখৰে মাত দিলে— তহঁত দেখোন, আহ, আহ। সিহঁত দুয়ো আহো নাহো কৰি চোতাল সোমাল। ভেকোৰে ফাগুনাক মাতি— আৰু দুখন চাৰি দে, কোনোবা মৰিল নেকি অ’ দেখোন কান্দো কান্দো লগাইছ? ভয় নাই ক, মই শুনিবৰ কাৰণেই বহি আছোঁ। ভেকোৰ কথাত সাহ পাই গণেশে কলে—দুখুকাই, পৱন কাকা আৰু শান্তিৰাম কলিতাক হিন্দলাগুৰিৰ ৰাইজে বৰ লটি-ঘটি কৰিলে। মূৰ খুৰাই মুখত ছাঁই ঘঁহি দি ভঙা টিং বজাই বজাই শোভাযাত্ৰা কৰি ভাৰতীৰ খৰৰ আগতে থৈ গ’লহি এইমাত্ৰ।

পাষণ্ডহঁতে বৰ বেয়া কাম কৰিলে। ভেকোৰ কথা শুনি সিহঁতে ইটোৱে সিটোৰ মুখলৈ চালে। কাৰো মুখত মাত বোল নাই। ভেকোৰে— দুখু, কুৰু-পাণ্ডৱৰ যুদ্ধ আৰম্ভ হ’ল। সিহঁত ভাই-ককাইহে আছিল বোলে। শকুনিয়ে কুট পাখা খেলিছিল, কৌৰৱ আৰু পাণ্ডৱৰ মাজত। যুদ্ধ লগাই দি ৰং চাইছিল। তহঁতে এইবোৰ ভালকৈ জান। আমি মূৰুখ। ভেকোৰ কথাত গঙ্গাৰামে মাত দি— ‘আৰু এটা ডাঙৰ খবৰ আছে, আজি দোক্‌মোকালিতে পমুৱাৰ দ্বাৰাই ভাৰতীয়ে বীৰেনহঁতে কৰা খেতিবোৰ কাটি নিয়াইছে।

ভেকোৰে তৎক্ষণাত কলে— দুখু, এতিয়া বুজিলি ওৰহীৰ ওৰ ক’ত? ই সকলো শকুনিৰ কাণ্ড। পুলিচৰ হতুৱাই বীৰেনক ধৰি নিয়ালে আৰু এই সুযোগতে তাৰ কাম হাচিল কৰিলে। লাভ কাৰ হ’ল? ধান নিজাৰ যোৱাই নাই। একেবাৰে কুমলীয়া ধান। লাভ নহল পমুৱাহঁতৰ। নহল নাপিতনাজলৰ। মাজতে ভাৰতীৰ জেদ পূৰণ হ’ল।

আটাই কেইজন নিমাত হৈ বহি আছিল। মেৰ্গাই মাজে মাজে দুই-এচিলম ধপাত দি গৈছিলহি। ভেকোৰে কলে— যুদ্ধ আৰু এখন হ’ব। ভেকাইত তহঁতে গুণগোবিন্দক ঠিক কৰ। নহলে ইয়াত শান্তি হ’বই নোৱাৰে। মই এদিনতে ঠিক কৰিব পাৰো। তহঁতৰ বামুণ কাৰণেহে…

আটাইকেইজন উঠিল। মুখবোৰ শেঁতা পৰা। ইকালে সিকালে

চাই এখোজ দুখোজ কৰি আগ বাঢ়েছে, ডেকোৰামে কলে— ডেকাইত, ভয় খাইছ ! ডেকোৰ ৰাজ্যত কাৰো ভয় নাই । মোৰ কথা কৰি, তহঁতক বাট এৰ দিব । সিহঁত গ'ল কিন্তু কাৰো মুখত মাত-বোল নাই । পৰেশে কলে— 'এৰ বীৰ মানুহ অ'।

—মোৰ এনে হৈছিল— তাক সেৱা কৰিবলৈ মন গৈছিল ।

—প্ৰকৃত বীৰ পুৰুষৰ ধৈৰ্য্য অসীম । দুখুৱে মাজতে মাত দিলে।

—পৰেশ, তহঁতে ইপিনে আহা বুলি ঘৰত হাহাঁকাৰ । আমাক খবৰ কৰিবলৈ পঠাই দিলে । কছাৰীপাৰাত সোমাইহে মনত পৰিল, যদি কঠীৰামহঁতৰ দৰে আমাৰো হয় ? গঙ্গাৰ কথাত জগতে মাত দি—

—সেই কাৰণে মই মতা নাই ভাই । উঠি নহালেকে মোৰ জীউ নাছিলেই ।

দুখুৱে কলে— 'ল'ৰাহঁত, ভাৰতীয়ে ধান কাটি অনালে যেতিয়া কাজিয়া আৰু হব । এতিয়া কোন মৰে কোন থাকে ?

* * * *

গুৱাহাটীৰ পৰা ভাৰতীহঁত আহি বাহিৰে বাহিৰে নলবাৰীৰ থানাত সোমাল আৰু ভাৰপ্ৰাপ্ত বিষয়া বৃকোদৰ হাজৰিকাৰ হাতত আবেদন খন দিবলৈ ভিতৰলৈ গ'ল । ভাৰতীয়ে কাগজখন দি— দেখিছে, হাজৰিকা হাতে হাতে লিখি আনিলো । চাহাবৰ গা ভাল নহয়, আজি কাছাৰীলৈ অহাই নাই । গলো ঘৰলৈ — মই যোৱা শুনি চাহাব উধাতু খাই লৰি আহিল । ঘটনাটো আদিৰ পৰা অন্তলৈ ভাঙি কলো— শুনিয়ে আপোনাক খং কৰি নলবাৰী থানাৰ অ, চিয়ে, কি কৰিছে ? কথা শুনি বৃকোদৰ হাজৰিকাৰ কঁপনি উঠিল । মোৰ ওপৰত চাহাবে খং কৰিছে ?

ভাৰতীয়ে লাহেকৈ— কৰিছিল, পিছে মৰেই প্ৰশংসাসূচক ভাবে আপোনাক বচাই দিলো । হাজৰিকাই আস্ত-ব্যস্ত কৰি— মই কিহপাই প্ৰভু, সাক্ষী বাদী······ ভাৰতীয়ে মাজতে মাত দি— মই কৰিব নোৱাৰা কাম একো নাই হাজৰিকা । আপোনাৰ প্ৰমোচন অনিবাৰ্য্য । আজি চাহাবক আপোনাৰ বিষয়ে খুব কলো । এতিয়া আপোনাৰ কাম আৰম্ভ কৰক । এটা কথা হাজৰিকা, শঙ্কৰ সেৱা সংঘৰ শইকীয়া যে শৰ্মা

ভলন্টিয়াৰজন। চৰকাৰৰ বিৰুদ্ধে কথা কৈ ফুৰে। আজি কালি বোলে কিবা কমিউনিষ্ট পাৰ্টি ওলাইছে তাৰে লেকছাৰ দি ফুৰে সি। সংঘটো কেৱল দেখুৱাবৰ বাবেহে। সিহঁতৰ লগত আৰু এজন চোৰ-তোৰ হব, বণিকান্তৰ ঘৰতে আছে। তাৰ প্ৰতিও নজৰ ৰাখিব। এইবিলাক কথাও মই আটাৰ ক্ৰেই চাহাবক ভাঙি-পাতি কৈছো। চাহাবে আপোনাৰ আগত কৰলৈ কোৱা বাবেহে.........

— এই বেলি মই বেটাহঁতক গৰু সাঙোৰা দি বান্ধি আনিম নহয়!

নলবাৰীৰ অ'চিয়ে নাপিতপাৰা আৰু কলিতাপাৰাৰ প্ৰায় কুড়িজন পাঁশিচজন যুৱকক গ্ৰেপ্তাৰ কৰিলে। পথাৰত হাল বাই থকা অৱস্থাত কেইবাজনো কছাৰী যুৱককো গ্ৰেপ্তাৰ কৰা হ'ল। অঞ্চলটোত সন্ত্ৰাশৰ সৃষ্টি হ'ল। ভয়ত মানুহবোৰ পেপুৱা লাগিল।

থানাৰ ভাৰপ্ৰাপ্ত বিষয়া বৃকোদৰ হাজৰিকাৰ এটা সোণালী সুযোগ মিলিল। গ্ৰেপ্তাৰ কৰিলেই টকা। হাতত হেণ্ডকাপ লগাই চাবি বন্ধ কৰিলেই— আহিল টকা— খুলিলে চাবি। মহাপয়োগৰে ভাৰতীৰ ঘৰত পঠাছাগলী মাৰি ভোজ চলিল।

কলিতাপাৰাৰ পৰা অভিযান গৈ হিদলাগুৰি পালেগৈ। পথাৰতে পাওঁক, ঘৰতে পাওঁক য'তে পাই ত'তে গ্ৰেপ্তাৰ কাৰ্য্য অবাধ গতিত চলি থাকিল। হাইজা কলেৰাৰ ভয়ত পলোৱাৰ দৰে মানুহবোৰ দিহা-দিহি পলাবলৈ ধৰিলে। ঘৰত থাকিল ল'ৰা-তিৰোতাবোৰ। গাঁৱত হাই উকমি হাঁহি-খিকিন্দালি বন্ধ হ'ল? নাম ঘৰত ডবা-কাঁহৰ শব্দও নাইকীয়া হ'ল। সাজ লাগিলে গাঁৱত বাতি হুপৰ হোৱা যেন অনুমান হয়।

ভাৰতীৰ ঘৰত মেল বহিল। এই কেইদিন মেলৰ কোৰ চৰা। কৰি তাজ, শাস্ত্ৰী, মণ্ডল, কাকতিক সম্বোধন কৰি ভাৰতীয়ে কয়— 'মোৰ কথা টিকটো, মই সিহঁতক খেতি কৰিবলৈ দিছিলো। মাটি মোৰ, ধান মোৰ ঘৰলৈহে আহিব— আহিলটো? আৰু এই শংকৰ সংঘ, আজিহাটি ফুল— ধৰিলোৱা শেষেই হেঃ... হেঃ... হেঃ...

# এবাৰ

অশান্তিময় পৰিস্থিতিৰ ভূ পাই সুযোগ সন্ধানী আমেৰিকান বেপ্তিষ্ট মিছনৰ তিনিজন প্ৰচাৰক আহি শিলিখাগুৰি মৌজাৰ কলিতাপাৰা গাঁৱত উপস্থিত হ'ল। এজন আমেৰিকান চাহাব, বাকী দুজনৰ এজন মাদ্ৰাজী আনজন বঙালী চাহাব। কলিতাকুছিলৈ আহি প্ৰথমতে ভেকোৰাম গাওঁবুঢ়াৰ ঘৰত প্ৰৱেশ কৰিলে। হলৌ চোলা পিন্ধা চাহাবক দেখি গাঁৱৰ ল'ৰা-ছোৱালী, বুঢ়া-বেথা, বেটী-বোৱাৰী ভৰি পৰিলহি। এই বিলাক ঠাইৰ মানুহে 'চাহাব' শব্দ এটাৰ কথা শুনিছিলহে, কিন্তু দেখা নাছিল। ভেকোৰ ভয় হল— নিশ্চয় আকৌ এটা কিবা অঘটন ঘটিল।

চাহাবে গৈয়েই ল'ৰা-ছোৱালীবিলাকৰ মাজত দুজন আক বিস্কুট ভগাই দি কলে— তোমালোকে কোৱা জয়— ভগৱান যিশুৰ জয়। এই বোৰ ল'ৰা-ছোৱালী জানে কি। সিহঁতে জয় মানে মহাত্মা গান্ধীকহে জানে। ইটো আকৌ কিহৰ জয় ওলাল। চাহাবে পুনৰ কলে— 'তোমালোকে পুনৰ কোৱা— জয় প্ৰভু যীশুৰ জয়। জয় দিব এৰি ল'ৰা-ছোৱালীবোৰ ভয়তে পলাল।

চাহাবে কলে 'ভেকোৰাম, আজি আমি গধূলি আহিব। তোমাৰ গাঁৱৰ মুখীয়াল আদমীবোৰক লগ পাব লাগে।' চাহাবৰ কথাত ভেকোৱে হাতজোৰ কৰি কলে— ধৰ্ম্ম অৱতাৰ, এক পক্ষীয় বিচাৰ কিয় কৰে, কলিতা জাতিৰ মানুহ খিনিও মাতক, দুয়ো পক্ষৰ বিচাৰ কৰাহে ধৰ্ম্ম। চাহাবে কথাৰ বুজ পাই— 'গাওঁবুঢ়া আমি, তোমালোকৰ কাজিয়াৰ বিচাৰ কৰিবলৈ অহা নাই। মহাপ্ৰভু যীশুৰ বাণী প্ৰচাৰ কৰিবলৈকে আহিছো। পৃথিৱীৰ পৰা হিংসা, পাপ দূৰ কৰিবলৈ হলে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰা। হিন্দু ধৰ্মৰ বামুণবোৰে তোমালোকক বহুতো কষ্ট [illegible]

ঘিণ কৰে, তোমালোকৰ ঘৰত নাখায়।' 'ধৰ্ম্ম অৱতাৰ— এইটো ধৰ্ম্ম বহু দূৰত হব। হিন্দু ধৰ্ম্ম হলে— একেবাৰে আমাৰ ওচৰতে'। গাওঁবুঢ়াৰ কথাত পাদুৰি চাহাবে গাত থপৰিয়াই— গাওঁবুঢ়া, তুমি ভুল বুজিছা তোমালোকৰ সব বড়ো, কছাৰী, গাৰো, খাচী, নগাই আমাৰ ধৰ্ম্ম গ্ৰহণ কৰিছে।

ভেকোৰ ঘৰত মানুহৰ ভীৰ দেখি সৰ্ব্বেশ্বৰ বসুমতাৰীৰ গাৰ কঁপনি উঠিল। আৰু বা কি হল। সৰ্ব্বেশ্বৰ এইফালেদি কৰবালৈ যাব আহিছিল। সৰ্ব্বশ্বেৰক দেখিয়েই ভেকোৱে— 'আহা সৰ্ব্বেশ্বৰ, চাহাবে কি কয় শুনাহি। সৰ্ব্বেশ্বৰ আহিল— চাহাবে সৰ্ব্বেশ্বৰক দেখি— আপোনাৰ নাম কি আছে।

—সৰ্ব্বেশ্বৰ বসুমতাৰী।

—বসুমাতাৰী, পৃথিবীৰ চাৰিটা ধৰ্ম্মৰ ভিতৰত খৃষ্টান ধৰ্ম্ম সৰ্ব্ব প্ৰথম ধৰ্ম্ম। পৃথিবীৰ আটাইতকৈ সৰ্ব্ববৃহৎ ধৰ্ম্ম। হিন্দু ধৰ্ম্ম পথ ভ্ৰষ্ট হৈছে। ইয়াৰ শক্তি দিনে দিনে নাইকীয়া হৈ আহিছে। কিছুদিন পিছত ই পৃথিবীৰ পৰা নাইকীয়া হৈ যাব। অসমৰ পাহাৰ পৰ্ব্বতবোৰত খৃষ্টান ধৰ্ম্ম প্ৰচাৰিত হৈছে। হিন্দু ধৰ্ম্মৰ দৰে এই ধৰ্ম্মত শ্ৰেণী নাই। সকৰৰ, উচ-নীচ নাই, সকলো সমান। হিন্দুৰ বেদ আছে. ভাৰ গৰাকী হল বামুণসকল। মানে চুলেও অপৱিত্ৰ হয়। বামুণসকনৰ ভৰি ধুৱাই পানী খাব লাগে। হিন্দু মানে বামুণীয়া ধৰ্ম্ম।

হিন্দু ধৰ্ম্মত হিংসা বিৰাজমান। মাটিৰ মূৰ্ত্তি সাজি তাৰ আগত হাঁহ-পাৰ, ছাগলী আদি বলি দিয়াটো অন্যায় নহয় জানো? মহান খৃষ্টান ধৰ্ম্মত এই বিলাক নাই। ই সাম্যবাদী ধৰ্ম্ম।

সৰ্ব্বেশ্বৰ বসুমতাৰীয়ে লাহেকৈ মাত দিলে— চাহাব, মুখেৰেহে কৈছা, কাৰ্য্যত কিবা দেখুৱাবানে? আমি ওলোটাহে দেখিছো। পাহাৰৰ অজলা মানুহবোৰক ধৰ্ম্মৰ দোহাই দি তোমালোকে ঠগিছা। বেয়া নেপাবা চাহাব, আনৰ ধৰ্ম্মক নিন্দা কৰিব নাপাই। তুমি ভাল, তোমাৰ ধৰ্ম্ম ভাল— মই বেয়া, মোৰ ধৰ্ম্ম বেয়া বুলি কোৱাটো পাপ, ধৰ্ম্ম বিৰোধী। আমাৰ গুৰু মহাপুৰুষ শঙ্কৰদেৱে কৈ গৈছে— পৰৰ ধৰ্ম্মক নিহিংসিবা কদাচিত।

তোমালোকৰ খৃষ্টান ধৰ্মীয় বাগানৰ চাহাব মালিকসকলৰ পাশৱিক

অত্যাচাৰত থাকিব নোৱাৰি মানুহে গভীৰ অৰণ্যত হিংস্ৰ জন্তুৰ লগত বাস কৰা দৃষ্টান্তও আছে। ইয়াৰ পৰা চাৰি মাইল উত্তৰলৈ যোৱা— চাওতাল গাওঁ এখন পাবা— এইসকল আছিল চাহবাগানৰ বনুৱা। তোমা-লোকৰ অত্যাচাৰত থাকিব নোৱাৰি অৰণ্যত বাস কৰিছেহি। খ্ৰীষ্টান ধৰ্ম্মৰ কেন্দ্ৰস্থলী বিলাতত হেনো ভাৰতীয় মানুহক চাহ দোকানত চাহ, হোটেলত ভাত খাবলৈ নিদিয়া। এয়ে নেকি তোমালোকৰ সাম্যবাদী ধৰ্ম্ম চাহাব, দহ বছৰ মিলিটাৰীত চাকৰি কৰি তোমালোকৰ ধৰ্ম্মৰ কেপ্তান, কামা-ণ্ডাৰৰ তলত থাকি মই স্বয়ং যি ব্যৱহাৰ পাইছো সিয়ে হৈছে। এই বিলাক মুখৰ চলাহি— আন একো নহয়।

চাহাবৰ মুখ কলা পৰিল। ভেকোৱে কলে— 'চাবাইস সংঘৰ সভাপতি,

*　　*　　*　　*

দুখুৰ স্ত্ৰী উষাৰ কেইদিনমানৰ পৰা গা ভাল নহয়। কেকাই-গোথাই জায়েক অঞ্জলাক কলে— মোৰ গা ভাল নহয়, তুমি আইৰ ৰন্ধা বঢ়াৰ যোগাৰখিনি কৰি দিয়া। অঞ্জলীয়ে মুখখন কলা কৰি— মই নোৱাৰো, দৰকাৰ পৰিছে যদি কৰি লব নহয়। মোৰ এসোপা নাই যে কোট-কোট কৰি ইহঁত পোৱালীৰ দৰে আগুৰি ধৰি খাব।

—তেনেহলে তোমাৰ আৰু মণ্ডলৰ চাউল-পানীখিনিকে যোগান ধৰাগৈ। মোৰ স্বামী আৰু ল'ৰা-ছোৱালী কেইটা লঘোনে থাকক।

--তুমি অৰ্ডাৰ দিবৰ কোনহে? এই ঘৰত মোক অৰ্ডাৰ দিব পৰা কোন আছে। খুচি হয় কৰিম, খুচি নহয় নকৰো।

—তই শুই থাক। পাৰো মই চাউল পানী কৰি বাঢ়ি-বাঢ়ি দিম, নোৱাৰো লঘোনে থাকিব। তাই ঘৰ মানুহৰ জীয়ৰী বুলি নেজান হব পায়, হেলাৰ কথা বোধহয় অঞ্জলীয়ে মুগুনিলে। উষা মনে মনে থাকিল।

এদিন ভাত খাই উঠিয়েই অঞ্জলী শোৱাপাটিত পৰিল। উষাই ঠাই মচি মচি কলে— এতিয়া ভেওঁ এবা চুৰাথন মচে কোনে? সে কেইজনীমান বান্দী আনিছিল? পোনচাৰেই উঠি আহি অঞ্জলীয়ে— মোৰ মৌজাদাৰ দেউতাই তোকে বান্দী কৰি দিছিল - বুজিবি আৰু নমজিবি নে?

—মৌজাদাৰ বাবুৰ বা কেইখন মৌজা আছে। লাজ লাগিব

লাগে এনে কথা কবলৈ। থু, থু, তিনি বছৰ হল— আজিলৈ বাপেৰা মায়েৰাই এবাৰ ভৰি থুই দিবলৈ নাহিল। বাপেৰা-মায়েৰাৰ ঘৰ দেখা নেপালি, আমাক দেখিছ, ছিঃ লাজো নাই। অঙ্গুলীয়ে মগুলক শুনাকৈ— 'শুনিছে এতিয়া, তাই কেনেকৈ যুঁজি মৰিছে। মই কলে মূৰৰ বিষ উঠে। হয় যদি কালিয়ে বেলেগ হওঁক। মোৰ নাই কিঃ এহাতৰ পৰিয়াল আছে। মই গুচি যাম……। আপুনি এই সোপাক পুহি মৰক। উৰাই ফেৰ পাতি উঠিছিলহে— হেলাই চকু ঘোপা কৰি চোৱা বাবে মনে মনে থাকিল। কাজিয়াবো অন্ত পৰিল।

ভাদ মাহ। ভৰ বোৱা-বোৱাৰ দিন। দুৰ্ভাগ্যবশতঃ সিদিনা উৰাৰ চুৰ নোৱাৰা হ'ল। দুখুৱে কলে— মাঠ মঙ্কিলেই হল। এবিধা মাটিৰ পেক্ দিলো। শুকাই যাই এতিয়া। বোৱনিও নাই দেখোন। অহা কালি মৌজাদাৰৰ জীয়েকক লৈ তুমিয়ে যাবা ? ৺ৰেৰ ঠাই, মানুহ ছমুহো নাই। আৰু অলপ-অচৰপ অভ্যাস কৰিবও লাগে। দুখুৰ কথা খিনি অঙ্গুলীয়ে শুনি আছিল। হেলাই হা-না কৰলৈ নোপাওতে অঙ্গুলীয়ে মাত দি— 'এনে সন্মান হীনতাৰ কাম ভেওঁলোকৰ তিৰোতাই কৰিলে বুলিনো ময়ো পথাৰত ভুই বোমনে।'

—একো সন্মান যোৱা কাম নহয়। শিক্ষিত তিৰোতাৰ পক্ষে নিজে কাম খোৱাটো গৌৰৱৰ কথা। উজনি অসমৰ তিৰোতাই নিজে ভুই বোৱাৰ উপৰিও ধান কটা, মৰাণা মৰা সকলো কামকে কৰে। আমাৰ দেশৰ প্ৰায় মানুহে খেতি কৰি খায়, আৰু এওঁলোকৰ তিৰোতাবোৰে পথাৰত কাম কৰে। সেইবুলি এইবিলাকে তিৰোতাৰ সন্মান নাই জানো ? কাম কৰি খোৱাত লাজ কিহৰ। মানুহে কথাতে কয়— কৰি খালে বঁটা পাই, চুৰ কৰিলেহে কটা যায়।

—ইয়ান খুনীয়া লেক্‌চাৰ দিব পাৰে। কলেজত প্ৰবেছৰ কৰি দিব পিচে। কেকোবা মাতলৰ মুঠিকৈ জনম গ'ল। দুখুৱে সেই পিনেই ভলকা মাৰিলে। উৰাই মাত দি— এবাতো এওঁ, বে চিলাওত আছিল। পৈয়েকে পৰবেচৰ কৰিছিল…… সি জনা পৈয়েক……। উৰাৰ কথা তাইৰ ভৎত লাগিল, হুৰাও খাৱে কান্দি কান্দি…… ইহঁতে মোক কি

বুলি ভাৱে, পিন্ধাইছে নে উবাইছে। মোক ভুঁই কৰলৈ যাব কয়— মোক উপহাস কৰে··· ! তিৰী-মৰদ হালেই আহিৰৰ দিন ধৰি মোক সুখে-শান্তিৰে থাকিব নিদিলে·····' মণ্ডল শুই আছিল। কথা বতৰা নাই, উঠি আহি—'কাৰোবাক যদি খেতি-পথাৰ লাগে জেনেহলে যোৰনি যোগাৰ কৰি লব। আনৰ তিৰোতাৰ লগত মুখ চুপতি মাৰিব নেলাগে।' ছুখুৱে হোকাৰ পৰা মুখখন এৰি—'মই কি কলো অ'— তাতেই যে জগৰ লাগি কান্দিব লগা হল। এইখন গৃহস্থী কেৱল মোৰহে নে?'

—নহয় মোৰেই, হাঁহ-পাৰ চৰাইৰ দৰে এলোপা লঁৰা-ছোৱালী মোৰেই

—তোৰ মগজুত এনে ভাবে বাঁহ লোৱা জনাহেঁতেন, মই কেতিয়াও তোৰ তিৰোতাক নকলোহেঁতেন, কাম কৰি খোৱাতো যাক কি লাজৰ কথা?

—তোমাৰ দৰে মই সাধাৰণ মানুহ নহওঁ। মোৰ তিৰোতজনী সক পৰিয়ালৰ পৰা অহা নাই। দস্তৰমত মৌজাদাৰৰ জীয়েক। তাই যদি পথাৰত ভুঁই ৰোৱে মোৰ বা শহুৰৰ নাক থাকিব জানো। তোমাক জানেই বা কেইজনে?

অজ্ঞানীয়ে নিন্দিব কিন্তু জ্ঞানীয়ে প্ৰশংসা কৰিব— ছুখুৱে কলে।

হেলাই আদিৰ পৰা অন্তলৈ কথাবোৰ শুনি আছিল। পাকঘৰৰ পৰা ওলাই আহিল। 'ছুখু, তই মনে মনে থাক। তই কাৰ লগত কথা কৈছ? তাইক নেজানে কোনে? তাইৰ দৰে জগত বিখ্যাত ছোৱালী কোন আছে? গুৱাহাটী পৰা চিলঙলৈ মোৰ গুণৱতীক সকলোৱে জানে। ছুখন হাস্পাতালৰ ডাক্তৰ নাৰ্চ সকলোৱে মোৰ সুলক্ষণী বোৱাৰীক জানে। তোক আৰু তোৰ তিৰোতাক কোনে জানে। আৰু মোৰ গুণেশ্বৰীৰ গিৰিয়েক বুলি মোৰ অৱেচবাকো সকলোৱে জানে। পথাৰত ভুঁই কলে নাক কটা যায়; বৰ মানুহজনী ভগা যায়— আৰু আইজনীৰ কীৰ্ত্তিয়ে যে, সসাগৰা পৃথিবী নধৰা হল। মনে মনে থাক, গুণেশ্বৰী নহলে······

হেলাৰ খং দেখি খৰখন কাঁহ পৰি জীণ গল। অজনীৰ অন্তৰ ফেঁটি গ'ল— আৰু যদি কিবা কয়······? মনে মনে খকাটোকে উচিত বিবেচনা কৰিলে।

অজীয়াৰ মনোভাৱ দেখি ছুখুৱে অন্তৰে কান্দিলে। তথাপি ছুখু

নিৰাশ নহ'ল। কঠোৰ পৰিশ্ৰম কৰাৰ সংকল্প কৰিলে ? তাৰ বিৰাম নাই, বিশ্ৰাম নাই— কেৱল পৰিশ্ৰম। তাৰ ল'ৰা-ছোৱালী চাৰিজন, সিহঁতক সি ভৰণ-পোষণ, শিক্ষা-দীক্ষা দিব লাগিব। ডাঙৰ ল'ৰা নৰেন ৬ষ্ঠ মান শ্ৰেণীৰ ছাত্ৰ। দ্বিতীয় ল'ৰা— সুৰেন ৫ম মানত পঢ়ে, পঢ়াত চোকা, চালাক চতুৰ। তৃতীয় খগেন। সিও এইবাৰ ৩য় মানত। চতুৰ্থ জনে পঢ়াশালীত নাম ভৰ্ত্তি কৰিছেহে।

ডাঙৰ দুজনৰ স্কুল দুপৰীয়া। ৰাতিপুৱাৰ বেলাটো দুয়ো দুখন হালত ধৰে। ন বজাত লৰা-লৰিকৈ খাই-বই স্কুললৈ যায়। তৃতীয় জনৰ কাম হ'ল— দহমান বজাত আহি গৰু এৰাই দিয়া, পানী খুউৱা। দৰকাৰ হলে চৰাই লৈ ফুৰোৱা। তাৰোপৰি খৰি-খেৰ, মাছ-পুথি বিচাৰ খোচাৰ কৰা। ঘৰুৱা কামত মাকক সহায় কৰে নৰেনে।

সন্ধ্যাৰ লগে লগে ৰৰঘৰৰ মাজিয়াত ডাঙৰ চাৰি এখন পাৰি তিনিও জনে পঢ়ে। দুখুৱে ওচৰতে বহি সিহঁতৰ পঢ়াখোৰ শুনি, জনা কথা দুটা এটাৰ শুধৰণী কৰি দিয়ে, নজনাতো প্ৰশ্ন কৰি জানি লয়। শুকে গছা বন্তিৰ পোহৰত তিনিওজনৰ পঢ়া আৰু দুখুৰ বাঁহ-বেতৰ কাম। চতুৰ্থ ল'ৰা নগেনৰ কাম হ'ল— পাকঘৰলৈ যোৱা আৰু মাজে মাজে দৌৰি আহি ককায়েকহঁতৰ কাণৰ কাষত ফুচফুচাই কৈ যোৱা— 'ভাত নখালে এতিয়া আঞ্জা ৰহাব।' আঞ্জাও হল, এতিয়া ভজা ভাজিব। ভালকৈ পঢ়— হৰ আৰু বেছি সময় নাই। তাৰ কথাত সুৰেনৰ খং উঠি— নগেন, পঢ়া মাৰ খাবি। সি ককায়েকহঁতৰ মুখৰ পিনে চাই আঙুলিৰে কিতাপত হাত বুলাই খৰ-খৰকৈ গায়— 'সজ, পথ, বৰ, বধ' এ কাঁহি-বাতি ধুলেহি— নৰেনে চকু ঘোপা কৰি চোৱাত— কিতাপ চাই— অজগৰ, শশধৰ তাৰ পিছত পাঁৰা পাৰাৰ শব্দ শুনি— দুবাৰমান কিতাখন কপালত লগাই— পাকঘৰলৈ দৌৰি— 'আহ, সকলো আহ, খাবৰ হল ; আবু দে।

উঁহাবো বহি থাকিবলৈ সময় নাই। মাহ তোলা, সৰিয়হ তোলা দুই বোৱা— অৰ্থাৎ পথাৰৰ সকলো কাম উঁহাৰ ওপৰত। আৰু ঘৰৰ হাঁহ-পাৰ এপাল, এগোহালী গৰু। গোবৰ পেলোৱা, হাঁহ-পাৰবোৰক পোহ-পাল দিয়াতো আছেই— তাৰোপৰি তাঁতশালত কাপোৰ। ঢেকী

শালত ধান-চাউল। ভাতৰ চৰুৰ দায়িত্বখিনি হেলাই চম্ভালিছে বুলিছে। নহলে উষাই কি কৰিলেহেঁতেন!

ঘৰৰ আগফালে দুখুৱে দুবিঘা মাটি কিনিছে। ৰবি শস্যৰ বতৰত খেতি বৰ ভাল হয়। তাত দুখুৱে মূলা-কবি, শাক-পাচলিৰ খেতি কৰে। তিনিওজন ল'ৰাৰ দায়িত্ব সুকীয়া সুকীয়া। ডাঙৰটোৱে কবি, মূলা খুচৰিব, বন-জংগল চাফ কৰিব। মাজুজনে পানী ছতিয়াব। সৰুজনে গৰু-ছাগলী ৰখিব। এই কবি-মূলা, শাক-পাচলিৰ পইচাৰে ঘৰখনৰ লোণ, তেলৰ খৰছখিনি ওলোৱাৰ উপৰিও সিহঁতৰ কাপোৰ-কানি, সূতা-লেতাৰ যাৱতীয় খৰছ ওলায়। পাঁচপুৰা মাটিৰ শালি খেতি আৰু দুপুৰা মাটিৰ বাওধান। এহাতেৰ পৰিয়ালটোৱে খাইও ধান বিক্ৰী কৰে। গাওঁখনত ডেকোৰাম গাওঁবুঢ়া আৰু দুখুৰামৰ ভড়ালহে দুটা।

ভদীয়া বা ভদ্ৰেশ্বৰ মণ্ডলে ৰাতিপুৱা মানে আঠ মান বজাত শোৱা পাটী এৰে। উঠিয়েই গৰম পিঠা বা কণী ভাজিৰে চাহ খায়। পৰিয়ালত কেৱল মণ্ডল মণ্ডলনীয়েহে চাহ খাব পাৰে। বাকীবোৰে পইতা কৰকৰা আদি খোৱাৰ ধৰা বন্ধা নিয়ম। চাহ-জলপান খাই উঠি গাঁৱত এটা পাক মাৰি আহে। মানুহ-দুনুহ আহিলে— দুখুহে নকৈ বন্ধা টিং ঘৰৰ এটা কুঠৰী অফিচ। তাতে বহি গপালাপ কৰে। চাৰে ন বজাত অফিচলৈ যায়।

গধুলি কোমল চাউল নতুবা চিৰা-দৈৰ জলপান। মণ্ডল থকা খৰচটোত এখন সুকীয়া আখল আছে। এই ব্যৱস্থা দুখুৱে কৰি দিছিল। তাতে হাঁহকণী ভজা, লুচি আদি ভজা হয়— মণ্ডল আৰু মণ্ডলনীৰ বাবে। কাৰণ অফিচলৈ যাবৰ সময়ত এপদ ভাজি বা তৰকাৰী হৈ হঠাত মণ্ডল আৰু মণ্ডলনীয়ে হেলা আৰু উষাৰ লগত কেবাদিনো কাজিয়া কৰিছে। ল'ৰা-ছোৱালী কেইটাই মেকুৰীৰ দৰে চাই থাকিলেও আবুৱেক হেলাই সিহঁতক হাঁহকণী ভজা বা মাছ ভজা দিয়াৰ সাহস বা অধিকাৰ নাই। দিয়াৰ বাবে এখন কুৰু-পাণ্ডৱৰ যুদ্ধও হৈ গৈছে। বাঢনি হিচাবে হেলাই সৰু বিতৰণৰ বিধিখিনি দায়িত্ব পালন কৰিব লাগিছিল, পাৰা নাই। সৰু চৰুৰ পৰা বিশেষ খানাৰ যোগান ধৰাত হীন-ডেৰি হলে— মণ্ডলনীয়ে, খালিয়ে,

আখলৰ পৰাই ব্যৱস্থা কৰি দিয়াৰ নিয়ম।

এদিন মেললৈ বাওঁতে মণ্ডলে ভাৰতী আৰু কাকতিহঁতক কয়— প্ৰভু, দুখুৱে মোৰ সমানে সমানে ফেৰ মাৰে দেখোন। মোৰ তিৰোতা জনীবো এই কাৰণতে সুখ শান্তি নোহোৱা হৈছে।

—সংসাৰৰ ৰীতি এনেকুৱাই। এতিয়া কি দেখিছা, তোমাৰ ওপৰত ফন্দি মাৰি থাই ল'ৰামখাক ডাঙৰ কৰক, দেখিবা টঙনিয়াই মাৰিব। ভাৰতীৰ কথা শেষ হলত,— কাকতিয়ে প্ৰশ্ন কৰিলে— দুখুৰ ল'ৰা-ছোৱালী কিমানহে?

—ল'ৰা চাৰিজন। ছোৱালী এজনী, সৰু—

—সাতজন খাওঁতা। প্ৰায় এশ মোণ ধৰি থোৱা, কম বেযায় দিয়া। তোমালোকৰ তুমি আৰু তেওঁহে?

—সেইখিনিও বাহিৰা আয় মানে— জানেই নহয় 'গ্ৰামস্য মণ্ডলে ৰাজা।' ভাৰতীৰ কথাত কাকতিয়ে, 'এওঁ মিছাকৈ জঞ্জালখন বৈ মৰিছে। বেলেগ হলেই লেঠাখন মৰে দেখোন।'

* * * *

গাঁৱবোৰ অচলাৱস্থানত পৰিণত হল। পুলিচৰ ভয়ত হাল-কোৰ খেতিপথাৰ বন্ধ হল; মানুহ হাট-বজাৰলৈ যাব নোৱাৰা হল। যাকে য'তে পাই পুলিচে হাত কেৰেয়া লগায়। দহ-বিশ যি পাই— তাকে লৈ এৰি দিয়ে। দিব নোৱাৰিলে নলবাৰী থানাত কেইৰাতিমান ৰাখে।

শঙ্কৰ সংঘৰ তোৰেশ্বৰ শইকীয়া আৰু প্ৰফুল্ল শৰ্মা বৰুৱাও যে গ্ৰেপ্তাৰ হব আগতীয়াকৈ জানি পলাই গুৱাহাটী পালেগৈ। প্ৰয়োজনে সদৰৰ খ্যাতনামা উকীল বদন চন্দ্ৰ খাউণ্ডৰ লগ ধৰি পৰামৰ্শ বিচাৰিলে আৰু ডেপুটি কমিছনাৰ চাহাবক লগ ধৰি পৰিস্থিতিৰ উপশম বিচৰাৰ ব্যৱস্থা কৰিলে। চাৰিজনমান সভ্যৰ প্ৰচাৰক আৰু খাউণ্ড উকীল গৈ ৰাটাৰফ্ৰে চাহাবক কলে— 'ধৰ্ম্ম অৱতাৰ, নিৰীহ দুখীয়া প্ৰজাৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰ আৰম্ভ হৈছে। অশিক্ষিত, দুখীয়া, অজলা, কছাৰী মানুহবোৰক জধে-মধে গ্ৰেপ্তাৰ কৰিছে। পথাৰত হালবাই থাকোতে, বিলত মাছ মাৰি থকা অৱস্থাত, বজাৰ-হাটলৈ আহোঁতে বাটে বাটতে পুলিচে জধে-মধে গ্ৰেপ্তাৰ কৰিছে।

ঘূৰ্ঠৰ ওপৰত কলিতাপাৰা, বামুণপাৰা, শীলপুৰী, বিদলাগুৰিৰ বাইজ বৃটিছ চৰকাৰৰ পুলিচৰ ভয়ত পলাই হাবি-বননিত আশ্ৰয় বিচাৰিছে। তাত পুলিচে টকা ঘটাৰ কাৰবাৰ কৰিছে। গ্ৰেপ্তাৰ কৰিলেই টকা আৰু টকা দিলেই খালাছ। টকা দিব নোৱাৰিলে খাহী বা পঠা ছাগলী, পাৰ, মুৰ্গী আদি দিলেও হয়।'

ইংৰাজ কৰ্ম্মকৰ্ত্তাসকলৰ স্মৃতিশক্তি বৰ প্ৰখৰ। কেইদিনমান আগেয়ে মানুহ এজনে কৈছিল— বড়ো, কছাৰীসকলে হিন্দুসকলক য'তে পাই তাতেই মাৰ-ধৰ কৰে। আইন শৃঙ্খলা নামানে…… আছি আৰু এওঁলোকে কয় কি? কোনটো সত্য কোনটো অসত্য। কাৰ কথা বিশ্বাস কৰো। এনেতে আন কিবা সকামত হৰগোবিন্দ ভাৰতী ডি. চিৰ কুঠৰীত প্ৰৱেশ কৰাত, চাহাবে প্ৰশ্ন কৰিলে— মিঃ ভাৰতী, সিদিনা আপুনি এজন মানুহ পঠাই দিছিলে, আপোনাৰ মৌজাত অশান্তি ঘটিছে? খাউণ্ড উকীল আৰু অপৰিচিত দুজনলৈ চাই ভাৰতীয়ে কলে— ছাৰ, মইতো কাকো আপোনাৰ ভালৈ পঠোৱা নাই। আৰু পঠাঁমেই বা কিয়, মই সদায়ে অফিছলৈ আহিয়েই আছো। কিন্তু ময়ো শুনিছো, আমাৰ তাত পুলিচৰ জুলুম চলিছে। অ-ৰাজকতাৰ সৃষ্টি হৈছে।

ধৰ্ম্মৰাজ নিৰপৰাধী অপৰাধীৰ কোনো বিচাৰ নাই। নিৰ্ব্বিবাদে পুলিচি অত্যাৰ চলিছে। ইয়াৰ প্ৰতিকাৰ প্ৰতিবিধানৰ বিহিত ব্যৱস্থা কামনা কৰা হ'ল।

প্ৰফুল্ল শৰ্ম্মা বৰুৱা আৰু তোৰেশ্বৰ শইকীয়াৰ কথাত ডি, চি,য়ে বৰ আঘাট পালে। তেওঁৰ খং উঠিল— আৰু আবেদনখনত কঢ়া আদেশ দি থৰ পাকৰ বন্ধ কৰাৰ হুকুম দিলে।

শইকীয়া আৰু শৰ্ম্মা বৰুৱা অহাৰ পিছতে ডি, চিয়ে এছ, পি চাহাবক মাতি আনি নলবাৰীলৈ বিশেষ বিষয়া পঠাই তৎক্ষণাত তদন্ত কৰিবলৈ কৰালে।

শইকীয়া আৰু শৰ্ম্মা বৰুৱাই নলবাৰী থানালৈ নগৈ সন্ধ্যা সময়ত গাঁৱে গাঁৱে অভয় বাণী শুনাই ডি, চি, চাহাবৰ লগত হোৱা আলোচনাৰ আলোচনাত ভাতি কলে। গৈ গৈ বামুণপাৰা পাইছেহে— যুবক কৰ্মীবিলাক

সহ, বৃকোদৰ হাজৰিকাই শইকীয়া আৰু শৰ্ম্মা বৰুৱাক বাট আগচি ধৰি— এতিয়া ক'ত সাৰিবা ? ইমান দিনে বৃকোদৰ হাজৰিকাৰ চকুত ধুলি মাৰি পলাই ফুৰিছা। এতিয়া···· হেণ্ডকাপ মাৰ······ বুটিছ চৰকাৰৰ নাম কৰা দাৰোগা বৃকোদৰ হাজৰি াক চিনা নাই হেঃ হেঃ। তুয়োজনকৈঁৰি আনি ভাৰতীৰ নণ্ডলা মুখৰ নাৰিকল গছত বান্ধি থৈ বৃকোদৰ হাজৰিকা চ'ৰাঘৰত বহিল। চাহ-জলপান খাই গল্প-গুজৱ কৰি ৰাতি সাজ গঢ়ি ঘোঁৰাৰ লগে লগে নলবাৰী মুৱা হ'ল। কণিষ্টবল দুজন আৰু শইকীয়াহঁত খোজ কাঢ়ি আহিল। বৃকোদৰ হাজৰিকা আহিল ঘোঁৰাত। নলবাৰীৰ পৰা দুমাইলমান উত্তৰে উত্তম বাহাদুৰ নেপালীৰ বস্তি। তাতে সোমায় লাওপানী খালে। বাহাদুৰৰ ছোৱালীজনীৰ লগত ৰং-ধেমালী কৰিলে।

আচামী দুজনক লৈ আহি থানা পাওঁতে বিহাৰিলাল টেৰাৰী হাওলাদাৰৰ ৰাতি হ'ল। থানাৰ বাৰাণ্ডাত উঠিয়েই দেখে এজন বাবুৱে কিতাপ, বহী কাগজ-পত্ৰবোৰ চাই আছে আৰু যোৱা কালি গ্ৰেপ্তাৰ কৰা বুঢ়া মানুহ চাৰিজন ওচৰতে ঠিয় হৈ আছে। তাৰ জীৱাত্মা কঁপি উঠিল। শইকীয়া আৰু শৰ্ম্মা বৰুৱাক তালৈ নিয়া নহল। তাৰ ঘৰৰ কাঠিৰে খুটা এটাত বান্ধি থৈ বৰবাবুক বিচাৰ কৰি দেখে··· আহি পোৱাই নাই। অফিছ কমলৈ গৈ ভুমুকিয়াই দেখে— ৰঘুবীৰ সিং হাল-দাৰ ,চেকেণ্ড দাৰোগা ঠিয় হৈ আছে— মুখ শুকান। এনেতে নাৱল কলিতা আহি কাণৰ কাষত কলে— সদৰৰ পৰা চাহাব আহিছে— বৰবা ক'ত ? আহি পোৱাহি নাই ?

এনেতে থলং-থপংকৈ বৃকোদৰ হাজৰিকা উপস্থিত। গাত চেতনা নাই। ডি, এছ, পি, চাহাবে বৃকোদৰ হাজৰিকাক আঁতৰাই নিবলৈ কলে। বৃকোদৰ হাজৰিকাৰ ওপৰ পৰা চাৰি মি লৰালৰিকৈ শইকীয়া আৰু শৰ্ম্মা বৰুৱাৰ হাতৰ হেণ্ডকাপ খুলি দি দীঘল চেলামেৰে বিহাৰিলাল টেৰাৰিয়ে বাবলৈ অনুৰোধ কৰিলে।

—আমি এই ৰাতিখন থাম কলৈ ? দুদিন ধৰি পেটত একো পৰা নাই। আমাক লকআপত ভৰাই থোৱা, যদি অনুগ্ৰহ হয়— কালি পুৱাতে এৰি দিবা।

—গুৱাহাটীৰ পৰা বৰ চাহাব আহিছে, আপোনালোক যাওঁক। হাজোতত ঠাই নহব। কিন্তু শৰ্মা বৰুৱা আৰু শইকীয়া আহি ডি, এছ, পি চবুাহাবৰ পিচফালে ঠিয় হৈ থাকিল। বড়ো চাহিজনৰ সাক্ষ্য গ্ৰহণ কৰি কনিষ্টবল দুজনমানকো সুধিলে। এনেতে শইকীয়া আৰু শৰ্মা বৰুৱাক দেখি চাহাবে প্ৰশ্ন কৰিলে— আপোনালোকক কি লাগে— বাহিৰলৈ যাওঁক, আমাৰ অফিছিয়েল কাম চলি আছে।

—ছাৰ, এই আবেদনৰ আবেদক মই শইকীয়া আৰু এখেত বৰুৱা। আমি গুৱাহাটীৰ পৰা আহি বাইজক ভয় নেখাবলৈ আৰু চৰকাৰৰ ওপৰত বিশ্বাস ৰাখি কাম-বনত ধৰিবলৈ বাইজক অভয়বাণী প্ৰচাৰ কৰি আছিলো। আমাক দুয়োজনকে ধৰি আনিছে। বোধহয় আপুনি অহা বুলি শুনিয়েই নেকি— আমাক সো ঘৰচোৰ বাৰান্দাৰ খুটাত বান্ধি থৈছিল। এয়া চাওক খুটিছ চৰকাৰে পিন্ধোৱা খাৰুৰ চিন। দুয়োজনে হাত দুখন আগবঢ়াই দিলে— চাহাবে দাঁত কৰচি উঠিল। 'আই চেল টেক ডেঁইছিক এক্সন মিঃ শইকীয়া।'

শইকীয়া আৰু শৰ্মা বৰুৱাক বহিবলৈ দুখন চকী দিয়ালে। শই-কীয়াই ক'লে— মহাপুৰুষ গুৰুৰ কৃপা ছাৰ, আপুনি নহাহেঁতেন আজি আমাৰ হৈছিল আৰু·····।

—মই সব বুজিছো শইকীয়া। ক্ষমা কৰিব। মই আৰু গাঁৱলৈ গৈ তদন্ত কৰাৰ আৱশ্যক বোধ নকৰো। মই সকলো দেখিলো, বুজিলো। এই গাড়ীতে মই যাওঁ— দুই বজাত বঙলা পাম গৈ। ড্ৰাইভাৰে কালি পুৱাই মোৰ গাড়ীখন যোৰ্হাটে পাৰ কৰিব। পুৱাই মই এছ, পি, চাহাবক পঠোৱাৰ ৰিপোৰ্ট দাখিল কৰিম।

• • • •

ঢোলে-ডগৰে, খোলে, বেনপাৰ্টিৰে এটা বিৰাট শোভাযাত্ৰা আহি কলিভাপাৰা সোমাল। মানুহে নগুলা মুখলৈ ওলাই চালে— ধূনীয়া সাজ-পাৰ, মুখত আলা পিন্ধি শোভাযাত্ৰাৰ ঠিক মাজতে শ্ৰীগুণগোবিন্দ ভাৰতী। ভিৰোভাবোৰে কোৱা-কুই কৰিলে— এঃ এই বুঢ়াকালটো দিয়া কৰাইছে। দূৰৈৰ পৰা আয়াজ তনাতনাৰে ভাবিলে— আজি দেখোন কাৰোৰ

বিয়া নাই। কোনো মবা-হুজাও শুনা নাই। "কিহৰ ইমান উলহ্-মালহ। শোভাযাত্ৰা আহি কলিতাপাৰা পালে। আচৰিত হব লগা কথা একো নহয়। ভাৰতী প্ৰভু লোকেলবোৰ্ডৰ মেম্বাৰ হল। শিলিখাগুৰি মৌজাৰ কোনোৱে প্ৰতিদ্বন্দিতা নকৰিলে কাৰণে— চৰকাৰে প্ৰভুক অপ্ৰতিদ্বন্দী মেম্বাৰ ঘোষণা কৰিলে। তাৰেহে এই শোভাযাত্ৰা। যোৱা বাৰ শিলিখা-গুৰি গাঁৱৰ মৌজদাৰ মেম্বাৰ আছিল। এইবেলি ৰবীন চোধুৰী হোৱাৰ কথা আছিল। কিন্তু মনোনয়ন পত্ৰ কিবা কাৰণত নাকচ হ'ল বোলে।

শোভাযাত্ৰাৰ আগত পণ্ডিত, কাকতি, শাস্ত্ৰী কবিৰাজ আৰু বামুণ পাৰাৰ দুই চাৰিজন মানুহ আছিল। বাকী খিনি ঢুলীয়া-খুলীয়া, বেন-পাৰ্টিৰ মানুহ। লাহে লাহে শোভাযাত্ৰাত আহি ল'ৰা-ছোৱালীবোৰেও যোগ দিলে। বামুণপাৰা পাওঁতে শোভাযাত্ৰা দীঘল হ'ল। ল'ৰা-ছোৱালী ডেকা-ডেকেৰী, বেটি-বোৱাৰী, বুঢ়া-মেথাই নগুলা মুখলৈ চালে— ভাৰতী প্ৰভু মেম্বাৰ হ'ল।

ৰাতি ভাৰতীৰ ঘৰত বৰ ভোজ হ'ল। ছুটা খাহী মাৰিলে, বামুণ সমাজ মাতিলে। বামুণপাৰাৰ কলিতা বাইজো আহিল। ভাৰতীৰ ভাগ্য আৰু উদয় হল। যি সকল মানুহে ভাৰতীক চকুৰ কোণেৰেও দেখিব পৰা নাছিল, মুখতে আনন্দ কৰি ভোজত যোগদান দিলে।

এই নিৰ্ব্বাচনত প্ৰতিদ্বন্দিতা কৰা কথা আছিল— বীৰেন শীলৰ। কিন্তু বীৰেন শীলক আচামী কৰি, হৰেন বড়োৰ সৈতে গুৱাহাটীলৈ চালান দিয়াৰ তিনিদিন পিছতে মনোনয়ন পত্ৰ দাখিল কৰাৰ শেষ দিন আছিল। বীৰেন শীল হাজোতত থকাত— কেইজনমানে ৰবীন চৌধুৰীক ভতাভৈয়াকৈ যদিও মনোনয়ন পত্ৰ দিয়ালে— ভাৰতীয়ে উকীল ধৰি সেই মনোনয়ন পত্ৰ নাকচ কৰিলে। কাৰণ জমী-জামা পিতাক ৰামহৰি মৌজা দাৰৰ নামত আছিল। মেট্ৰিক পাচ কৰিছিল যদিও প্ৰমাণ-পত্ৰ লগত লৈ যোৱা নাছিল। শক্তিকে একমাত্ৰ প্ৰতিদ্বন্দীৰ মনোনয়ন পত্ৰ নাকচ হোৱাত ভাৰতী অপ্ৰতিদ্বন্দী ঘোষিত হল। ঘোষণা পিছতহে হব, নিৰ্ব্বাচনৰ পিছত। তথাপি আগতীয়াকৈ বিজয়ডঙ্কা বজাই থলে।

১৪৫ ]

## বাৰ

কথা নাই, বতব্য নাই অকস্মাৎ এদিন পদ্মা আহি ভাৰতীৰ ঘৰত উপস্থিত হ'ল। ভাৰতীয়ে কল্পনাও কৰা নাছিল যে পদ্মা আহিব। তেন্তে আহিল কিয় ? মেম্বাৰ হোৱাৰ পিছৰ পৰা গাঁৱৰ শত্ৰু-মিত্ৰ সকলোৱে এবাৰ নহয় এবাৰ আহিছে, এই কাৰণে পদ্মাও হয়তো আহিছে। পদ্মাক দেখি ভাৰতীৰ মনত পৰিল সিদিনা ধাৰণ কৰা সেই ৰণচণ্ডী মূৰ্ত্তিৰ কথা। ভাৰতী ভাৱত তন্ময় হৈ থাকিল। পদ্মাই মাত দিলে 'আজা, নেমাতই দেখোন, ঘৰলৈ অহা দেখিছু নহয় ?'

—কিনো মাতিম, ভয়ে লাগে দেখোন।

—মই কিবা বাঘিনী নেকি - তোৰ ডিঙিত ধৰিম। আজা সিদি-নাৰ ঘটনাটোৰ বাবে মই বৰ দুখ পাইছো। সেয়েহে মই তোৰ ওচৰত ক্ষমা বিচাৰি আহিছো।

ভাৰতী ৰবকব দৰে কোমল হৈ পৰিল। মনৰ সন্দেহবোৰ আঁতৰি গ'ল। তেন্তে কি তাই সচাঁকৈয়ে— অ নহয় ই সোণভৰাৰ দয়া। বোধহয় তাই তিৰস্কাৰ কৰিলে। হাজাৰ হওঁক সোণভৰাই জানো মোক পাহৰিব পাৰে।

—কিয় সোণভাই তোক কিবা কলে হবপায় ?

—ঠিক তেনেকৈ কোৱা নাই। আকাৰে-ইঙ্গিতে কৈছেও। ভাৰতী প্ৰভু আমাৰ বৰ উপকাৰী। ভাৰতী প্ৰভুক দুখ দিলে ঈশ্বৰে আমাৰ পাপ লেখিব। আজা, তই বৰ বেয়া নহয় ? নহলেনো·····

—সংগ্যে বেয়া হয়, কিন্তু তোৰ কাৰণে কিন্তু বৰ ভাল।

আজি পদ্মা বেলে বৰ আধীৰা, চঞ্চল। সিদিনাৰ ৰণচণ্ডী পদ্মা আৰু আজি এই শান্ত ৰূপ। স্বৰ্গ-মৰ্ত্ত্য প্ৰভেদ। পদ্মা আজি ইমান অধীৰা। ক' সোণভাই পঠোৱা উপহাৰ।'

—আতা কি ভাবিছ? তেনেহলে মই যাওঁ। তই ডাঙৰ মানুহ হলি— মেম্বাৰ। তাবে ওলগ জনাবলৈকেহে আহিছিলো।

—ইমান সোণকালে যাব নে?

ভাবতী বিশ্ৰাম কৰি আছিল। লাহে লাহে পদ্মা আহি ওচৰ পালে। 'আতা, অতি তুচ্ছ কথাটোৰ কাৰণে মোক ইমান বেয়া পাইছ। তোৰ মোৰ বাহিৰেতো আৰু কোনেও জনা নাই।

এইবাৰ ভাবতীয়ে সকাহ পালে। পদ্মাৰ হাতখনত ধৰি, নাধাৰি সোণ। ইমান সোণকালে গলে কলিজা ফাটি মই এতিয়াই মৰি যাম। এইকালে আহ......

—আতা, তই জ্ঞানী, মহাজ্ঞানী। বিদ্যা-বুদ্ধি ধন-সম্পত্তিত তোৰ নিচিনা মানুহ কোনো নাই, নহবও। তই যদি হিতাহিত জ্ঞান হেৰুৱাই পেলাব আৰু আমি সাধাৰণবোৰে কি কৰিম? তই এজনী সামান্য ছোৱালীত আসক্ত হোৱা জানিলে দহজনে কি বুলিব। আতা, ওখ গছত বতাহ আগেয়ে লাগে। আমি সাধাৰণ মানুহৰ ছোৱালী, জোৱাই নিলেও নিব, যমে নিলেও নিব। কাকো পৰোৱাই নকৰো। সময় আছে, আজিলৈ আহোঁহে......

পদ্মাৰ হাতখন ধৰি— বহি থাক পদ্মা, মোৰ চকুৰ তৃপ্তি শেষ হোৱা নাই— আৰু চাই লওঁ।

—তোক মোক এনেদৰে দেখিলে মানুহে কি কব বাৰু। আজিলৈ যাওঁ, আকৌ আহিম।

পদ্মাই ভাবতীৰ গালৰ ওপৰত হাতখন বুলাই দি মিচিকি হাঁহি এটি দি তাৰ পৰা ওলাই গ'ল। ভাবতীয়ে চাই থাকিল। কিমান সময় এনেদৰে খিৰিকী খনেৰে চাই আছিল কব নোৱাৰে।

•  •  •  •

আন এদিন পদ্মা আকৌ আহিছিল। তাইৰ আহা সময় এটাই— বেলি এপৰমান থাকোঁতেই আহে। এইখিনি সদায় ভাবতীয়ে বিশ্ৰাম কৰে। চাকৰ নাকৰবোৰ পথাৰত। পদ্মাক দেখিয়েই ভাবতীয়ে— আহিছ বহিনা; আহ, বহ ইয়াতে। পদ্মাই মিচিকি হাঁহি মাৰি— ইমান ওপৰত বহিব নোৱাৰো।

দেখিছেনে ইয়াতে বহিলে সৌ আলিবাটৰ পৰা দেখি। আতা সিটো কুঠৰীত কি আছে ?

—সেইটো জয়মতীৰ কুঠৰী আছিল। তাত আছিল...... হঠাতে ভাৰতীৰ বাক্যটোৰ বাকীখিনি বৈ গ'ল। 'অৱশ্যে তাতো পালেং আছে, কিবা-কিবি ছবি থোৱাই আছে।'

পদ্মাই কুঠৰীটো ভুমুকি মাৰি চাই— কুঠৰীটো ভাল। এজনৰ; অ' হয়তো, তাতে আৰু শুইছিল নহয়।

—ও, হুমুনিয়াহ এটা কাঢ়ি ভাৰতীয়ে উত্তৰ দিলে।

—আতা যাওঁ, অলপ সময় থাকিম বুলি আহিছিলো। সঁচা মুখতে মামাক দেখা পালো। মামা আকৌ ঘিহে মানুহ এইখিনি পাৰহি।

—ইমান সোণকালে যাওনে ? বহোঁন ইয়াতে অলপ।

—ইয়াতে বহোঁতে আতা, বেয়া নাপাবি, ৰাস্তাৰ পৰা দেখা পাই। খিৰিকীও বন্ধ কৰিব নাপাৰ।

—তেনেহলে তাতেই বহ, অথাপি দেখাবি।

—যাৰ কাৰণে আহিছো, নোবোলাকৈ থাকো ৰাক ৰাখিব পাৰিবি ?

—কিয় নোৱাৰিম সোণ।

—সব জানো। মুখতে কৈছ। স্বাৰ্থ পূৰণ হলে যেদি পঠাবি।

—নপঠাও

—সচা ?

—প্ৰমাণ চাব পাব।

...ৰাক আছিল বুলি কৈ পদ্মা সাউৎ কৰি ওলাই গ'ল।

ভাৰতীয়ে কপালী পৰ্দাত এনে মনোমোহা অভিনয় দেখা নেপালে। তাত অভিনেত্ৰী পদ্মাই এবাৰ গম্ভীৰা, একোবাৰ চঞ্চলা আৰু একোবাৰ বা অভিমানিনীৰ অভিনয় কৰি দেখুৱালে। সংসাৰখন এখন মঞ্চ। আমি সকলোবোৰ অভিনেতা, অভিনেত্ৰী মাথো। পদ্মা ইমান অভিমানিনী হল কিয় ? আছিল আৰু গ'ল। আকৌ আহিব জানো ? আহিলেই ৰাক তেওঁক জানো নিশ্চয়কৈ ৰাখিব পাৰিম। ভাৰতী তাৰ সাগৰত বুৰি ৰ'ল। এবাৰ তাৰ সাগৰৰ পাৰ পাই আকৌ বগুৱাৰ দৰে সেই অন্ধ-

হৈ থাকে। শেষ মিমাংসাত উপনীত হব নোৱাৰিলে— যদি তাই আহে আৰু কোনো দিনেই নেথায় ? তেন্তে……

* * * *

দুদিনমানৰ পৰা ভাৰতীৰ অসুখ। শাৰীৰিক নহয়, মানসিক অশান্তি অনুগামীসকলে হয়তো ভাবিছে ভাৰতী সচাকৈয়ে অসুস্থ। উপযুক্ত সময়ত পদ্মা উপস্থিত হ'ল। ভাৰতীয়ে আজি তেওঁৰ কুঠৰীত, য'ত এদিন তেওঁ আৰু তেওঁৰ মৃত পত্নী জয়মতী শুইছিল— এইখন পালেঙতে পৰি আছিল। 'আতা, মাই এইপিনে আহিছিল নে ?' বৰ আচৰিত হৈ ভাৰতীয়ে উত্তৰ দিলে--- নাই সোণতৰা আজি কিয়, প্ৰায় এবছৰেও অহা নাই।

—আজি যেন বৰ চিন্তামগ্ন দেখিছো, কিবা অসুখ নেকি ?

—গা আৰু মন দুয়োটাই ভাল নহয়।

—কিয় ? সেই অতীতৰ কুঠৰীটোৱে অশান্তি আনিছে। ত্যাগ কৰিলেই লেঠা মৰিল।

এই জটিল প্ৰশ্নৰ উত্তৰ ইমান সহজ নহয় পদ্মা। মোৰ জীৱনলৈ হতাশা আহি পৰিছে। ভুল কৰিছিলো তাৰ পৰিণাম পৰিণতি উপস্থিত।

—আনি কুদ্ৰমতিয়ে ইমান জটিল সাঁথৰৰ উত্তৰ বিচাৰি নেপাওঁ, আনকি বুজিও নেপাও।

—অতি সহজ, প্ৰাঞ্জল। এই ধৰি ল'। মোৰ নবীয়া! যুৱৰ বিষত তৎ পোৱা নাই। এইবাৰ কথা কৰলৈও মোৰ ওচৰত কোনো নাই। নিত্যৰ মাক মৰিল। তাৰ পিছত আৰু……

—আৰু এজনী বিয়া কৰাই ল'। বয়স অৱশ্যে হৈছে, কিন্তু চেহেৰাটো এজন যুৱকৰ দৰে হৈ আছে। দোষ যদি নধৰ ময়ে আজিলৈ যুৱটো পিটিকি দিব পাৰো। কিন্তু এটা চৰ্ত্ত, তই লেপৰ ভিতৰৰ পৰা হাত উলিয়াব নোৱাৰিবি।

—হেঃ হেঃ হব বাৰু। আৰু যদি বিশ্বাস নকৰ, তোৰ চাৰণখনেৰে হাতছুখন বান্ধি থ।

--বাঃ বৰ বুদ্ধি আছে দেখিছো, অৱশ্যে তোম গামোচাখনৰেবে বান্ধি থব পাৰো। নহও নে, তোক বিশ্বাস আছে!' কথা কৈ কৈ পদ্মাই

ভাৰতীৰ মুখটো টিপি দিলে। পদ্মাৰ কোমল হাতৰ পৰশত ভাৰতীয়ে কেনে সুখ অনুভৱ কৰিছিল, তাক কল্পনা কৰা নেযায়। ভাৰতী অস্থীৰ হৈ পৰিছিল। কেতিয়াবা হয়তো ভুল কৰিব খুজিও মনটোক জোৰ কৰি বান্ধি ৰাখিবৰ চেষ্টা কৰিছিল। অসহ্য যন্ত্ৰণাত ভাৰতী ছটফটাই আছিল। দুয়োখন হাত লেপৰ তলৰ পৰা ওলাব খুজিলেও শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি বাধা দিছিল। আৰু ইয়াতকৈ বেছি আশা কৰা যায় জানো! যদি পোৱা খিনিও হেৰাই যায় চিৰকাললৈ। মন আৰু বিবেকৰ তুমুল সংগ্ৰামত জুকলা হৈ ভাৰতী নিদ্ৰাৰ গৰাহত পৰিল। পদ্মাৰ হাত দুখনে অবিৰাম গতিত ভাৰতীৰ কপালত খেলা। খেলি থাকি লাহে লাহে শৰীৰৰ মধ্যদেহ পালে। এখন হাতেৰে ভাৰতীৰ পৰিশৰ্মা আৰু আনখন হাতেৰে ভাৰতীৰ কঁকালত নানা অঙ্গী-ভঙ্গী কৰাৰ ছলেৰে সেপিয়াই চালে, কঁকালত নাই। হাতখনে লাহে লাহে গাৰুৰ তলত প্ৰৱেশ কৰিলে। পদ্মাৰ মুখ উজলি উঠিল। যেন কলম্বচে আমেৰিকা আৱিষ্কাৰহে কৰিলে। বিজয়ৰ গৌৰৱত, এটা মুহূৰ্তও পলম নকৰি পদ্মা ইটো কুঠৰীত প্ৰৱেশ কৰিলে। প্ৰথমতে লোৰ আলমাৰীটো খুলিলে। পলকৰ ভিতৰত চাবিওটা খোটালি তন্ন-তন্নকৈ চালে, কিন্তু নাই। তাৰ পিছত লোৰ পেৰাটো খোলা হ'ল— অ' আই ইমানবোৰ টকা। এইবোৰ দেখোন সোণ। ওহো এইবোৰৰ দৰকাৰ নাই। সকলো যেনে আছিল তেনেদৰে থৈ পদ্মাৰ শেষ চেষ্টা— গছ পেৰাৰ পিনে আগবাঢ়ি গ'ল। ভাৰতীৰ কপালত দুখন কোমল হাতৰ ঠাইত আদহীয়া নাৰীৰ হাতে ক্ৰিয়া কৰি আছিল। গছ পেৰাৰ চাকনিও মেল খালে। গোটেই ওলট-পালট কৰি চালে, কিন্তু নাই, পদ্মাই বিচৰা বস্তুটো নাই। ক'ত থৈছে পাৰগুই। কলিজাৰ ভিতৰত থৈছ, নৰাধম? তোৰ কলিজা কাটি টুকুৰা-টুকুৰ কৰি ফলি মোহৰ নিহে এৰিম।

গাৰুৰ তলৰ পিনে চাবিকোছা পেলাই-পদ্মা সাউৎকৰি বাহিৰ ওলাল। হতাশা, নিৰাশা ভৰা মন লৈ পদ্মা উলটি আহিল। ব্যৰ্থতাৰ কাৰণে তাইৰ অনুশোচনা হ'ল। পদ্মাই বীৰেনক কি বুলি কব। এই অভিনয় অপৰিসীম চেষ্টা, পৰিশ্ৰম, ত্যাগ কৰাৰ কথা জানো বীৰেনে বিশ্বাস কৰিব।

ভাৰতীয়ে লেপৰ তলৰ পৰা হাত উলিয়াই কপালত ক্ৰিয়া কৰি থকা

হাতখনত আলফুলকৈ ধৰি— পদ্মা কদিজা মোৰ, আহ·····

—মই পদ্মা নহওঁ প্ৰভু, সোণভৰা।

—পদ্মা কলৈ গ'ল? ভাৱভীয়ে মূৰ তুলি চালে, সোণভৰাৰ চকুৰে চকুৰে পৰাত, আকৌ লেপৰ তলত মূখটো গুজি কলে— সোণভৰা, তই যা, বৰ অশান্তি বোধ কৰিছো। ভাৱভীয়ে সোণভৰাৰ হাতখন কপালৰ পৰা আঁতৰাই দিলে।

* * * *

'মাই, আমাৰ হাঁহ, পাৰবোৰ খেদি পেলোৱা। এইবোৰৰ পৰা আমি বিশেষ একো লাভৱান হোৱা নাই। হৰিণৰ কথাত খেদেলীয়ে মুখ খন এন্ধাৰমুৱা কৰি— হাঁহ-পাৰ কেইটাইনো তোৰ কি পাচীখোৱা খালত বিষ ঢালিলে? বাপে-পুতেৰাৰ আৰু কথা নাই।

—কি লাভ হৈছে আমাৰ! এটা পাৰ চৰাই দিনে এপোৱাকৈ ধান-চাউল খায়— অৰ্থাৎ মাহে সাৰে সাত সেৰ খায়। পালে চোতালত যেনি দিয়াতে খালে, নহলে ভড়ালত উঠি খালে। সেৰে যদি দুই পইচাও ধৰা হয়, মাহে চৈধ্য অনাৰ শস্য খালে। তাৰ বিনিময়ত পালা কি এজোৰ পাৰ পোৱালী বা চাৰি অনা পইছা।

হাঁহবোৰ বৰ লেতেৰা। য'তে পায়, ত'তে বিষ্ঠা ত্যাগ কৰে। যিহকে পায়, তাকেই খায়। ইয়াৰ পৰা ঘৰ-দুৱাৰ লেতেৰা হয়। পৰিৱেশো নষ্ট হয়। আন এটা কাৰণ হল, পশু-পক্ষী হলেও সিইঁতৰো এটা আত্মা বা জীৱ আছে। পশু-পক্ষী হলেও সিইঁতৰো বুজা শক্তি আছে। সিইঁতক পোহপাল দি, খাকিবলৈ বাহ সাজি দি আমি প্ৰতিপাল কৰিছো— যেনেকৈ তুমি আৰু পিতাই মোক লালন-পালন কৰিছা। মই যেনে তোমাৰ সন্তান, হাঁহ, পাৰ, ছাগলী কেইটাও তোমাৰ সন্তানসকল। সিইঁতক হত্যা কৰি খোৱাটো মহাপাপৰ কথা। আত্মাকতাক বিশ্বাস কৰি সিইঁত আমাৰ ঘৰত আছে আৰু যদি আমিয়ে বিশ্বাস ঘাটকটা কৰো কেনে কথা।

হৰিণৰ কথাখিনি খেদেলীয়ে ঘৰ নবোৱাবোৱাকৈ শুনি প্ৰশ্ন কৰিলে— হাঁহ, পাৰ, ছাগলী নহলে মানুহ চলিব কেনেকৈ, বাবু-আলাসকলে খায় ক'ৰ পৰা।

পচিমৰ দেশবিলাকত ইয়াৰ ফুকীয়া ৰাজ্যৰ আছে। তাকে ইংৰাজীত কাৰ্ম বোলে। একোখন কাৰ্মত হাজাৰ হাজাৰ, লাখ-লাখ পাৰ চৰাই আছে। তেনেধৰণে হাঁহ, কুকুৰা, ছাগলী, গৰু, মহৰো ফুকীয়া ফুকীয়া কাৰ্ম আছে। এইবোৰত হেজাৰ হেজাৰ মানুহে কাম কৰে। লাখ লাখ টকা উপাৰ্জ্জন হয়। আমাৰ মানুহেও তেনেধৰণে কাৰ্ম কৰক, ৰবকাৰ হ'লে তাৰ পৰা কিনি আনি খাম।

হৰিনৰ কথাত যেকেলীয়ে একো উত্তৰ নিদিলে— 'ভাই যি ভাল দেখ তাকে কৰ।'

● ● ● ●

বৃহস্পতিবাৰ, পূৰ্ণিমা তিথি। সিদিনা অফিচ আদালত বন্ধ আছিল। ছুখন মহৰ গাড়ী লৈ হীৰালাল কেঞা আহি ছখুৰ নওলা মুখত ঠিয় হ'ল। ছকুড়িমান খালি বস্তা আনি চোতালতে থপচকৈ পেলাই দিলে। মণ্ডল ভড়ালত উঠিল— কেঞাবাবুৰ গাড়োৱান ছজনে ভঁৰালৰ পৰা ধান আনি চোতালত থলে। ধানেৰে চোতালখন দম হৈ পৰিল। ছখুৱে ছুপৰীয়া অলপ শুইছিল। সি তাৰ খবৰ কাঢ়িতে বহিল। হীৰলালে পাল্লা লৈ— এক দো এক বাম দো, দো বাম তিনি বুলি খৰখৰকৈ জোখাত ব্যস্ত হ'ল। ছখুৱে ক'লে— ছুদিনমান অপেক্ষা কৰা ভাল আছিল নেকি? দাম বাঢ়িবলৈ ধৰিছে।

'বঢ়া নবঢ়াৰ লগত কি কথা আছে। মোৰ আৱশ্যক হৈছে বিক্ৰী কৰিম।' ছখুৰে জনবতে উঁৱাও ঠিয় হৈ আছিল। জীয়াৰ মুখৰ কথা শুনি উঁৱাই মাত দিলে— তেওঁ জেঠ মহীয়া পোৱাকটা ৰ'দত পৰি ম্লান যাই-ছিল আৰু সিজনীয়ে গৈ বোকাপানীয়ে লুতুৰি-পুতুৰি হৈ দুই ছুইছিল বিক্ৰী কৰিব আৰু নকৰিবনে? উঁৱাৰ কথাত অৰুনীয়ে ভণাঁৱাই মাত দি— তোমাৰ শিখিয়েৰাই চাকৰি কৰি চৰকাৰক খাজানা দিছিল। হাঁহ, পাৰ কুকুৰা, বেঙুনীৰ দৰে মোৰ এপাল নাই। খোদ খোদ কৰি তিনি বেলা তিনি কাহী খাব। বিক্ৰী নকৰি মাটি খব বৰা।

'মোৰ দৰে এসোপা লঁৰা-ছোৱালী হবলৈ তোমাক কোনে হাক দিছে। লঁৰা ছোৱালী কেইটাই অইনৰ লৌৰ ফুল, ফুলৰ ফল। আৰু

শগনি দি কৰিবি কি ? শগুণৰ শাপত বুঢ়া হালোৱা নমৰে ।’

—মুখে মুখে উত্তৰ নিদিবি, তোৰ দৰে মই হীন ঘৰৰ পৰা অহা নাই ।

—অ’ ভাল মানুহৰ জীয়ৰী, সেয়েহে...... উৰাই বাকীখিনি হাতেৰে মুদ্ৰা দি বুজাই দিলে । হীৰালালে পাল্লা মাৰিব এৰি চাই আছিল । উৰাৰ কথাত অঞ্জলী জ্বলি-পকি উঠিল । কিন্তু বাহিৰৰ মানুহ কেইজন থকা বাবে মনে মনে থাকিল । অন্তৰ কিন্তু ক’লা পৰি ৰ’ল ।

হাই, উকমি শুনি দুখুৰ ডাঙৰ ল’ৰাটো আৰু হেলা ওলাই আহিল । অগ্নিশৰ্মা হৈ হেলাই কলে— ৰাম, ৰাম, হে আই বসুমতী, ইমান পাপ ভৰেচ’ৰা, আজি গুৰুবাৰ পূৰ্ণিমা তিথিৰ দিনা মোৰ ঘৰৰ পৰা লক্ষ্মী উলিয়াই দিয় । কাক দেখিছিলি, ক’ত শুনিছিলি ?

—মোৰ টকাৰ দৰকাৰ হৈছে বাবে বিকিছো, কাক সুধিম ।

—হেৰ দুখু, হেৰ সুৰেন ধান ভৰাবলৈ নিদিবি ।’

--মাই মনে মনে থাকা কাৰো কপাল কোনেও নিব নোৱাৰে । আটায়ে মনে মনে থাকিল । ভেকো লগা মানুহৰ দৰে দুখুৱে এবাৰ হীৰালাল কেঞাৰ হাতৰ পিনে, এবাৰ ধানৰ দ’মটোৰ পিনে চাই থাকিল । কেঞা বাবুৱে চকুৰে মণিব নোৱাৰাকৈ ৰামৰ দোহাই দি - ৰাম এঘাৰ ৰাম কয় নে— ৰাম বাৰ ৰাম কয় কাৰো খেয়াল নাই । কাঠিতে বহি লাইন পাতি ল’ৰা-ছোৱালা কেইটাই ধানৰ দ’মটো আৰু বস্তাৰ পেটবোৰ চাই আছিল । হয়তো ভাবিছিল আমি খাম কি ?

উৰাই কিবা-কিবি ভাবি আছিল । ভাবোঁতে ভাবোঁতে দুচকুৰে চকুলো দুধাৰি বৈ পৰাত চাঁদৰৰ আচলেৰে মচি পেলাইছিল ।

দুখন গাড়ীত তেৰকুৰি বোৱা ধান বোজাই দি হীৰালাল বাবলৈ ওলাল । বাউলীৰ দৰে হেলা দৌৰি গ’ল— গাড়ীত বোজাই দিয়া বোৱা এটাৰ পৰা তিনিমুঠি ধান আনি ভঁৰালত চটিয়াই দি ভৰালঘৰৰ দুৱাৰ মুখত মূৰ থৈ পৰি থাকিল । হয়তো মনে মনে কলে— আই মহালক্ষ্মী মোক এৰি নেযাবা ।

দুখুৰ পৰিয়ালৰ ব্যক্তি আৰু খোৱা-বোৱা নহ’ল । হেলাই চৌকালৈ জুয়ে নিদিলে । অঞ্জলীৰ ঘৰৰ পৰা চাপৰ, ঘৰঘৰ শব্দ শিহঁতে শুনিলে ।

বোধহয় সিইঁতে আজি কিবা-কিবি বহুত যোগাৰ কৰিছে।

—ধান বেচা টকাৰে কি কৰিব জানেনে ! সেইখিনিও মবাপাট আৰু সৰিয়হ বেচি পোৱা টকাৰে তাইৰ হাৰডাল গঢ়াইছে। উষাৰ প্ৰশ্নৰ উত্তৰত দুখৰে কলে— 'সজ উদ্দেশ্যেৰেহে ধান বিক্ৰী কৰিছে— পোন্ধৰ বিঘা মাটি কিনিব বোলে।"

—কাৰ নামত কিনিব ? চাব আকৌ আপুনি যিহে অকবা

—যি কৰে কৰক দিয়া। মোৰ মহালক্ষীয়ে যেতিয়া ওলাই গ'ল, মাত্তিৰে মই কি কৰিম ? মই বুজিছো, মোৰ ল'বা-ছোৱালী কেইটাক মবাৰ বুদ্ধি সাজিছে। বাৰু চাওচোন, ঈশ্বৰ আছে নে নাই ? 'ৰাখে হৰি মাৰে কোন, মাৰে হৰি ৰাখে কোন।'

* * * *

—কিমানদূৰ আগ বাঢ়িলা পদ্মা ? বিজয়িনীৰ গৌৰৱ অৰ্জন কৰিব পাৰিবানে ?' পদ্মাৰ মুখ শেঁতা পৰিল। বৰ ক্লান্ত ভাৱ দেখুৱাই পদ্মাই কলে— মোৰ আলমাৰী, চাবিটাকৈ বাকচ আৰু গছপেৰা সব চলাথ কৰিলো, কিন্তু ক'তা নাইতো ?

—কি কলা, সঁচাকৈ তুমি সব চাইছা, কেনেকৈ পদ্মা ?

—ইয়াৰ ভিতৰতে তিনি দিন মই চৈতানৰ ঘৰলৈ গলো। প্ৰথম দিনা কেইটা বাকচ, কিমান আলমাৰী চাই আহিলো। দ্বিতীয়দিনা চাবি ক'ত থাকিব পাৰে, কৰ্কালত নে ড্ৰয়াৰত। গছপেৰাৰ পৰা তুলি নি ভিতৰ কুঠৰীত গুৱালো। তৃতীয় দিনা সব ওলট-পালত কৰি দিলো। কিন্তু আচৰিত, ক'তো নাই- তোমাৰ আকাঙ্খিত ফলি মোহৰ।

—মই বিশ্বাস কৰিবলৈ টান পাইছো পদ্মা।

—আলমাৰীত কেৱল দলিল আৰু আন আন কাগজ-পত্ৰ আছে। লোৰ বাকচত এসোপা টকা আৰু এটেমা সোণ। গছপেৰাতো কাঁহ-পিতলৰ বাচনেৰে ভৰপূৰ।

—তেনেহলে সি পাপীষ্ঠ নৈছিল কলৈ··· ইমান সময় ?

—চাবি ক'ত আছিল জানা ? তাৰ কৰ্কালত নহয়। গাৰুৰ তলত আছিল এপাত চাবি, সেই পাতেৰে আলমাৰীটো খুলিলো।

আলমাৰীৰ এটাত সৰু টিনৰ বাকচত চাবিপাত চাবি আছে' তাকে লোৰ পেৰ, আৰু গছপেৰা খুলিলো।

—তোক টোপনি যোৱা ঔষধ খুৱাই দিছিলা ?

—অভিনয় কৰিছো। মাই আৰু মই দুয়ো।

—মায়েৰাও গৈছিল ?

—ও, মাই এটা দৃশ্যত বাকী কেইটা অঙ্কত মই।

—হৰগোবিন্দ উকীলৰ পৰা কিন্তু ফলি-মোহৰ আনিছো কিয়নো আজি কালি পাপীষ্ঠই কাকো বিশ্বাস নকৰে।

অলপ ভাবি থাকি পদ্মাই কলে— যদি আছে আনিব পাৰিম। কিন্তু কিছু সময় লব। সাদ্যহতে মাটি দখল কৰি জঞ্জাল নবঢ়াবা !

—কোনো আপত্তি নাই। তুমি যি কোৱা সেয়ে হব।

—ধীৰেন তোমাক মোহৰ দিম বুলিছো দিমেই।

*　　　*　　　*　　　*

গুণগোবিন্দ ভাৰতীৰ ওচৰতে লোহিত শৰ্ম্মা ভাৰতীৰ ঘৰ। লোহিতে পাঠশালা পাচ কৰাত, ভাৰতীয়ে নি উকীলৰ বান্ধনি কৰি দিলে। এবছৰমান তাৰ লগ্নাৰ পিছত লোহিতে উকীলৰ কাগজ-পত্ৰ আৰু ফাইল আনি লৈ কাছাৰীলৈ যায়। এনেদৰে দুবছৰ অহা-যোৱা কৰাৰ পিছত লোহিত শৰ্ম্মা ভাৰতীৰ মহৰি নামে অঞ্চলত জনাজাত হৈ পৰিল।

কাছাৰী বন্ধ থাকিলে মহৰি গাঁৱলৈ আহে। ইখন সিখন গাঁৱ ঘূৰি ফুৰি মাটি মোকদ্দমাৰ খবৰ লয়— সংগ্ৰহ কৰে। এদিন দুখুৰ তালৈ গৈ কাণৰ কাষত মুখ থৈ কলে— দুখুকাই, খবৰ এটা পাইছা ?

বৰ আচৰিত হৈ দুখুৱে সোধে— কি বোপা ? ঘৈণীয়েক উষা আহি ওচৰতে ঠিয় দি আছিল॥

—চন্দ্ৰেশ্বৰে পোন্ধৰ বিঘা মাটি কিনিলে, দলিলখনত কিন্তু তোমাৰ নাম নাই।

—লোহিত বোপা, পিতা মৰাৰ সময়ত সি কেচুৱা। তাৰ পিছতে জৰীপ হৈছে। মই কলো মাটি-বাৰিত তাৰ নাম ৰাখিছো। এতিয়া তাৰ বিবেকে যদি প্ৰবঞ্চনা কৰিবলৈ দিছে, কৰক।

নহয় দুখুকাই, মানুহে কথাতে কয় নহয়— অলপ ঘাঁত নকৰে শুদ্ধি, বিস্তাৰ হলে হয় হয় বৃদ্ধি। সময় থাকোতে আপত্তিৰ দৰ্খাস্ত এখন কৰি থোৱা। নহলে এডৰা-দুডৰাকৈ সকলো মাটিতে নাম লগাই লব। তাতে সি হল মণ্ডল মানুহ। দেখিবা এদিন তোমাৰ ঘৰৰ ভেটিটোও নিব, মই সচ্য কৈছো। উষাই তামোল কাটি ওচৰতে বহি আছিল, মাজতে মাত দি— ভাই ভাই বুলি হাত সাৰটি বহি থাকোঁতে ভায়েকে তলে তলে সিদ্ধি দিব। ফলত মোৰ ল'বা কেইটাৰ মৰণ হব।

'হেৰ, তই পেক্-পেকাইছ কিয় ? ব্ৰহ্মাৰূপে সৃজন কৰিছে, বিষ্ণু ৰূপে পালন কৰিছে আৰু ৰুদ্ৰৰূপে সংহাৰ কৰিব। তই মই কোন কুটা ; দুখুৰ মন বুজি পাই লোহিত মহৰিয়ে— আত্মা ৰক্ষা কৰা বীৰৰ ধৰ্ম আৰু কৰ্তব্য। ই তোমাৰ প্ৰাপ্য ধন। ধান বিক্ৰী কৰা টকাৰেহে মাটি কিনিছে।

- এতিয়া ভৰ খেতিৰ বতৰত গুৱাহাটীলৈ যাওঁ কেনেকৈ ?

-- তুমি বুজা নাই। তুমি যাব নেলাগে নহয়। গলেহে কাম-বন ক্ষতি হব, টকাৰো ভৰণি হব। দৰখাস্তৰ ফিজখিনি মোক দিবা, মই সব ঠিক কৰি দিম।

—কিমান পৰিব ? আঙুলিৰ মূৰত হিচাব কৰি লোহিত শৰ্মা মহৰিয়ে কলে—

—দৰখাস্তৰ ফিজ তিনি টকা, ষ্টেম্প এটকা, কোৰ্ট ফি এটকা, ওকালত নামা পাঁচ সিকি, ধৰি লোৱা মুঠ দহ টকা।

—হলেও ভাইৰ বিৰুদ্ধে যোৱাতো, তাক এবাৰ সোধাই চাওঁ নেকি ?

উষা পোন চাতেই ঠিয় হল— এভঁৰাল ধান বিপী কৰিলে, ভাওৰ জন বুলি এবাৰ সুস্থিলে। এতিয়া আকৌ তাক এবাৰ সুধি······। বাপা কালি পুৱাই আহিবা, ময়ে টকাখিনি দিম। আমাৰ ধৰ্ম যুধিষ্ঠিৰ বহি থাকক।

— বৌ, তুমি ঠিক আছা, এয়েহে আচল মানুহ। বোবো এয়ে কথা ?

মহৰি উঠিল। যাব খুজি— পিছে বৌ, মই অহা বুলি মণ্ডলক নকবা। সি বেয়া পাব। মোক হাক দিছিল।

লোহিত মহৰি ওলাই গ'ল। দুখুৱে কিবা ভাবি-চিন্তি ওলাই দূৰ

বহি থাকিল। ভায়েকৰ বিৰুদ্ধে দৰখাস্ত দিয়াতো জানো উচিত হব!

অঞ্জলীয়ে বেৰৰ জলঙাইদি দুখু, উষা আৰু লোহিত মহৰিৰ মাজত হোৱা আলোচনাখিনি শুনি আছিল। ৰাতি মণ্ডল অহাত, অঞ্জলীয়ে পহিনাই কলে— মই তেতিয়াই কৈছো বেলেগ হোৱা, বেলেগ হোৱা, এতিয়া মজা পাব নহয়। এইমাত্র লোহিত মহৰি উঠি গ'ল— মস্ত থম্ থমিয়া মেল। চুৰি কৰি বোলে ধান বেচিছে। এতিয়া চোৰত পেলাই দি হাত কেৰেয়া লগাই বান্ধি নিব বোলে। চাকৰিও খেদাব হেনো। মই নিজে দেখিছো। এসোপা টকা উলিয়াই মহৰিৰ হাতত দিছে। কালিয়েই গৈ যেনে তেনে মোকৰ্দ্দমা জুৰিবলৈ কৈছে। মোৰ কথা নুশুনে, ভাই ভাই বুলি থাকোতে এতিয়া যমকাল হব।

—মোৰ বিৰুদ্ধে কেচ কৰিব। ইমান সাহস তাৰ। ময়ো মজা দিহে এৰিম বাপেকে। মোক চিনি পোৱা নাই, মই কোন?

## তেৰ

পুৱা কাঠিতে বহি মণ্ডলে পিঠাৰে চাহ খাই আছিল। দুখুৰ তেৰ বছৰীয়া ছোৱালী পখিলাই চকীত ধৰি ঠিয় হৈ 'দে ময়ো ঠাহ খাম' বুলি হাত প'তিলে। হাতত থকা পিঠাখনৰ অকণমান ভাঙি ছোৱালীটিক দিছেহে— এনেতে অঞ্জলী আহি 'বাপ জনমত নাইকীয়া গাই, চালনি লৈ কীবাৰবলৈ যায়। বাপজনম গ'ল চাহ কাক বোলে নেজানে, তাই আহিছে চাহ খাবলৈ। যা ইয়াৰ পৰা—' উষাই ঘৰ-কাঠি মচি আছিল। অঞ্জলীয়ে ভাবিছিল মাত দিয়ে যদি দিয়ক। কিন্তু উষাই পুৱাখনতে মাত দিয়াৰ ইচ্ছা নকৰিলে। উষাৰ সৰু লৰাটোক উদ্দেশ্য কৰি— হেৰ নগেন ভাইক লৈ আহ।' এই বুলি পুনৰ কাঠিখন মচাত লাগিল। এনেতে মণ্ডলে— 'অঞ্জু, ৰাম ৰাম, সৰ্ব্বনাশ কৰিলে। এই জনীয়ে ইয়াতে হাগিলে, নিয়া, নিয়া, চাহ টোপাও সুখে-শান্তিৰে খাব নিদিয়ে। কথা শুনি উ ?

হাতখন ধুই পখিলাক নিও বুলি ভাবিছেহে, এনে সময়তে, অঞ্জলীয়ে—'শগুণ খোৱাটো, ইয়াতে মৰণ মিলিলহি' বুলি নাকত আঁচলখন ধৰি বাও হাতেৰে ছোৱালীজনী ঠেলা মাৰি দিলে। কাঠিখন আছিল ওখ। কাঠিৰ এচলীয়াত জোঙাকামি কেইটামান পৰি আছিল। ছোৱালীজনী জোঙৰ ওপৰত পৰি মুৰটোৰে তেজ ওলাল আৰু কান্দি কান্দি থৰ পৰিল। ছোৱালী জনীৰ অৱস্থা দেখি উধাতু খাই উষা লৰি আহি— 'খালে ঐ, খালে ঐ, মোৰ বাচাক' বুলি কোলাত তুলি ললে। মণ্ডলে আগেয়ে চাহ কাপ হাতত লৈ ভিতৰ সোমাইছিল। অঞ্জলিয়ে— অ' তই বাতিপুৱাই মোক লঘোণ পাৰিলি। তুলিছ যেনেকৈ, ছয়ো তিৰী-মৰদে বাখি খাগৈ তেনেহলে।

—এই চুৱা মুখখনৰ কাৰণেতো মৰিছ,। ধৰ্ম্ম-কৰ্ম্ম পাহৰি গৈছ। নিজে ডুবিছ, আমাকো ডুবাইছ। বাজী খাই, নিজৰ নাই থাকিলেহে সন্তানৰ মমতা বুজিবি।

এইবাৰ যেন কোদোৰৰলৰ বাহতহে জুই লাগিল। অঞ্জলী টিঙৰি তুলা যেন হল খণ্ডতে। বিয়া হোৱাৰ আঠ বছৰ হল-- অঞ্জলীৰ সন্তান নাই। হে কয়— ভৱিষ্যতে আৰু সন্তান নহব বুলিয়েই— চিলঙৰ হাস্পাতালত থাকোতে অইন মৰা ঔষধ খাইছে, নহলে এনেদৰে বাৰে বাৰে হাস্পাতালত কিমানবাৰ আহিব। গাওঁৰ মানুহে অঞ্জলীক গুনা-মু কৈ বাজী গাই বুলি মাতে। 'বাজীগাই' শব্দটো শুনিয়েই কেটি সাপৰ দৰে ফোপাই উঠি— সদায় সদায় একে কথাকে পাই থাকিবিটো মুখৰ চুলি আটাই কেইডাল উভালিম মায়েৰাই। তোৰ চৈধ্য পুৰুষ দেখুৱাম।

—কি তোৰ ইমান সাহস। আহতোন তেনেহলে উভাল, বুলি কবহে পালে 'চা তেনেহলে মায়েৰাক' বুলি অঞ্জলীয়ে উষাৰ চুলিকোছাত পাক মাৰি ধৰিলে। পখিলা কোলাত থকা বাবে উষাই বাধা দিব নোৱাৰিলে। দুখ পাই উষাই··· 'মৰিলো, মৰিলো, এৰি দে, কোন ক'ত আছ, মোক বাখ'। ছুখুৰ ডাঙৰ ল'ৰা সুৰেন আছিল মণ্ডলৰ কুঠৰীত পঢ়ি। মণ্ডলে কাপোৰ পিন্ধিব ধৰিছিল। সুৰেন আগেয়ে আহি পাই দেখে— মাকৰ

মূৰটো অঞ্জলীৰ দুই আঠুৰ মাজত। খুৰী, খুৰী, ছিঃ সক ছোৱালীৰ বাবে কান্দিয়া কৰা, এৰি দিয়া, বুলি মাকৰ চুলিৰ পৰা হাতখন এক-ৰাৰলৈ খোজোতে অঞ্জলী। বিৰাট চিঞৰ মাৰি 'মৰিলো, মৰিলো, বেটাই মোক মাৰি শেষ কৰিলে, কোন ক'ত আছা, মোক ৰক্ষা কৰা, মোৰ প্ৰাণ যায়। অবাক সুৰেনে চাই থাকিল।

চিঞৰ শুনি দৌৰি আহিল মণ্ডল— দেখে অঞ্জলী মাটিত বাগৰি আছে। গাৰ কাপোৰ-কানি প্ৰায় নাযেই। মন্ত্ৰ মুগ্ধ ভেড়াৰ দৰে চাই আছে মাক-পুতেকে।

—চুৱৰ, কুকুৰ, বলি মণ্ডল গৰ্জি উঠিল, চকু দেখি সুৰেন কঁপি উঠিল। 'খুৰা. মই এক ··' ওচৰতে পৰিৰ বাবে কদম গছৰ ডাল আছিল। 'খুৰা···' দুহাতেৰে ধনঞ্জয় কোৱ সোধালে— সুৰেনৰ মূৰত। উৰাৰ হাতত লাগি সম্পূৰ্ণ কোৱ নপৰিল। নহলে শেষ হলহেতেন। সুৰেন বাগৰি পৰিল। উষাই কেৱল এবাৰ নে চুৰাৰ উচ্চাৰণ কৰিলে— সুৰেন বাচা মোৰ। তাৰ পিচত তাইো মাটিত বাগৰি পৰিল। হেলা দৌৰি আহিল-- ৰাক্ষসীয়ে তোক খালে বাচা, তাই খাও বুলিয়েই আহিছে। ওহঁত সকলোকে তাই চোবাই খাব। বাজীগাই, দুখ ধৰ তাইক, নৰেন ধৰ তাইক····· ক' বুলি হেলাই চোচা ললে। অঞ্জলী ভিতৰ সোমাল, নৰেনে পানী আনি সুৰেনৰ মুৰত দিলে। দুখুৱে মূৰটো কোলাত লৈ পানী ঢালিলে। ঘৰ খনত কান্দোনৰ ৰোল উঠিল। মানুহ ভৰি পৰিল।

মণ্ডলে কাঠিৰ পৰাই তাক 'মই কেতিয়াবাই শেষ কৰিব লাগিছিল। বদমাচ কৰবাৰ, ভাইহঁত, তাৰ চৰিত্ৰৰ কথা কি কম। অঞ্জলীয়ে মোক কেৱা'দিনো কৈছে, সি মই নোহোৱাত ৰাতি······ চালা গুণ্ডা।

—মণ্ডল, তিৰীয়ে গিৰি। তিৰীয়ে গিৰি ভাঙে, গিৰি পাতে। ভইত বেলেগ হ। তাৰ পিছত দেখিম। আমি সুৰেনক জানো আৰু তোৰ তিৰীকো জানো। মুখ নোখোলো, ভাই-ভনী আছে। মনে মনে থাক ভাই। শান্তিৰামে কলে।

এটা পাঁচিত ভৰাই সুৰেনক নলবাৰী থানালৈ নিয়া হ'ল। আগে পিছতে আহিল লোহিত মহৰি। 'দুখুৱা, আগেয়ে তাক পুলিচ থানা

দেখুৱাব লাগিছিল। মণ্ডলক এতিয়াই হাত কেৰয়া মাৰি নিলে হয়। ছিঃ ছিঃ বৰ বেয়া কাম কৰিলা।' মহৰিৰ কথাত দুখুৱে কলে—

—পুলিচ দাৰোগা মানুহহে। নৰ-মনিছে ইয়াৰ বিচাৰ কৰিব নোৱাৰে ? নেদেখাজনে এদিন বিচাৰ কৰিব।

• • • •

হেলাক সাক্ষাত বাখি দুখুৱে কলে— ভদীয়া, ফলা বাঁহ কেতিয়াও জোৰা নেলাগে। মন যেতিয়া ফালিছে, তাক লগ লগাবৰ ক্ষমতা আৰু নাই। তিৰোতাৰ কাৰণে দুই ভাই যুঁজ কৰি মৰো কিয় ? আমি ভাগ ভাগ হোৱাই উত্তম উপায়। দুখুৰ কথাত হেলাই মাত দি— ভাই উপ-জিলে ঠাই ঠাই, গঞ্জাবাইজ মাত। খেৰ, কুটা পৰ্য্যন্ত সমানে সমানে ভাগ কৰি ল'। ভদ্ৰেশৰে বৰ গহীনাই কলে— তুমি তিৰীৰ বশ হব পাৰা, মই নহওঁ। তোমাৰ ল'ৰা-তিৰোতাই ধৰি মোৰ তিৰোতজনীক মাৰিব আৰু মই সহ্য কৰি থাকিম। আৰু তোমাৰ এই ল'ৰা পড়ুৱাই কি লাভ হব······ ? সি এক নম্বৰ দগাবাজ। খুৰীয়েকে বিৰোধ ভাৰ কথা কৈছে— শুনিলে কাণত হাত দিব লাগে। মূৰ ফলা দেখিছা— মই কেতিয়াবা শেষ কৰিম।'

হেলা কিন্তু এইবাৰ ঠিবেৰে থাকিব নোৱাৰি কলে— ভদ্ৰেশ্বৰা, দুখু মোৰ পেটৰ পো নহয়। মোৰ সতীনৰ পো। তই মোৰ তেজ-মঙহৰ সন্তান। আৰু তোৰ তিৰী মোৰ নিজ বোৱাৰী ? চন্দ্ৰত কলঙ্ক থাকিব পাৰে, কিন্তু মোৰ সুৰেন, নৰেনত নাই। মই জানো মোক সোধ। তোৰ তিৰীৰ চৰিত্ৰ মই নহয়— সকলোৱে জানে। তাই বহু লীলা-খেলা কৰি অহা ছোৱালী। তোক বুলিছে গতাইছে।তাই সাত ঘাটৰ চেঙেলী। তাই যিমান পানীৰ দেখিছে, আমি সিমান পানীও দেখা নাই।

তই ঘৰত নেথাক। মই থাকো কাৰণে দেখো। আহিনাৰ বোৱা-ৰীক মাত তাই কৰ। তোৰ বন্ধু ৰবীনে তোৰ শোৱনী কোঠাত খুন্দ কৰে। সিবিলাক যুৱতী এৰ। হব পাৰ তই মোৰ বেটা, বিদ্বান, তই মূৰ্খ, তাই তোক ধৰিছে, তই কাপুৰুষ তোৰ শক্তি নাই। অভিশাপ দিছি মাতৃৰ অভিশাপ গাত লাগিব। এদিন নমৰো যদি দেখিম ভদ্ৰেশ্বৰা,

তোৰ বিলাই-বিপত্তি কুলাই-পাচিয়ে নথৰা হব। থু,ই থু,ই পুৰুষ বেটাৰ এয়ে জীৱন— ।

ভদ্রেশ্বৰ নিমাত হৈ বহি থাকিল। কাৰো মুখত মাত কথা নাই। হেলাই একোবাৰ উত্তেজিত— একোবাৰ একোবাৰ শান্ত মূৰ্ত্তি ধৰি অঞ্জলীৰ চৰিত্ৰ বুৰঞ্জী গাই গ'ল। ভদ্রেশ্বৰ তাৰ পৰা আঁতৰিল।

*    *    *    *

কমল কাকতি পণ্ডিতৰ ঘৰ গাওঁখনৰ প্ৰায় সোমাজত। কমল কাকতি কূটনীতি বিশাৰদ গুণগোবিন্দ ভাৰতীৰ নলে-গলে লগা বন্ধু। কমল কাকতি পণ্ডিতৰ ডাঙৰ ল'ৰা ৰবীন কাকতি ৰঙিয়াৰ হাইস্কুলত পঢ়ি দুবাৰনে তিনিবাৰ মেট্ৰিক পৰীক্ষা দিলে কিন্তু উত্তীৰ্ণ হব পাৰা নাই। মণ্ডল থাকিলে কাঠিতে বা মণ্ডলৰ অফিচতে বহে আৰু মণ্ডল নহলে ঘৰৰ ভিতৰ অৰ্থাৎ শোৱা কোঠা পায় গৈ। কিন্তু ৰবীন প্ৰায় মণ্ডল নথকা সময়তে আহে। স্কুললৈ অহাৰ বাটত ৰবীনে মণ্ডলৰ ঘৰত সোমায় আৰু গধূলিহে ওলায়। অকল যে দিনত আহে এনে নহয়, ৰাতি যেল দৰবাৰলৈ গলে বা মণ্ডল মাটিৰ জোখ-মাফ সম্পৰ্কত বাহিৰলৈ গলে ৰবীন আহে। মণ্ডলৰ দৈনিক ভ্ৰমণ কাৰ্য্যতালিকাখন ৰবীনৰ জানা থাকে। কাৰণ মণ্ডলে ঘনাই ভাৰতী আৰু কাকতিৰ তালৈ যায়। এনেদৰে ডেকা এজনে মণ্ডলৰ শোৱনি কোঠাত সোমাই থকা বাবে— হেলাই কেবাদিনো কৈছিল— স্কুললৈ নেযায় কিয়, কিতাপ, কলিবোৰ ইয়াতে থৈ কব কি? স্কুলত পঢ়া-শুনা নাই যদি পথাৰতে বনবাৰী কৰগৈ। শুনে ক'ত?

এদিন হেলাই লাজ-কাজ এৰি অঞ্জলী আৰু ৰবীনৰ কাণত পৰাকৈ কলে— এনে কথা দেখা শুনা নাই। ডেকালৰাক আনৰ শোৱনী কোঠাত সুমুৱাই লৈ দিনৰ দিনটো যেন মাৰি চুপতি মৰা এইখন ঘৰতহে দেখিলো। একো ফল নধৰিল।

এদিন পণ্ডিতনীক পাই পাৰী ৰাতিতে কলে— পণ্ডিতৰ বোৱাৰী, কথা এষাৰ কওঁ, ৰবীনৰ পঢ়া-শুনা নাই নেকি? দিনৰ দিনটো আমাৰ ঘৰতে থাকে দেখোন। পণ্ডিতৰ কথাকোন চকু-কাণ দিব'। পণ্ডিতনীৰ গালটো ফেঁকেলোই গ'ল। পেটৰ পোৱ ইমান বঢ়ুনাব। মাতু মুখেৰে জানো

সহ্য কৰে। তপৰাই উত্তৰ দিলে— আপোনাৰ বোৱাৰীজনীক কবচোন। মোৰ ল'ৰাটোক কিয় বাটৰ পৰা মাতি-নি ভিতৰ কুঠৰীত সুমুৱাই লয়? মই মণ্ডলক কথাবাৰ কম কম বুলি ভাবিয়েই আছিলো। আপোনাৰ বোৱাৰীয়ে মোৰ কুমলীয়া ল'ৰাটোক ভেনেই নষ্ট কৰিলে।

হেলা সেইদিনে মৰা যেন হ'ল। পানীৰ কলহটো মাটিতে থৈ হেলাই কলে— 'এইৰ কু-কীৰ্ত্তিৰে বাট-ঘাট নথকা হ'ল। পানী আনিবলৈকো বাৰ নোৱাৰা হলো। হে প্ৰভু, কি গলগ্ৰহ চপালাহি মোৰ ঘৰত। কথাখিনি অঞ্জলীৰ কাণত পৰি থৰথৰকৈ বিন্ধিলে। মণ্ডল অফিচৰ পৰা অহাত গধূলি অঞ্জলীয়ে কেকুৰি কেকুৰি কলে— মই কান্দিয়েই গুচি যাম, মই থাকিলে শাহুয়েৰ বোৱাৰীয়েকৰ চকুৰ পোৰণি উঠে। আপুনি বোলে মোক কিবা আনি দিয়ে, তাকে খাই হেনো মই কুঠৰীৰ পৰা নোলাওঁ। ঢেকী দিওঁতে দিওঁতে ভৰি ফুলিল। মাই-পিতাই মোক ফুল-কুটাতোলা ইয়াৰ পৰা ভালৈ নিব নিদিছিল। মোৰ নাই কি? এহাতৰ পৰিয়াল— তত্ৰেশৰে কামিজটো সোলোকাই থৈয়ে পাকঘৰলৈ গৈ মাকক কলে— 'আই, তুমি মিছামিছি কথাত ঘৰখনত অশান্তি কৰা কিয়? গাঁৱনে গাঁৱেই। ফুলা কথাভলো মানুহে গাঁৱত ভোৱালী নিদিয়েনে? খণ্ডৰ কোৰত মণ্ডলে তোমাক তোৰাই ওলাই গৈ 'বান্দৰে নাৰিকলৰ মোল কি বুজিব'। হেলা মনে মনে থাকিল। এইবোৰ হ'ল বিয়াৰ এবছৰমান পিছৰ কথা।

তাৰ পিছত বহাগ মাহৰ পৰা তাৰ মাহলৈ মণ্ডলবিলাকে চাৰ্কোলৰ অফিচত কাম কৰা নিয়ম। বছৰটোৰ ভিতৰত তিনি-চাৰি মাহ মণ্ডল ঘৰ কমলপুৰ চাৰ্কোল অফিচত কাম কৰে। এই কেইমাহ হেলাই অকলেৰে থকা ঘৰটোৰ মজিয়াতে শোঁৱে। শনিবাৰে মণ্ডল ঘৰলৈ অহাত অঞ্জলীয়ে কয়— মোৰ অশান্তি হ'ল। মাজেবাৰ কাঁহৰ প্ৰভাপত মই এদিনো ঘৰ পৰা নাই। কাহি কাহি খু-খেকাৰবোৰ মজিয়াতে পেলাই। ঘাম ঘাম জেলিলে ইয়াত আৰু থকা নেযায়। মই পলাবহে লাগিব। মণ্ডল মনে মনে থাকিল। অঞ্জলীয়ে কলে— আজিৰ পৰা আপোনাৰ মোৰ লগত থাকিব। অকলেও থাকিব পাৰো, কিন্তু মাই মোক খাই পেলাব নে? নিজৰ মানুহৰ মুখ চান হলে, কাৰ সাধ্য মোৰে। মণ্ডলে হা-না একো উত্তৰ নিদিলে।

মণ্ডল গ'ল। এদিন নে দুদিন পিছত অঞ্জলীয়ে ৰাম, ৰাম এই-মোৰ মানুহ নে জানোৱাৰ। মজিয়াখনত থু পেলাই কি কৰিছে? হাপা গু তামোল সোপা নেখালে নহয় নে?

—আমি গাঁৱৰ মানুহ, তামোল খনে আমাৰ মুখ শুদ্ধি। এজন যদি মোৰ ডেকা বন্ধু থাকিল হৈ— মোকো বিড়ি-চুৰট আনি দিলেহেঁতেন। কথাষাৰে অঞ্জলীৰ মূৰত টিবিংকৈ কোব মাৰি দিলে— 'মিছাই মিছাই নধৰিবি, কেতিয়া চুৰট খালো? ইমান মিছা কথা কব পাৰে এওঁ। বন্ধু-বান্ধৱ অহাও দেখিব নোৱাৰে। নিজে যেনে পৰকো তেনে দেখে। ডেকা বয়সতে বিধবা হৈছেতো।'

—'আই কুকুৰ জোকাই পণ্ডিত লঘু হয় কিয়?'

—'তয়ে কুকুৰণী, তোৰ দৰে মই হীন জাতৰ নহও, হীন মনৰ নহয়।' উৰাক চকু পকাই ধৰেঁাতে হেলাই মাত দি— 'আই হেৰ ধুপবীয়া খন মনে মনে থাক। মই লাগে আজিৰ পৰা তাত নেথাকো। সেইখিনি তামোলখনো এৰিম নে?' সন্ধ্যা বুঢ়ীয়ে কাণি-কঠাখিনি লৈ ঘৰৰ পৰা ওলাই গ'ল। দুখুৱে কলে— দিনবোৰ বেয়া হল। আগেয়ে ইমান চোৰ-ভোৰ নাছিল। ৰাতি গৰামাৰি ধৰি নিনিলে নিলে— গলৰ-কাণৰখিনি, বদ্‌নাম কাৰ হব! মণ্ডলে বা আমাক কি নেভাবিব। যি হৈছে হওক, নবেনকে থাকিব দিয়া। নবেন তেতিয়া আঠ বছৰীয়ামান।

দুখুৰ কথা শুনি হেলাই কব খুজিছিল— তাইৰ থকা লগ আছে। ওইঁতে নেজান মই জানো। ৰাম ৰাম ইমান পাপ। কিন্তু দুখুওজো তাইৰ পেটৰ পো নহলেও ল'ৰা। কয় কেনেকৈ? দুখুৰ কথা মতে সিদিনাৰ পৰা অঞ্জলীৰ লগত নবেন থাকিল।

—মজিয়াত থু পেলাওঁতে হাক দিলো, সেইটোৱে হল অপৰাধ। সিদিনাৰ পৰা নেথাকে। কোনোমতে বধূহত্যাদি নবেনক আনিছো। এই কেইদিন দুখেৰে আই আছো। কেৱল…। অজেৰবে মুখলৈ চাই…কি?

—মানে…… আপোনালৈ মনত পৰিলে ধৰফৰ, হুংকটাই লাগে। অকণো মেখা কিলে টোপনিয়ে নাহয়।

—বোৱা……। অজেৰবে কয়।

—সঁচাই ? হুঃ……

—বিশ্বাস কৰা। অঞ্জলীয়ে মায়াজালৰ চিকাৰ অন্বেষক আৰম্ভ কৰি লয়।

এনেদৰে এমাহ ধৰাৰ মূৰত এদিন নবেনে কয়— যাতি ৰবীন কাকা আহিছিল। সি হুমান বেয়া, কিহলাৰ পৰা নমাই আনি— মোক ভুৱা মাটিতে শুৱাই থলে, মই বৰ দুখ পাইছিলো আৰু। আজিৰ পৰা মই ভাত নেখাকো, তোৰ লগতে থাকিম। খুৰী কন্দনাহ, মোক এবাৰে মাটিত শুৱাই থয়। অতীতৰ ছবিবোৰ হেলাৰ আগত জাহি উঠিল।

*　　　*　　　*　　　*

গুণগোবিন্দ ভাৰতীৰ চ'ৰা ঘৰত বহি লোহিত মহৰি আৰু ভাৰতীৰ মাজত আলোচনা হ'ল— পিছে লাহা, কোৱাচোন খবৰ ভাল নে ? লোহিত মহৰিক সকৰে পৰা গাঁৱৰ মানুহে লাহা বুলি মাতে।

—দৰখাস্ত কৰিবলৈ বহু টকা আনিছো।

—পাৰিলে আপোনাক মাৰা ফৌজদাৰী কেচ এটা লগাই দিয়াহে। তোমাৰ কেচ ইনকাম হব। ই দুখু মাৰাত্মক ব্যাধি। বামুণ সমাজক উপলুদ্ধ কৰে সি। আৰু তেকোৱামৰ লগত তাৰ প্ৰেম কি চাবা। কহাৰীহঁতৰ ঘৰে ঘৰে গৈ কলিতা জাতিৰ বিৰুদ্ধেও সি কৈ ফুৰিছে। কিন্তু একটাৰ সম্মিলন পাতে সি। মোৰ নামো গুণগোবিন্দহে। মোৰ কিমান গুণ আছে জানা।

—কিমান প্ৰভু।

—এশ শিয়াল মৰি এজন মহৰি— মইতো তোমাৰো ওপৰত। কোৱাচোন এতিয়া।

—তেৰশমান শিয়ালৰ…

—পূৰা এক হাজাৰ শিয়ালৰ বুদ্ধি ভাৰতীৰ মগজুত আছে। তাৰ বলত কিনা খৰছত লোকেনবৰ্ত্তৰ মেৰাবো হলো।

—ৰবীন চৌধুৰীয়ে আপিল কৰিছে কিন্তু। তেওঁৰ মক্কেলনয়াল [illegible] নাকত কৰাতো বোলে আইন বিৰুদ্ধ হৈছে।

—এতিয়া কৰি থাককহে। এদিনৰ কাৰণে হলেওতো জেলত থলো।

কামত মন দিয়া। মই ডেপুটি কমিছনাৰক কৈ মিচি তোমাক মুক্তিয়াৰ কৰি দিম। পাৰিলে তুমি দুখু আৰু মণ্ডলৰ মাজত ফৌজদাৰী মোকৰ্দ্দমা এটা লগাই দিয়া। 'খুৰা, মনত পৰিছে। বৃকোদৰ হাজৰিকা মানে নলবাৰী থানাৰ বৰবাবুক বৰখাস্ত কৰিছে। লগতে ৰঘুলাল আৰু হীৰালাল নামৰ দুজন হাওৱালদাৰকো। বোধহয় বৃকোদৰ হাজৰিকাৰ চাকৰি নেথাকিবই'। হৰিন, বীৰেন আৰু মদন কলিতাও বিনা বিচাৰে খালাচ হ'ল।

লোহিতৰ মুখৰ পৰা কথাবাৰ ওলোৱাৰ লগে লগে ভাৰতীৰ মুখ বিবৰ্ণ হ'ল। মানুহজন সেঁতা পৰিল। লোহিতে আৰু কলে— এই ৰঘুবীৰ দেছোৱালীটো, তাৰ ফুটনি। সি কি কয় জানে— সি বোলে তেকোৰামকো হেণ্ডকাপ দিব পাৰে। কেৱল দাৰোগা বাবুয়ে আদেশ দিলে হয়। কিমান অসমীয়া বীৰক মই ঠান্ডা বনাই দিছো, কিমান অসমীয়া গুণ্ডাই ৰঘুবীৰৰ ভৰিত পৰিছে আৰু এই সামান্য তেকোৰাম। মোৰ এটা কেঞা আঙুলিৰ যোগ্য নহয়। খুৰা, ইহাত বাহিৰে উপায় নাছিল। পিছত নলবাৰীৰ আবদুল আলীয়ে ৰঘুবীৰ হাৱালদাৰ পালোৱানক চ'ক থকাৰত বান্ধৰ চৰোৱা দিলে। মই বোলো ৰঘুবীৰ কিহে। খুৰা, আমাৰ অসমীয়া মানুহবোৰক বাহিৰৰ মানুহে কিবা বুলিহে ভাবে।' কথাবোৰ লোহিতে কৈছিলহে, ভাৰতী কিন্তু চ'বা মনত নাছিলেই, মন ক'ৰবালৈ উৰি গৈছিল। পৰিস্থিতিয়ে অন্য ৰূপ লব এতিয়া। ভাৰতীৰ মুখ দেখি লোহিত আচৰিত হ'ল। কলে- আৰু এটা সাংঘাতিক খবৰ। এইবাৰ ভাৰতী উচপ খাই উঠি· মনটোক জোৰকৈ টানি আনি লোহিতৰ কথাত লগাই দিলে। বৃকোদৰ হাজৰিকাই যেঁাচ খোৱা বুলি, কছাৰী বাইজক দাবী ধমকি দি হাঁহ, পাৰ, ছাগলী খাই তহিলং কৰা বুলি আৰ্দ্দালীৰ মানুহৰ চহী আৰু টিপ চহী লৈ দৰখাস্ত কৰিছে। বৃকোদৰ হাজৰিকা এতিয়া নজৰবন্দী। শঙ্কৰ সংঘৰ শৰ্মা বৰুৱা আৰু শইকীয়াই বৰ কাম কৰিলে এইটো।

—সিঁহত ক'ত থাকিব লোহিত। হাইদৰ আলী আৰু ইচমাইল খা মাতবৰৰ হতুৱাই দুয়োকো ঠিক লগোঁৱাৰ দিহা কৰি থৈছো।

—দুয়োও বৃকোদৰ হাজৰিকাৰ পৰিত্ৰাণ নাই। ডি. চি ডাহাৰ অতি

শৰ্মা হৈ আছে ।

—লাহা, কথাটো হয় নে ? আমাৰ উকীলেও বোলে শইকীয়া ইতক সহায় কৰিছে ।

—খুৰাইতো পৰিস্থিতি বেয়া কৰি পেলালে । খাটিও উকীল আৰু শইকীয়াহঁতে আবেদনৰ বিষয়ে কৈ থাকোঁতেই উকীল খুৰা সোমাই হুকাৰ ধৰিলে ।

—দেখিছো ঘৰৰ শত্ৰু বিভীষণ । হৰগোবিন্দই বোলে বহুকথা কৈ ফুৰিছে । কাকতি পণ্ডিতক বগাৰাম দোকানীয়ে কৈছে ।

—খুৰা, তামৰ ফলিখন উকীল খুৰাৰ হাতৰ পৰা আনক ! একো ঠিক নাই, বীৰেনক দি দিব পাৰে । বীৰেনে কিন্তু মাটি দখল কৰাৰ চেষ্টা চলাই আছে ।

—মোক ইমান অকৰা পাইছা লাহা, কেতিয়াবাই সৰকাইছো ! আৰু তাক এনে ঠাইত ৰাখিছো ঘৰৰ ভেটি খান্দি ওলট-পালট কৰিব লাগিব ।

—বুজিছো, আপোনাৰ দৰে বুদ্ধিৰ মানুহ জন্মা নাই আৰু যে জন্মিব তাকো আশা কৰিব নোৱাৰি ।

—হেঃ হেঃ তুমি মোৰ কালে লক্ষ কৰা । চাণক্যৰ ৰাজনীতি কূটনীতি পঢ়িছা ? চাণক্যৰ আকৃতি একা ! মোক চোৱা— মোতে চাণক্যক দেখা পাবা ।

এনেতে কাকতি, শাস্ত্ৰী, মণ্ডল আহি উপস্থিত । কৰিবাৰে চিঞৰি কলে— বেলেগু আৰু তিনি গিলাচ । বহক বাইজ ।

মণ্ডলে লোহিত মহৰিক দেখি— কিহে মহৰিবাবু, তুমি বৰ সাংঘাতিক মহৰি । কাকাক লগাই দি মোকৰ্দমা কৰাইছা ।

—নহয় । ওলোটাই তোৰে গিৰিক বান্ধে আৰু চাবি পোণ দিছিলে নাহে । মই লগাই দিছো নে বাধা দিছো ?

—এওঁ এইমাত্ৰ কৈছে । এওঁক কেনে ধৰকৈ পাতিছে । আৰু হুকেনক মাৰ-ধৰ কৰা বাবে এওঁক বোলে খুৰিছিল— ফৌজদাৰী মোকৰ্দমা কৰাৰ বিষয় । কথাৰ গতি লক্ষ্য কৰিব বাবে— জয়েন্দ্ৰ, তোমাৰ

আৰু কিবা নতুন খবৰ আছে নেকি কোৱা।

---বেলেগ হোৱা মেল মাতিছে। কাকতিয়ে উত্তৰ দিলে।

—দেখিছে হ'ল। কেতিয়াবাই মাতিব লাগিছিল। আমি আজি মৌজদাৰ চৌধুৰীকো মাতিবা। আৰু এটা কথা, তুমি পোন্ধৰ বিঘা মাটি নিদিওঁ বুলি কৰা। আমিও তাতে ধৰি থাকিম। ভাৰতীৰ কথাত কাকতি পণ্ডিতে আৰু জোৰ দি— খুজিলেই পাব নে? ইমান সোপা লʼৰা-ছোৱালী কিমান বছৰ ভদ্ৰেশ্বৰে পুহি আছে হিচাব কৰা। বছৰত এশ মোণকৈ।

—প্ৰভু, শীলপুৰীৰ ৰাইজে বোলে পমুৱাসকলে ধান কাটি নিয়া বুলি ফৌজদাৰী মোকৰ্দ্দমা জুৰিলে।' শাস্ত্ৰীৰ কথাত ভাৰতীয়ে— কৰি-বলৈ দিছো। মোকৰ্দ্দমাৰ নীতিয়ে এইটো। আগ বঢ়াৰ মৰণ। আমাৰ উকীলৰ পৰামৰ্শ হল, মোকৰ্দ্দমাৰ আগত যোৱা বেয়া।

—কিন্তু এইটো মোকৰ্দ্দমাত হৰগোবিন্দ ভাৰতী— সিহঁতৰ উকীল।

ভাৰতীৰ মুখখন কʼলা পৰিল। বৰণ সলাই— মই কি কৌশল সাজি হৰগোবিন্দক সিহঁতৰ উকীল কৰি দিছো, তোমালোকে এতিয়া কি বুজিবা। চানক্য শাস্ত্ৰ আৰু ৰাজনীতি পঢ়া। বুজিব পাৰিবা হেঃ হেঃ···

* * * *

বʼদকাচলিত বহি সোণতৰাই সূতা কাটি আছিল আৰু পদ্মাই বাটৰ পিনে চাই পাতল পাতলকৈ মাকো মাৰি গুণ গুণাই বিয়া নাম গাই আছিল। এনেতে বাটৰ পৰা এবাৰি মাত আহি সোণতৰাৰ কাণত পৰিল বৌ। মানুহে কথাতে কয়— আজাৰ চিকুন ঔ, মাতৰ চিকুণ বৌ। মুখ তুলি চাই দেখে লোহিত মহৰি। আহিয়েই পদ্মাক তাঁতৰ শালত বহি থকা দেখি, কিহে মাইচানা, কি কাপোৰ লগাইছা, বুলি তাঁতৰ শালৰ কাৰত ঠিয় হল। পদ্মাই হাঁহি সূতা এডাল জোৰা দি আছে। বুকুৰ গামোচাখনৰ লোচ এটা যৌৱপতিত পৰি বক্ষদেশৰ আংশিক মুক্ত প্ৰায় হৈ আছিল। লোহিতৰ চকু পৰিল। সূতাডাল জোৰাই উঠি পদ্মাই চকুৰে চকু পৰি লাজ পালে। কাপোৰখন তুলি লৈ— খুৰা, কেতিয়া আহিলা বহা, পাতল হাঁহি এটা মাৰি এবাৰ বুকৰ পিনে আৰু এবাৰ লোহিতৰ পিনে চালে। পীৰাখন হাতত লৈ আহি সোণতৰাই আগ

দিলে— লাহা, ইয়াতে বহা। ইমান সময় লোহিতে কোন ৰাজ্যত বিচৰণ কৰি আছিল তৎকে ধৰিব পৰা নাছিল। সোণভাৰ মাত শুনি চকুখাই উঠি, বৌ ইয়াতে বহো দিয়া। দক্ষিণ চেঁচা ঠাই তাত ঠাণ্ডা লাগিব বুলি পীৰাখন আমি তাঁত শালৰ সমুখত অৰ্থাৎ পদ্মাৰ সমুখত পাৰি লৈ বহিল। পদ্মাই চঞ্চল হাঁহি এটি মাৰি কলে— লাহা, সাংঘাটিক বস্তু, ধ'তে লাগি ধৰে, একেবাৰে এৰাই নিদিয়ে। তোমাৰ এই আপদীয়া নামটো সলাই লোৱা খুৰা।

—তেহে তুমি এৰাই ৰাব পাৰা। তোমাক পিছে নেৰিছো মই

—লাহা আৰু চেঁচা পানী·· অৰিয়া অৰি। পানী চাপি দিব এৰাই যাব।

পদ্মাই খিলখিলকৈ হাঁহিলে। হাঁহিৰ লগে লগে কঁপি উঠিল শৰীৰ আৰু তাইৰ বক্ষদেশ। লোহিতে চকুৰ নিমিষ নমৰাকৈ চাই আছিল। মাংকাৰ গতিৰ লগে লগে শৰীৰৰ কম্পন আৰু হেন্দোলনীয়ে লোহিতক মোহিত কৰি তুলিছিল। মাজতে এবাৰ সোণভাই মাত দিলে··· লাহা; সোণভাৰ কাণত শৰা-নপৰাকৈ সি কলে··· ৰবা বৌ এৰা দিয়া নাই।

···ইঃ খুৰা।

কোন ভাগ্যৱান সি, কি সাধনাৰ বলত, ভাগ্যৰ ফলত এনে ৰূপ-ৱতী, গুণৱতী, লাৱণ্যময়ী ৰূপহীক পাব। সচাঁকৈয়ে সি ভাগ্যৱান। কি মোহনীয় শক্তি। কিয় মই পাব নোৱাৰো? অ' তাই নাপিত মই ব্ৰাহ্মণ। কোনে কব তাই ব্ৰাহ্মণ কণ্যা নহয় বুলি। কিহত চিন আছে। একেই শৰীৰ, একেই অঙ্গ-প্ৰত্যঙ্গ, একেই তেজ, একেই মঙহ। তেন্তে এই পাৰ্থক্য কিয়? সমাজ! এৰা সমাজ॥ মই পদ্মাক গ্ৰহণ কৰিম। কিন্তু পদ্মাই জানো মোক ভাল পাব। কায়া হলে হব কি যদি মায়া নাথাকে? শৰীৰ আৰু আত্মা। আত্মা নেপালে, অন্তৰ জয় কৰিব [illegible] কাহিনী এই কায়াৰে সি কৰিব কি। কিন্তু পদ্মাই কলে কিয়··· লাহা, এৰাই নিদিয়ে। তেন্তে কি তাই মোক এৰিব নোৱাৰে।

···কোৱাচোন লাহা, কেইদিনমান থাকিবা? সোণভাৰ [illegible]·

···জান কৈয়া বৌ, মই পাৰিলে [illegible]। [illegible]

কেত যে পৰি আছে, মই নগলে এবো নহয়, তাতে মোৰ পৰীক্ষাও। মই মুক্তিয়াৰী পৰীক্ষা দিম' পদ্মাই মাজতে মাত লগাই—' মুক্তিয়াৰ মানে প্ৰায় উকীলেই দিয়াছোন।" পদ্মাৰ কথাত বৰ উৎসাহিত হৈ—প্ৰায় উকীল মানে, একে পাৰাৰ, মুক্তিয়াৰ আৰু উকীল একেই পাৰাৰৰ।

—পিছে টকাবোৰ থৰা কত? বিয়া-বাৰুৰ দেখোন নামেই নোলোৱা। নে সদৰতে ঠিক ভাগ কৰিছা? বুঢ়ীজনীক অলপ সুখ শান্তিৰ মুখ দেখিবলৈ দিয়া।

—ইমান বিলাক কথাৰ উত্তৰ শুদা মুখে দিব নোৱাৰেৰি বৌ, চাহ তাহ কিবা দিয়া লোহিতে আৰু কিছু সময়ৰ বহাৰ সুবিধা বিচাৰিলে। পদ্মাৰ মাকো চলি আছে। লোহিতৰ চকুও গৈ আছে। সোণতৰাই কলে—' চেনী নাই, গুৰ মিঠাইৰে খাবা জানো? সোণতৰাই হয়তো ভাবিছিল, টাউনত থকা মানুহ, গুৰ নেখাও বুলি কব 'কিন্তু সি তপৰাই কলে হৰ দিয়া, অৱশ্যে অভ্যাস নাই, খাও দিয়া। কিয় সমবায়ৰ দোকানত তোমাৰ অংশ নাই?

—আছে, প্ৰভুৱে মোৰ নামত অংশ লৈছিল, পিছে চেনী অহা নাই অহা নাই বুলিহে কয়। মই হলে চৰকাৰৰ দোকানত কোনো কাহানিও চেনী পোৱা নাই। তেন্তেহলে তুমি অলপ বহা, মই গাত পানী দিয়াই নাই। দৌৰ মাৰি নদীতে গাভো জুবুৰিয়াই আহো। পদ্মা, তই সেই মহৰা ছুটা শেষ কৰ। মই যাম আৰু আহিম।

সোণতৰাই মাটি কলহ আৰু মেখেলা চাঁদৰ জোৰ কাষত লৈ নদী ঘাট বুলি চাপলি মেলিলে। 'পদ্মা মহৰা ছুটা শেষ কৰ' এই বাক্যটোৰ অৰ্থ এশ শিয়ালৰ বুদ্ধি থকা মহৰি হলেও লোহিতে বুজা নাই বুজিছে পদ্মাই। মানে—তই শালতে বহি থাকিবি। লোহিতে চেষ্টা কৰি চোৱাৰ লোভ সামৰিব নোৱাৰি—মই কথাকে চোবাই থাকিমনে? ভাবোন এখনকে দিয়াছি আহা?'

—খুৰা, 'মুখ শুদ্ধি পিছতহে'। যিমান পাৰা কথাকে চোবোৱা। মহৰি উকীলৰ কামেই কথা চোবোৱা। যিমান চোবাব পাৰে সিমানেই পইচা?

—বৰ তুমি আহা, এখন ভাবোন্‌··

—বাপৰে বাপ খুৰা, ছুটাকৈ মহৰা, জাপা আছি যাবিব

—কুৰাই দৈ দিয়া, দুটা খাদি পুজা মাকোৰ বুকুত ভৰাই থোৱা

—ই মহাৰী বৰ মহয় খুৰা। ভাল-ভেজাল কৰি টকা ঘটিলা। ই হল তাঁত শাল, বৰ কাম।

লোহিতৰ মনে বতা অভিপ্ৰায় সিদ্ধি নহব জানি কথাৰ মকলায়ক নেদিলে। পদ্মাই গামোচাখন টাৰিকে বান্ধি লৈ মাকো মৰাত লাগিল'

—শুনিছিলো—তোমাৰ বিয়া

—হৰ, সব যোগাৰ-পাতি হৈছেই

—পিছে

—একেবাৰে সামান্য যোগাৰ এটা লগা নাই, লোহিত মহৰিৰ মুখ সেঁতা পৰিল। দীঘল হমুনিয়া এটা কাঢ়ি কলে—'সামান্য যোগাৰ মানে?'

—ধৰি লোৱা, ধান-চাউল, কাপি-কাপোৰ, বাচন-বৰ্তন আ-অলঙ্কাৰ জিন-বাৰ সব ঠিক-ঠাক। সাধাৰণ যোগাৰ এটা হলেই হয়।' বৰ আচৰিত আৰু উৎকণ্ঠাৰে লোহিতে পদ্মালৈ চাই আছিল। মনো বিজ্ঞানৰ দাপোনত পদ্মাই লোহিত মহৰী নামৰ মানুহজনৰ সৰ্ব্ব শৰীৰ, বাহিৰ-ভিতৰ, দেখা পালে। কামান্ধ লোহিত যেন নিৰাশাৰ অটল গহ্বৰত পৰি উঠিবলৈ ৰুদ্ধ ৰকাই চেষ্টা কৰি আছে। তাক আৰু গভীৰতমলৈ ঠেলি দিয়াৰ মানসেৰে সূতাতাল জোৰাম বুলি মাটিত পৰি থকা মাকোটো তুলি লওঁতে গামোচাখনে প্ৰতাৰণা কৰিলে, কোনো কাহানিও নেদেখা অপাৰ্থিব পদ্মাৰ বুকুখন দেখিলে। লোহিতৰ হিতাহিত জ্ঞান লোপ হ'ল। পদ্মাই পুনৰ আৰম্ভ কৰিলে—খুৰা, মই জানো, তুমি অসাধৰাণ ব্যক্তি। মই অসহায়া বিধবাৰ ছোৱালী। এই সামান্য বস্ত এটা যোগাৰ কৰি দিলে পৰম উপকাৰ কৰা হয়। পাৰিবা?

—কোৱা, নোৱাৰিম কিয়?

—আমাৰ ইমান যোগাৰ, মনৰ আশা-ভৰসা সব অথলে যাব যেন পাইছো, এই সামান্য বস্ত এপদৰ বাবে।' লোহিত আৰু অস্থিৰ হৈ উঠিল।

—তুমি নোকোৱা কিয়? মই এতিয়াই দিম'

—মানে—মানে সব হৈছে মাত্ৰ একন দৰা'... লোহিতে যেকোনও জ্ঞান পোন কৰি ৰহিল—' হেঃ হেঃ হল কি, একেবাৰেই নহল দেখোন'

—কিয় নহব, সব হৈছে।

'—পৰয়া,' তুমি আজলীজনী হৈ আছা, দৰাই যদি ঠিক হোৱা নাই, হ'ল কি ? গাৱাই বৰ চিন্তিত যেন দেখুৱাই—কিয়, দৰা নহলে বিয়া নহয় নেকি।

—কইনা নহলেও বিয়া নহয়। দ'ৰা আৰু কইনা, দুয়ো লগলাগিলে হয় বিয়া

—হলেও দৰাৰ দাম বেছি। মই হাবাথুৰি খাই ফুৰিছো, মোৰ বাবে দ'ৰাই নাই। বোধহয় জন্মা নাই। পদ্মা যেন নিৰাশাহে হৈছে এনে ভাব দেখুৱালে।

দুয়ো কিছু সময় নিমাত হৈ থাকিল—'এই পৃথিবীখনত ইমানবোৰ ডেকা ল'ৰা আছে কিন্তু,—মোৰ কাৰণে এজন নৰা···

—হেঃ হেঃ বৰ ইহুৱালা দিয়া। আজি মোৰ দিনটো বৰ ভাল। ৰাতি পুৱা উঠিয়েই বা কাৰ মুখ দেখিছিলোঁ মনত পেলাওঁ ৰবা, ছলাহি মাৰি কথা কবলৈ শিকিছা নহয়। তোমাৰ দৰে ছোৱালীৰ যদি বিয়া নহয়, তেন্তে খৰি লব লাগিব দ'ৰা নামৰ এই বস্তুবিধ পৃথিৱীত ঔষধৰ কাৰণেও পোৱা নাযাব কিজানি। দ'ৰা তোমাৰ ঠিক হৈয়েই আছে। মোৰ লগত বগৰহে কৰিছা।

—অ' বীৰেনৰ কথা কৈছা ? খুৰা তোমাৰ অনুমানো ঠিকেই হৈছে, মোৰ মাই আৰু ভাৱতীৰ সম্বন্ধ গাথীৰ মিঠৈৰ দৰে। কিন্তু বীৰেন হল ভাৱতী আতাৰ শত্রু গতিকে মাই বীৰেনৰ নামেই শুনিব নোখোজে। সি এটা পাগল, বাওনা হৈ চন্দ্ৰলৈ হাত মেলে। সাতাম পুৰুষৰ পৰা সেই মাটি ভাৱতী আতাৰ বুলি সকলোৱে জানে। আৰু বীৰেন পাগলে বোলে এই জমী দখল কৰে। বীৰেন এতিয়া দুটা ডাঙৰ মোকৰ্দমাৰ আচামী। সিদিনা ইয়ালৈ আহিছিল, মই বহিবকে নিদিলোঁ।

—এৰা সি আচলতে পাগল হৈছে। সি মাটি লব, লওঁকচোন দেখিম, কলি-মোহৰ পাব ক'ত ?

—অ' ভাৱতী উকীলৰ ভাত আছে বোলে। সি ভাৱতী উকীলৰ তালৈ গৈছিল কিজানি।

—মিছা, উকীলৰ তাত নাই। জানো নই, সেই চাবি-কাঠি মোৰ হাতত। ভাৱতী খুৰাই কেতিয়াবাই কলি-মোহৰ আনি এনে ঠাইত ৰাখিছে,

[illegible] লখিম শেষ [illegible]। [illegible] [illegible] [illegible]
[illegible] পৰা উঠি আছি [illegible] [illegible] [illegible]…

—ভাৱতীৰ লগত কাজিয়া কৰাৰ পিছ মই [illegible] [illegible]
দেখিব নোৱাৰো। আমি দুখীয়া মানুহ খুবা, [illegible] [illegible] [illegible]
মুখত হলে বীৰেনকো মাত [illegible] [illegible], অন্তৰ হলে [illegible] [illegible]
আৰু তাৰ কথা শুনিছা—আগেয়ে [illegible] বিয়া [illegible]—তাৰ [illegible]…।
আহক বাৰিষা, কাটিক [illegible] বৈ যা তিনিছা খাই যা ভাত। মাৰে [illegible]
জানো আগত লৈ বহি থাকিব। খুবা, মই অন্তৰ পৰা কৈছো, এটা
দ'বা চাবা… ."

—এই জীৱনতো তাৰ মাটি নহব, বৰং তাৰ জীৱন মাটি হব। তুমি
জানা, ভাৱতী খুবাৰ ঘৰত যে ডকাইতি হৈছিল, ডকাইত আন কোনো
নহয়, বীৰেনৰ দল। ধন-সোণ নিয়া মতলব নহয়, এই কলি মোহৰ।
কিন্তু ইমান সহজ! ভাৱতী খুবা জানো কম টেঙৰ। টিনৰ বাকচ এটাত
ভৰাই ঘৰৰ মজিয়াত পুতি থৈছে। হিঃ হিঃ বেটা বীৰেন। সি মহৰি
ধৰে—গন্টিৰাম লহকৰক। গন্টিৰামো মহৰি নে। গন্টি থাকোতে তাৰ জীৱন
গল। মোক মহৰি ধৰিলে বীৰেনৰ কিন্তু [illegible]—আছিল। এতিয়া জানিবা
বীৰেনৰ জেল অনিবাৰ্য্য।' মিচিক কৰে হাঁহি এটা মাৰি পলাই [illegible]—
খুবা, পদ্মাক লাহাই ধৰিছে কিন্তু পানী নেচাপিবা—দ'বা……

এনেতে সিহঁতৰ কাণত পৰিল· ৰাম, ৰাম, হৰি, হৰি [illegible]
সোণভৰা আহি পালেহি। মুখত ৰাম, কৃষ্ণ, হৰি, হৰি নাম লৈ [illegible]
কাটিতে থলে—লোহিতে হাঁহি মাৰি—বৌ, বৰ ভক্তি দেখিছো, [illegible]
ঘাটলৈ গৈ জপত বহিছিল। নেকি! চাহৰ লোজতে বহি থাকোতে [illegible]
এতিয়া বোধহয় শিপা গজিল। চাহলৈ মনত পৰি [illegible] পানী বৈ বৈ
তোমাৰ চোতালত বাণপানী উঠিল হি।

—জপ-জপ কি কৰিম। মহা পাপনী মই। [illegible] পাৰি
ৰামে ৰাম নাম আবাৰ পাইছো, 'মহাপুৰুষ [illegible] [illegible] [illegible]……'
[illegible] লগ পালো বাটতে। সিদিনা [illegible] মুখটো [illegible]। [illegible]
[illegible] [illegible] [illegible] [illegible] [illegible] [illegible], [illegible] [illegible] [illegible]। [illegible]

ৰাম কি কথা, কি কাণ্ড, থু থু...' 'অ' অকণৰ কথা কৈছা। জীয়াৰ ঘৈনীয়েক। তাইৰ আচল নাম অকণহে। পিছত নাম সলনি কৰি অৰুণি ৰাখিলে। গুৱাহাটী সদৰত তাইক নজনা কোনো নাই। এদিন ঘৰলৈ আহিম বুলি—ৰাতি হোটেলত থাকিল। ধৰা পৰিল পুলিচৰ হাতত। গাঁৱৰ সন্মান ৰাখি ভাৱতী খুৰাই কোনোমতে খালাচ কৰি আমাৰ ঘৰতে ৰাখিলে। মই তেতিয়া খুৰাৰ ঘৰতে আছিলো। মৌজাদাৰে খুৰাক কাবৌ মিনতি কৰি 'ভাৱতী, কতো যেন প্ৰকাশ নেপায়, নহলে মোৰ সন্মান... এওঁৰ বুৰঞ্জী বহুতো। সদৰৰ বিখ্যাত গুণ্ডা কামাল আলীয়ে এওঁক বিয়া কৰোৱাৰ কথা আছিল। কামাল আলীয়ে পৰিচয় দিছিল কমল গোস্বামী বুলি। কামালৰ ভয়ত জজ চাহাবৰ লৰা প্ৰণৱ বৰুৱাই পলুৱাই নি ৰাখিলে চিলঙত। চিলঙৰ হাস্পাতালত ল'ৰা সন্তান এটিৰ জন্ম হৈছিল। এতিয়াও বোলে 'অনাথ' নাম দি আস্পাতালতে নাৰ্চবোৰে পালি আছে। প্ৰণৱজ্যোতিয়ে অকণক বিয়া কৰায়েই—কিন্তু জজ চাহাবে ঘৰখোৱাকৈ তাক বিয়া কৰাই দিলে উজনি অসমৰ কোনোবা বাগিচাৰ মালিকৰ ছোৱালীক। প্ৰণৱ বৰুৱা সদৰত নাই, শুনিছো, এছ, ডি, চি পদলী পাইছে। অকণক বিয়া দিবলৈ মৌজাদাৰে হাবাথুৰি খাই ফুৰিছিল। গুৱাহাটীত দিব নোৱাৰিহে জীয়াৰ তাতে গতালে। নহলে মৌজাদাৰৰ ছোৱালী আৰু মণ্ডল।

—ৰাতি এটাত চাহ আনি পদ্মাই লোহিত মহৰিৰ আগত থলে। সোণতৰাই শুনি থাকি—'ৰাম, ৰাম এইবোৰ কথা শুনাই নাছিলো, জীয়াই কি চাই এইক আনিছিল।' চাহৰ পৰা মুখ এৰি লোহিতে কলে—ৰাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰি

• • • •

পদ্মাতকৈ লীলা বছৰ দেৰেক, যদিও কেইবছৰমানে ডাঙৰ, তথাপি লীলা আৰু পদ্মা দুয়ো বান্ধৱী। পদ্মা ৰূপহী, লীলা মিঠা বৰণীয়া, তিমান ৰূপহী নহয়। পদ্মাৰ গাৰ গঠন যিমান আঁটিল আৰু সুডৌল লীলাৰ নহয়। লীলা গম্ভীৰ, পদ্মা চঞ্চল। লীলা সহজ সৰল, পদ্মা বুদ্ধিমতী সু-চতুৰা। লীলাৰ আকৰ্ষণ আছে সহৃদয়তাৰ সৌন্দৰ্য্য। [illegible]

পিছতে পিতাক 'ওৱাৰ্কিচ' হৈ খালাছ কৰি দিলেহি।

পিতা ভালে গৈছিল নহয়। বৰ ধনী মানুহ। কি ভাৰতীৰ হাউলী, তাৰ আগত একেবাৰেই নহয়। সোমাবকে বোলে ভয় লাগে। পিতাকে আৰু বোলে বিয়া নকৰাই, সেই চৰ্ত্তহে কোনোমতে ৰাখিছে। পিতাক আগ বঢ়াই থবলৈ আহোঁতে বোলে চকু চলচলিয়া কৰি সেৱা কৰিছে আৰু বেয়া পাবলৈ হাক দিছে। লীলা, আমাৰ কপালবোৰত বিধাতাই ভাল লিখিবৰ পাহৰিলে কিজানি।

—আমি কিন্তু ভাবিছিলো এইবাৰ হব বুলি

—মই কিন্তু ভবা নাছিলো। এটা কথা মই জানো যেতিয়া-লৈকে গুনগোবিন্দ ভাৰতী জীয়াই থাকিব– তেতিয়ালৈকে মোৰ বিয়া হবই নোৱাৰে। যদি ইয়াৰ ভিতৰতে কিবা দুৰ্পিৰ্কাত ভাৰতীৰ মৃত্যু হয় সুকীয়া কথা। ···কিবা এটা কৰি পেলাব পাৰো; কিন্তু মাই পিতাৰ গতি কি হব!

—ইমান অধৈৰ্য্য নহবিচোন। ধৈৰ্য্য ধৰা আমাৰ কৰ্ত্তব্য। আমা-লৈকো শান্তি নামি আহিব যেন পাইছো। সংঘৰ মানুহকেইজনৰ—অক্লান্ত পৰিশ্ৰমৰ গুণত আমাৰ মানুহবোৰ খালাচ হল। ভাৰতী জানো ভাৰতী হৈয়ে থাকিব। আৰু কি ঠিক কিজানি শৰৎ শৰ্ম্মাও আহি পায়।

—এই কথা মোৰ মনলৈকো আহে অৱশ্যে। মানুহৰ মন আমিও অলপ অচৰপ বুজি পাওঁ। এমাহৰ ওপৰ কাল আমাৰ ঘৰতে, আগত অৱশ্যে ওলোৱা নাই দেছোন, কিন্তু আঁতৰে আঁতৰে থাকি গতি-বিধি নিৰীক্ষণ কৰিছো, শটাকৈয়ে সুপুৰুষ। তদীয়া মণ্ডলৰ কথা ওলালে পিতাই কয়—শক্তিৰ সঞ্চয় কোবেই পুৰুষ। এতিয়াতো মোৰ স্বাৰ্থ নাই। মোৰনো আৰু কোন আছে, তয়ে মোৰ বন্ধু।

এদিনৰ কথা কৰ্ত্তাজনবাৰলৈ যাওঁ বুলি গৈছিল। উৰুণীৰ শাক্তি বিয়ালৈ গৈছিল—মাই। এনেতেতো আহি পালে। মই আছিলো চাঙৰ তলত বাচুলি দি। একেবাৰে গাৰ কাষতে ঠিয় দি—'মাই, মাই মোৰ বোৱা নহল' তৎক্ষণাত ঠিয় দি মই কলো—'মাই নাই' যেনেকৈ থৰহৰ কেনেকৈ লোকেই আহি কাষত ঠিয় হৈ 'পিতা এলা?' মই উত্তৰ

দিলো—'নাই'। নিজৰ কুঠৰীত সোমাল গৈ। ভাবি চা মোৰ কি অৱস্থা হব পাৰে! এতিয়া কৰো কি? মাই বা আকৌ কেতিয়া আহে। খবৰ পঠাবলৈকো কোনো নাই! বেৰৰ আঁৰৰ পৰাই সুধিলো—ভাত খাব নে?

—অৱশ্যে ভোক লাগিছে, মাই আহক বাৰু। কথা শুনি মোৰ বুকে ধপধপাবলৈ ধৰিলে। আনদিনা ভাত খাওঁ বেছি পিপাবলৈ বোৱাত আজি মোক কি মৰ ধৰকে পাইছিল, তেৰপৰ বেছি নোহওঁতেই খাবলৈ। আছে কেইটা মান শুদা ভাত, আৰু একো নাই। আলু ভাজিবে দিও বুলি আকৌ বেৰখনৰ আঁৰত ঠিয় হৈ সুধিলোঁ—ভাত দিওঁ নেকি?

'গাটো ধুই লওঁহোন' বুলি চোতালখনত ঘুৰি-পাকি আছিল সেখোন, ঘৰলৈ সোমাই গৈ পানীৰ কলহটো আনি গা ধুলে। ধুই উঠি—ভাত ইয়াতে দিলে ভাল হয় নেকি?' গোহালী ঘৰতনো ভাত দিব পাৰিনে? মজিয়াতে দিলো আৰু মই পাকঘৰত সোমাই থাকিলোঁ। বৰ বিপদত পৰিছিলো সিদিনা-তেখেতো বিপদত পৰিছিল নিশ্চয়।

মাই আৰু পিতা আহি জানিব পাৰিলে—এদিনৰ কাৰণে হলেও আমি দুয়ো সংসাৰখন চলাব পাৰিছোঁ। দুয়োৰো বৰ আনন্দ।' লীলাই এটা হুমুনিয়া কাঢ়ি আকৌ কলে—তাৰ কেইদিন মান পিছতে তেওঁৰ হল জ্বৰ। মায়ে মোক পঠাই দিলে জ্বৰ চাবলৈ। গাহ গোটাই গলো দে। কপালত হাত দিওঁ কেনেকৈ! ভৰিখনত হাত দি জ্বৰ চাব খুজিছোহে উচপ খাই উঠি—'লীলা,' ছিঃ ছিঃ কৰা কি? নেপায় নহয়—এতিয়া তুমি ব্ৰাহ্মণ কন্যা। যদি বেয়া নোপোৱা তেন্তে মূৰটোত অলপ খাব তেল দিব পাৰা। এইটো মোৰ অভ্যাস। নহলে বোগাৰ কৰি দিয়া মূৰে মালিচ কৰি।'

মূৰে মূৰটো মালিচ কৰি দিলোঁ। অলপ সময় মালিচ কৰি দিয়াৰ পিছত মোৰ হাতখন আঁতৰাই সৰু সৰু কৰে কাণিবলৈ ধৰিলে। মই বৰ আচৰিত হৈছিলো। 'লীলা সকলো মাই নধৰি হৈছে, নাৰীৰ মৰম চেনেহ কাক বোলে নেজানিলোঁ। নাৰীৰ মৰম-চেনেহ, [illegible] জীৱনত এনে প্ৰথম। ইয়াৰ পুৰস্কাৰ যদি দিব নোৱাৰো?'

কথাখিনি শেষ কৰি লীলা বৈ গল। পুজাৰো নীৰৱে থাকিল। —মই আৰু বিয়া নকৰাওঁ পুজা। বিয়া মোৰ হৈ গৈছে। দৈহিক মিলন নহব পাৰে আত্মাৰ মিলন হৈছে।

## পোছৰ

ছখু আৰু ভদ্ৰেশ্বৰ মণ্ডলৰ খেলেগ হোৱা মেল বহিল। ছখুৱে সোণধন পাওবুঢ়া আৰু ভেকোৰাম বৰুৱাক মাতিলে, ভদ্ৰেশ্বৰ মণ্ডলে মাতিছে তাৰবতী নগৰ কবিৰাজ, শাস্ত্ৰী, কাকতি পণ্ডিত আৰু প্ৰসন্ন কুমাৰ চৌধুৰী মৌজাদাৰক। আন আন মানুহ আৰু বহুতো আহিছে যদিও মুখ্য মেলকি এখেত সকলহে, আনবোৰ দৰ্শক মাথো। মেল আৰম্ভ হ'ল। প্ৰথমে ভাগ হব ঘৰ। পণ্ডিত কাকতিয়ে উদ্বোধন কৰি কলে—'টিনৰ ঘৰটো মণ্ডলৰ ভাগত থকাটোৱে ভাল হব বোধকৰো? বাইজৰ মতামত বা কি?'

বাইজ আৰু ভদ্ৰেশ্বৰ পৰা উত্তৰ নৌ আহোতেই ছখুৱে কলে—'মই টিনৰ ঘৰত থকাৰ লায়ক নহওঁ, টিনৰ ঘৰটো তাকেই দিয়ক'

—এইবাৰ হালোৱা গৰু ভগোৱা হব' কাকতিৰ কথাত শাস্ত্ৰীয়ে মাত দি—মণ্ডলে নিজে হাল নেবায়, মৰকীয়া বা চাকৰ ৰাখিছে যেতি কৰিব লগিকে গৰু হাল ভাল হলে সুবিধা, মোৰ বোধেৰে—কালহাল মণ্ডলৰ হওঁক। সোণধন পাওবুঢ়াই মাত লগাই—গৰু হাল পুত্ৰবত যতন কৰি ইমান দিন ছখুৱে প্ৰতিপালন কৰি ৰাখিছে, মৰমৰ বস্তু এৰি দিবলৈ সকলোৱে টান পাই, মই কওঁ—গৰু হাল ছখুৰ ভাগত থাকক' ভদ্ৰৰাই তৎক্ষণাত মাত দি—'সেইটো কেতিয়াও হব নিদিওঁ, গৰু হাল মোৰ কেইবৰ টকাৰে কিনিছো। মোৰ টকাৰে কিনা বস্তু তাক কেতিয়াও নিদিওঁ'

—সেইটো [illegible] অবিবেচনীয়া কথা' বাইজে, চিন্তা কৰক। [illegible] [illegible] কবিৰাজে—তোমাৰ টকাৰে কিনা বুলি আজি গহ কৰিব নোৱাৰিবা [illegible] ছুই বুঢ়া দি আছে সকলোতে দুয়োৰো সমান অধিকাৰ। [illegible] [illegible] ভাল ভাগ নিষ্কিচাৰে। [illegible] দি [illegible]

[illegible] [illegible] কলে—

—টিন-ঘৰটো যেনেকৈ দুখুৱে উপযাচি মণ্ডলক দিলে, মণ্ডলেও গৰু-হাল দুখুক দিয়ক। গাওঁবূঢ়াৰ বক্তব্যত ভাবভীয়ে মণ্ডলৰ পিনে চকুৰে কিবা ইঙ্গিত দিয়াত মণ্ডল মনে মনে থাকিল।

'এতিয়া ভাগ বটোৱাৰৰ পাল পৰিল মাটিৰ। বাৰী-বস্তিত এপূৰা মাটি, দুবিঘা-দুখুৰ, দুবিঘা মণ্ডলৰ। ছয় পূৰা খেতি মাটিৰ বাৰ বিঘা মণ্ডলৰ আৰু বাৰ বিঘা দুখুৰ।' এনেতে কাঠিত বহি থকা বূঢ়ী হেলাই মাত লগালে—প্ৰভুসকলে, একঠা হওঁক, .একবিঘা. হওঁক ভাঙৰ ভায়েক বুলি মান ভাগ দিব লাগেই, সাতাম পুৰুষৰ নিয়ম' হেলাৰ কথাত ভজীয়াই মাত দি—

—নিয়া, টানি-খুহি নি দুখুৰ গৃহস্থীখনকে ভাঙৰ কৰি দিয়া। তুমিয়েই সৰ্ব্বনাশৰ মূল'—খাই পাত ফলা মানুহ তই। দুখুৱে তোৰ লগত যিমান দুখ-নিকাৰ ভুঞ্জিছে, তোক মানুহ কৰিছে, তোৰ পিতাৰে জীয়াই থাকিলে পাৰিলে হৈ নে নাই কৰ নোৱাৰে'। তই বিধৰ্মী, মানুহ নহয়, অজবেচৰা, তই গৰু।' হেলাৰ কথাত অঞ্জলিৰ গা জিকাৰ খাই উঠিল— 'আমাক আজী খুৱাৰ নালাগে, ভাঙৰ বোৱাৰীৰ লগতে থাকি বৰ ঘৰখন পাতি দিয়ক।' হেলাক এবাই দুখুৰ লগত থব পাৰিলে অঞ্জলিয়ে মুক্তি পাই বাবে এই ‘সুযোগতে কথাবাৰ পঞ্চায়তৰ কাণচোৱাই থলে। হেলাই মাত দি 'আই, গুণেশ্বৰী, তুমি মনে মনে থাকা। দেখিম, আজিৰ পৰা কোনখন গৃহস্থী পাতি দিয়া ?' কথাৰ ৰূপ আনফালে যোৱা দেখি দুখুৱে মাত দি 'মাই মনে মনে নাথাকা কিয়, সাক্ষাত ঈশ্বৰ স্বৰূপ ৰাইজ আছিছে, উচিত অনুচিত ভাগ কৰি দিব। আমাৰ মাজত দন্দ খৰিয়াল কৰে' কিয় ? প্ৰভুসকল, স্থাবৰ-অস্থাবৰ সম্পত্তিত মোৰ অকণো আপত্তি নাই। কিন্তু সৌ সিদিনাখন কিনা মাটি পোন্ধৰ বিঘা। বিধিমতে তাৰো ভাগ হব লাগে।'

—সেই মাটিৰ ভাগ তুমি নোপোৱা, কাৰণ এই মাটি মোৰ টকাৰে কিনা।

—প্ৰভুসকল, ভিনিকুৰি মোন শালিধান আৰু 'ৰহমোন' মৰাপাট বিক্ৰী কৰি পোৱা টকাৰে এই মাটি কিনা হৈছে।

—এই বাৰী [illegible] তোমাৰ দ'বা-[illegible] [illegible]

খৰি কিনাৰ বছৰ যালো। [illegible] [illegible]

[illegible] [illegible] মাত দি— [illegible] [illegible]

যদিও কথাবোৰ লাইন আৰু আইন-মত হোৱা নাই। আমি কৈছো, আজিলৈ যেৰ কুটাডালো যি আছে, দুই ভাইৰ মাজত সমান ভাগ হব লাগে, কাইলৈৰ পৰা দুখুৱে নিৰিচাৰে নহয়। আমাক পঞ্চায়ত বুলি মাতি আনিছে···

—মই আপোনাক মতা নাই··· দুখুৰ কথাৰ ধৰণ কাৰণ দেখি কাকতিয়ে—মণ্ডল, কথা কবলৈ নেজানাহে। গাওঁবুঢ়া, এইটো দুই ভাইৰ ভিতৰুৱা কথা। আমাৰ আগত পৰা সম্পত্তিহে ভাগ কৰি দিব পাৰো। কিন্তু পোন্ধৰ বিঘা মাটি আমাৰ আগত থোৱা নাই যেতিয়া ভাগ কৰো কৰ পৰা। দলিল-পত্ৰ চাওঁ বাৰু।

—প্ৰভু, এইটো অন্যায় হৈছে। এই মাটি ধান বেচা টকাৰে কিনা

—আমি এই বিষয়ে একো নেজানো দুখু। ভাৰতীৰ কথাত এইবাৰ ভেকোৰাম গাওঁ বুঢ়াই মাত মাতিলে। ইমান সময় গাওঁবুঢ়াই কিন্তু মাত মতা নাছিল। তেওঁ গহীনাই কলে—'নাজানো বুলি কলে হবনে? মই জানো আৰু পঞ্চায়তৰ এইসকলে জানে। মণ্ডলে দুগাড়ী ধান হীৰালাল কেঞাৰ তাত বেচা কথা নাজানে কোনে? ভাৰতীয়ে অৱশ্যে নাজানিব। হীৰালালৰ গাড়ী দুখন তেওঁৰ নঙলাৰ আগেদি গৈছিল আৰু তেতিয়া প্ৰভুৱে ধ্যানত বহি কাৰ শ্ৰাদ্ধত কোন বামুণক মাতিলে, কাৰ ল'ৰা কোন গণকে গণিলে, কাৰ ছোৱালীৰ বৰ কত ঠিক হল আৰু কাৰ মাটি হাত কৰিব পাৰি, তাৰে চিন্তাত বহি থাকোঁতে চাৰিটা ম'হৰ টিলিঙাৰ কোনো শব্দ তেওঁৰ কাণত নপৰিল। ভেকো গাওঁবুঢ়াৰ আগত কথাৰ চলাহি নখটুৱাবা ভাৰতী।

পঞ্চায়ত কাঁহ পৰি জীণ গ'ল। কাৰো মুখত মাতবোল নাই। দৰ্শক বা'জৰ কেইজনমানে মূৰ দুপিয়াই গাওঁবুঢ়াৰ কথাত সমৰ্থন জনালে। ভাৰতীয়ে শাস্ত্ৰীৰ চকুৰ কালে চালে—শাস্ত্ৰীয়ে তপৰাই মাত দি—বাইজ, আমি মিছাতে তৰ্ক কৰি মৰো কিয়। উচিত বিচাৰ কৰাই আমাৰ ধৰ্ম্ম। হেৰা, ভদ্ৰেশ্বৰ কাগজ-পত্ৰ কিবা আছে যদি আনা।'

ভদ্ৰেশ্বৰে দলিল এখন আনি বাইজক দেখুৱালে। পণ্ডিত কাকতিয়ে ডাঙৰ কৈ পঢ়ি বাইজক শুনাই দিলে, 'মাটি পোন্ধৰ বিঘা মণ্ডলৰ নামত কিনা হৈছে, তাত দুখুৰ নাম নাই।' দলিল পঢ়া হলত সোণধন গাওঁবুঢ়াই কলে—মণ্ডল, ডাঙৰ অন্যায় কৰিছে আপুনি। দেখ দেখ সকলোৱে জনা

কথা, আজি বেলেগ হব, মাটি বাখিবৰ ছমাহ নৌ হয় এখোন।

—প্ৰভুসকল, গাওঁবূঢ়াৰ কথা ঠিক। দুই জনক মিলা প্ৰীতিবে ৰখা আমাৰ কৰ্ত্তব্য। আমি মণ্ডলক অনুৰোধ কৰিছো, এই মাটিৰ পৰা এপুৰা মাটি দুখুক লিখি দিয়ক। সোণধন গাওঁবূঢ়াই কলে।

—মই এহালিচাও নিদিওঁ। ভক্তেশ্বৰ উঠি থিয় হ'ল।

—নিদিওঁ বুলিলে আমি একো কৰিব নোৱাৰো, ভাৰতীৰ কথা।

—তেনেহলে এইখন কিবা মেল হল নে ? বাইজক উঠাই দিয়ে এওঁ!

ভেকোৰামৰ খং দেখি দুখুৱে সৈমান হৈ—প্ৰভুসকল, মোৰ নামেই দুখু, মই এনেও দুখীয়া, তেনেও দুখীয়া, বাইজৰ মতেই মোৰ মত।'

—পোন্ধৰ বিঘা মাটিৰ পোন্ধৰ আঙুলিও তোক নিদিওঁ' ভদীয়া মেলৰ পৰা উঠি গ'ল।

* * * *

'খুৰা, ভৱসাগৰৰ পৰা উদ্ধাৰ কৰক। লীলাৰ মুখলৈ চাই মোক ক্ষমা কৰক।' ৰতিকান্ত শৰ্ম্মাই ভাৰতীৰ ভৰিত পৰিল। ভাৰতীৰ মনত উদয় হ'ল 'ভাৰতী কি শুভক্ষণত তোৰ জন্ম হৈছিল। এতিয়া···?' মুখ ফুটাই বৰ গুৰু-গম্ভীৰ ভাৱে কলে 'মই কি কৰিব পাৰোঁ,- আমাৰ এখন সমাজ আছে, তেওঁলোকক ধৰা গৈ' ভাৰতীয়ে আৰু হোকাৰ নলীত মুখ দিলে, যেন ৰতি শৰ্ম্মাক দেখাই নাই এনে ভাৱ প্ৰকাশ কৰি—'অৱশ্যে মই তোমাৰ হকে বামুণ সমাজক কব পাৰো।' চকু চলচলিয়া কৰি ৰতি শৰ্ম্মাই পুনৰ কলে—আপুনিয়ে সৰ্ব্বেসৰ্বা, আপুনি কৰিব নোৱাৰা কাম একো নাই'

আজিহে জানিলা ? ইমান দিন কত আছিলা ? চৰকাৰৰ ঘৰে জুৰিব মেথাৰ এনেয়ে পাতিছে ? লোকেল বৰ্ডৰ মেম্বাৰ এনেয়ে হোৱা নাই। মোত কিবা আছে। ভেকোৰামৰ বল আছে, বুদ্ধি নাই। এতিয়া ভেকোৰামে সহায় নকৰে কিয়। বৰ যেখোন ডাংকোৰ মাৰিছিলা, পিছে এতিয়া ? কাৰ্য্যকৰী সমিতিক মই ধৰিম বাৰু, কিন্তু সাৱধান কৰি দিলো, কথাৰ লৰচৰ হলে—সৰ্ব্বনাশ ঘটাম।

—মোৰ কথাৰ ঠিক আছে খুৰা, মূৰটো খুজুৰাই ৰতি শৰ্ম্মাই কলে।

—মই তোমাক বিশ্বাস কৰিবলৈ টান পাইছো। আৰু যদি প্ৰকৃতিস্থ—

—সত্যে সত্যে তিনি সত্যে ই শপত খাই কৈছোঁ খুৰা, মই হাৰ মানিছোঁ।

সিদিনাৰ পৰা ৰতি শৰ্ম্মা দিনটোৰ ভিতৰত এবাৰ নহয় এবাৰ ভাৰতীৰ তালৈ আহে। বামুণ সমাজ মাতি ৰতি শৰ্ম্মাৰ প্ৰায়চিত্তৰ ব্যৱস্থা কৰা হ'ল। বৰ আহঁত গছৰ তলত, পাঁচ গাঁৱৰ মধ্যস্থ ঠাইত সমাজ বহিল। চাৰিওপিনে জনাজাত হৈ পৰিল, ডেকা বুঢ়া, ল'ৰা-ছোৱালীয়ে আহঁত গছৰ তল ভৰি পৰিল—ৰতি শৰ্ম্মাৰ প্ৰায়চিত্ত পৰ্ব্ব চাবলৈ। প্ৰায়চিত্তৰ বিধি ব্যৱস্থা শেষ হলত সভাপতি ভাৰতীয়ে গদগদ স্বৰে কবলৈ ঠিয় হ'ল—'সমবেত ব্ৰাহ্মণ সকল, অজাতিৰ ত শ্ৰাদ্ধাদি কৰা বাবে আমি ৰতিকান্ত শৰ্ম্মাক জুই-পানীয়ে আলগ কৰি থৈছিলো, আজিৰ পৰা ৰতি শৰ্ম্মা শুদ্ধ, মুক্ত। ভৱিষ্যতে আৰু যদি এনে অপৰাধ কৰে, তেওঁক গুৰুতৰ শাস্তি বিহা হব। এওঁৰ বিলৈ বিপত্তি দেখি আন আন উপস্থিত অনুপস্থিত ৰাইজেও যেন সদায় এই কথা স্মৰণ ৰাখে।

সভাপতি ভাৰতীৰ কথাত সমূহ ৰাইজে হাতচাপৰি বজালে। মেলৰ পৰা শ্ৰাহি শাস্ত্ৰী, কবিৰাজ, কাকতি আৰু ভদ্ৰেশ্বৰহঁত ভাৰতীৰ চ'ৰা ঘৰ ... ভদ্ৰেশ্বৰে কলে—প্ৰভু, ৰতি শৰ্ম্মাৰ একো শাস্তি নহল, তাক পাঁচবাৰ মান কাণত ধৰি উঠা বহা কৰিলেহে ঢুখু আৰু ভোকোৰামৰ মুখত ছাঁই পৰিল হৈ।' মণ্ডলৰ কথাত ভাৰতীয়ে মাত দি এয়া কি দেখিছা, আৰু আছে, মনে মনে চাই থাকা। দেখিছিলা চেং মাছৰ দৰে ৰতি শৰ্ম্মাৰ জাপ, এতিয়াতো ঠাণ্ডা হ'ল। বাকী থাকিল ঢুখু আৰু ভেকোৰাম। এতিয়া মোৰ দ্বিতীয় চিকাৰ হব ঢুখু। কোনো সাৰিব নোৱাৰে হেঃ হেঃ...

—হেঃ প্ৰভু, আপোনাক অমান্য কৰিলে এনে হবই। আপুনি মহা পুণ্যৱান।

* * * *

ৰতি শৰ্ম্মাই ধপাত এচিলিম আনি ভাৰতীৰ হাতত দি ওচৰতে বেঞ্চত বহিছিলহি। ৰতি শৰ্ম্মাৰ কাম-কাজ নাই। প্ৰায়চিত্ত হোৱাৰ দিনাৰে পৰা কোনেও শ্ৰাদ্ধাদিলৈ নিমন্ত্ৰণ কৰা নাই, অতি সাধাৰণ নিমন্ত্ৰণ পাইছে যদিও লাজ অপমানত পৰি যোৱা নাই। পত্নিকে ৱালু গঙুলি

ৰতি শৰ্ম্মা ভাৰতীৰ চ'ৰা ঘৰতে বহেছি। হোকাৰ ধোঁৱা মোকোৰা উলিয়াই দি—ভাৰতীয়ে ৰতি শৰ্ম্মাক কলে—ৰতি, কবৈকুছি সত্ৰৰ কেশৱ গোস্বামীক জানা নহয়। তেওঁ সিদিনা মোৰ ইয়ালৈ আহিছিল,—লীলাৰ কাৰণে। মই হলে বৰ বেয়া নেদেখো।

—তেওঁৰ বয়স প্ৰায় আপোনাৰ সমানে নহব জানো?

—মোতকৈ ডাঙৰহে হব। সুখত থকা মানুহ, দেখাত স্বাস্থ্য-পাতি ভালে আছে। আৰু ধনে ধানে, বিদ্যা-বুদ্ধিয়ে তেওঁৰ সমতুল্য ব্যক্তি সেই অঞ্চলত নাই। লীলাৰ পৰম ভাগ্য বুলিয়েই ধৰি লবা।

—তেওঁৰে ডাঙৰ লৰালৈ বুলি আমাৰ হলধৰ খুৰাৰ ছোৱালীজনী চাইছিল নহয়!

—তোমাৰ ছোৱালীৰ বয়সো কম হোৱা নাই। শান্তি বিয়া হবৰ প্ৰায় চাৰিবছৰ নহল জানো?

—হয়, মই ভাবি-চিন্তি চাওঁচোন

*  *  *  *

ভদীয়াই পোন্ধৰ বিঘা মাটিৰ ভাগ দুখুক কোনোমতে নিদিলে। দুখু আৰু ভদীযাৰ ইষ্ট-মিত্ৰিৰ, বন্ধু-বান্ধৱে বহুতো বুজুয়াতো মণ্ডল মান্তি নহল। লোহিত মহৰিয়ে গুৱাহাটীতে বেলেগ হোৱা মেলৰ বাতৰি সংগ্ৰহ কৰি দুখুৰ ঘৰলৈ আহি কলে—কাকা এইটো দুৰ্গাৰ অন্যায় হৈছে। মোৰ বুদ্ধিত চলা—জয় তোমাৰ অনিবাৰ্য্য। উকীল পবিত্ৰ প্ৰাণ বৰুৱাৰ নাম শুনিছা নহয়। আচামী হওক, ফৈৰাদী হওক, গোচৰীয়া হওক বা পদকীয়াই হওক, আজিলৈ এটা মোকৰ্দ্দমাতো কোনো হৰা নাই। হেজাৰ জনৰ চকুৰ আগত মানুহ মাৰি যাবা, পবিত্ৰ প্ৰাণ উকীলক উকীল ধৰিবা—কথা নাই সাৰি যাবা। নাই মাটিকো আছে কৰি দিব। হাকিম মুনচিপ বৰুৱা উকীলৰ আগত কঁপি থাকে। বৰুৱা হাকিমৰ মুখত ইংৰাজী কথা আধৈ ফুটা দিয়ে।

—মালি মোকৰ্দ্দমাত যি ধন খৰচ হব, তাৰে পোন্ধৰ বিঘা কিয়, কুড়ি বিঘাও কিনি লব পাৰিম। তাতে আকৌ ভাই·····'

—বৰ ভাইভাল কব লাগিছেনে. ভালেহে মুৰেৰে ধিৰিনা ·····

কৰি খুজিছিল। উষাৰ কথাত সাহ পাই মহৰিয়ে কলে—হাত সাৰটি বহি থাকিলে কিন্তু কথা বেয়া হব দুখুকা। শেষত পিতৃ ভেটিটোও নেথাকিব গৈ। হলিয়াৰ অৱস্থা দেখিছা নহয়, ভাৰতী খুৰাই ক্ৰোক দি সকলো লৈ গুচি গ'ল। ৰংমলৰ অৱস্থাও হলিয়াকাৰ দৰে হব, ভাৰতী খুৰাই ধৰিছে যেতিয়া তাকো নেৰে। ৰস থাকোঁতে নাম লোৱা। শেষত পোস্তাবা একা?'

—বহুতো ভাবিচিন্তি দুখুৱে কলে—'বাৰু, যোৱা লাহা, তোমাৰ ওপৰত নিৰ্ভৰ কৰিলোঁ।' মোকৰ্দ্দমা কৰাটো ঠিক হল, ডাঙৰ ল'ৰা সুৰেন আৰু নৰেনে কিন্তু দুখুক বাধা দিলে। সিহঁতৰ বাধা নামানি দুখুৱে সদৰত গৈ ভদীয়াৰ বিপক্ষে গোচৰ তৰিলে।

দুখুৰ ডাঙৰ ল'ৰা সুৰেনে মেট্ৰিক পৰীক্ষা দিব লাগিছিল কিন্তু মগুলে মূৰ ফলা বাবে বাচনি পৰীক্ষা দিব নোৱাৰিলে। প্ৰধান শিক্ষকেও এটা বছৰৰ বাবে পৰীক্ষা স্থগিত ৰাখিবলৈ উপদেশ দিলে। এইবাৰ সুৰেন আৰু নৰেন দুয়ো মেট্ৰিক পৰীক্ষাত বহিব।

অঞ্জলিয়ে হেলাক অঁতৰাই দুখুৰ লগত ৰখাৰ অভিসন্ধি ৰচিছিল, কিন্তু হেলাই স্বগভী ভদীয়াৰ লগতে থাকিল। প্ৰথম কাৰণ হল—অঞ্জলিক ৰক্ষানাবেক্ষণ কৰা দ্বিতীয় কাৰণ হল—এটা পোহ কমালেও দুখুৱে অলপ সকাহ পাব।

* * * *

বিশ্ব যুদ্ধ আৰম্ভ হ'ল ইউৰোপ মহাদেশত! বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে হীৰালালৰ কেঞাৰ দোকানত নিমখ সেৰে পাঁচ পইচাৰ পৰিবৰ্ত্তে আঠ অনা হ'ল। কেৰাচিনৰ সেৰে নওপইচাৰ ঠাইত দহ অনা।

১৯৪২ চনত ভাৰত ত্যাগ অন্দোলনৰ হুঙ্কাৰ শুনি ডেকা-ডেকেৰী, বুঢ়া মেঠাই মহাত্মানৰ মহাত্মা গান্ধীৰ পথকে অনুসৰণ কৰিলে। হেজাৰে হেজাৰে ডেকাবোৰক ধৰি নি জেলত থলে। স্কুল-কলেজৰ পঢ়া বন্ধ হল। সদৰৰ স্কুল ঘৰবোৰ মিলিটাৰীয়ে দখল কৰিলে। ডাক ঘৰ, ৰেল ষ্টেচনবোৰ মিলিটাৰীৰ অধীনলৈ আহিল। দেশৰ এছাম মানুহ জপিয়াই পৰিল মুক্তি সংগ্ৰামত, আন এছামে আত্ম নিয়োগ কৰিলে টকা ঘটাত। ভলন্টিয়াৰ সকলে আহ্বান দিলে যাতে মিলিটাৰী সকলক একো বস্তুৰ যোগান ধৰা নহয়। কিন্তু ছিৎকৰা

গাঁৱবোৰৰ পৰা এক শ্ৰেণীৰ মানুহে শাক-পাচলি, তৰী-তৰকাৰী, খেৰ-বাঁহ, হাঁহ-পাৰ, গৰু-ছাগলীৰ যোগান ধৰিলে। ভাৰত ত্যাগ আন্দোলনৰ এই সকল হল—বাধক।

হীৰালাল কেঞাৰ্য়ো এই সুযোগ গ্ৰহণ কৰিলে। তেওঁৰ মগজুত কাৰবাৰৰ চিন্তাৰ বাহিৰে আন চিন্তা নোহোৱাটো স্বাভাৱিক কথা। হীৰালালে যেতিয়া যিহঁকে সমুখত পাই তাৰেই যোগান ব্যৱসায় আৰম্ভ কৰিলে। হাঁহ, পাৰ, ছাগলী-গৰুৰ চালান ব্যৱসায়ো হীৰালালে বাদ নিদিলে। অঞ্চলৰ উঠি অহা ডেকাছামে হীৰালালক বাধা দিলে। তেতিয়া দিনত নপঠাই ৰাতি পঠোৱা কৰিলে, ৰাস্তাত হেঙাৰ বান্ধিলে নদীৰে চালান দিবলৈ ধৰিলে। হীৰালাল কেঞাক উদগণি দিলে ভাৰতীয়ে। বৃটিশ চৰকাৰৰ সকলো কামতে বাধা প্ৰদান কৰা বুলি ডেপুটি কমিছনাৰ চাহাবৰ ওচৰত ভদ্ৰেশ্বৰ মণ্ডলে এখন আবেদনৰ লগতে অঞ্চলৰ প্ৰায় ডেৰকুড়িমান যুৱকৰ নামৰ তালিকা এখনো দাখিল কৰিলে। তাত বীৰেন, হৰেন বড়ো, সুৰেন কলিতা আৰু মদনৰ নামো তালিকা ভুক্ত কৰা হ'ল।

হীৰালালে জলে থলে যেতিয়া চালান আৰম্ভ কৰিলে আৰু বাধা কৰা স্বত্বেও নেমানিলে—এদিন ৰাতি হীৰালালৰ ধানৰ গুদামত দাউ দাউকৈ জুই জ্বলি উঠিল।

ঘগ্ৰাপাৰ ষ্টেচনৰ পৰা আধামাইল মান উত্তৰে মিলিটাৰীৰৰ বেৰেক এটা আছিল। এই অঞ্চলটোত প্ৰচুৰ পৰিমাণৰ বাঁহ-খেৰ, ইকৰাৰ উপৰিও উত্তৰ অঞ্চলটোৰ শিমলু কাঠ দেখাৰ পোৱা যায়। এই বেৰেকতোত এই কেই বিধ বস্তুৰ ভঁৰাল কৰি ৰাখিছিল। ভাৰতীৰ চক্ৰান্তত এদিন ৰাতি ইয়াতো জুই জ্বলি উঠিল।

শাসক গোষ্ঠী বিক্ষুব্ধ হৈ উঠি অঞ্চলৰ ডেকা ল'ৰা জাকে জাকে বান্ধি আনিলে। ভদ্ৰেশ্বৰ মণ্ডলে দাখিল কৰি থোৱা তালিকাৰ পৰা বচা বচা যুৱক হৰেন বড়ো, সুৰেন কলিতা প্ৰভৃতিকো বান্ধি আনি জেলত আটক কৰি থলে। এতিয়া আৰু হীৰালালক বাধা দিয়ে কোনে? কম সময়ৰ ভিতৰতে হীৰালাল বিখ্যাত ধনী ঠিকাদাৰ বুলি জনাজাত হল। ভাৰতী গোষ্ঠীৰ জয় হ'ল।

পৃথিৱী দলদোপ হেন্দোল দোপ। চাৰিওফালে আকাল আহুকাল। নাই কেৰাচিন তেল, নাই নিমখ, কাপোৰ সূতা। কণ্ট্ৰোলে প্ৰৱেশ কৰিলে। নগৰবোৰত কণ্ট্ৰোলৰ দোকান হ'ল। লাহে লাহে গাঁৱবোৰতো নিমখ তেলকণৰ বাবে কণ্ট্ৰোলৰ দোকান খোলা হ'ল। সমাজৰ আগৰনুৱা, গাঁৱৰ মুখিয়াল, শিক্ষিতসকলে আগ-ভাগ লৈ এনে দোকানবোৰ খোলাৰ ব্যৱস্থা কৰিলে। তেল নিমখৰ স্বাৰ্থ পুৰুষসকলৰ, কাপোৰ সূতাত তিৰোতাৰ। গতিকে সমবায় দোকানৰ অংশ কিনাত বাৰী বিধবাইও লাভৰ আশা দেখিবলৈ পাই অংশ কিনাত আগ্ৰহ দেখুৱালে আৰু যদি কাৰোবাৰ আগ্ৰহ নাছিলো, আশা-আকাঙ্ক্ষাৰ লোভ দেখুৱাই শিক্ষিতসকলে তেওঁ-লোককো সামৰি ললে। ভাল বস্তু, উচিত মূল্য, উচিত জোখ আৰু সম বিতৰণ—এই হ'ল সমবায়বোৰৰ ঘাই উদ্দেশ্য।

পাঁচ গঞা সমাজেও নিয়ন্ত্ৰিত বস্তুবোৰ পাবলৈ এখন সুলভ মূল্যৰ ভাণ্ডাৰ স্থাপন কৰিলে। ডেকাদল থাকিল মুক্তি যুজঁত আৱদ্ধ। এই সময়তে ভাৰতী কবিৰাজ শাস্ত্ৰীহঁতে ষ্টোৰ স্থাপনৰ উদ্দেশ্যে প্ৰতি পৰিয়ালৰ পৰা দহটকীয়া অংশ আৰু এটকা ভৰ্ত্তি-মাচুল লৈ এহেজাৰ মান গ্ৰাহক কৰিলে। ভাণ্ডাৰৰ বাবে ভাৰতীৰ ঘৰটো ঠিক কৰা হ'ল। মেম্বাৰ হল সোণধন গাওঁবুঢ়া, ভেকোৰাম বড়ো, শাস্ত্ৰী কবিৰাজ আদি। ভাৰতী সভাপতি আৰু ভদ্ৰেশ্বৰ মণ্ডল সম্পাদক। ষ্টোৰৰ মেনেজাৰ কাকতি পণ্ডিতৰ ডাঙৰ পুতেক—ৰবীন কাকতি।

প্ৰথম বছৰটো সুকলমে ষ্টোৰখন চলিল। নিয়মিত ভাৱে কেইমাহ মান লোন, তেল, সূতা লেটা পালে। তাৰ পৰা আৰম্ভ হল—আজি তেল নাই, দুই মাহৰ একেলগে দিব হেনো। দহবোৰা নিমখৰ ঠাইত দুবস্তাহে পালো, গুদামত নিমখ নাইয়েই। কাপোৰ সূতাৰ টকা জমা দিয়া হৈছে, পৰহি গুৱাহাটীলৈ গৈ আনিব লাগিব। চেনী কোনো ষ্টোৰে পোৱা নাই—মাত্ৰ আমাকহে এবস্তা দিলে। ৰেল লাইন বেয়া হোৱা বাবে ডিপোত কেৰাচিন তেল নাই। পিছত পাবা, ইবিলাক মেনেজাৰৰ মন্তব্য।

'ৰবীন বাপা, সূতা দেখোন মুঠাত চাৰি লেচাহে। পাঁচ লেচাইহে এক মুঠা হয়।'

'আমিতো সূতা তৈয়াৰ কৰা নাই, আনোতেই এনেকুৱা'

'মেনেজাৰ বাপা, নিমখ দেখোন ওজনত কম। বগাবাম দোকানীৰ পৰা এসেৰ নিমখ আনিলেই চুঙাটো ভৰিছিল, তোমাৰ পৰা ছসেৰ নিয়াত অকনমানহে ব'ল। দগাটো সক নেকি?'

—আপত্তি কৰিলে—অহা মাহৰ তোমাক এইখিনিও নিদিওঁ। কোনোৱে আপত্তি নকৰে, এওঁৰহে কেৱল আপত্তি।' ৰবীনৰ কথা শুনি জজলু মনে মনে গ'ল।

—বাপা, ল'ৰাটোৰ জ্বৰ। চেনী নাই নে? আমি ছমাহেও চেনী পোৱা নাই।

—অহা মাহত খবৰ কৰিবা। এই মাহত অহা নাই।

—আমাৰ চোৰৰ দোকানত চেনী নাহে নেকি? আমিও দেখোন ছমাহে চেনী পোৱা নাই।

ষ্টোৰ শব্দটো মুখত ভালকৈ উচ্চাৰণ কৰিব নোৱাৰে কাৰণে গাঁৱৰ মানুহে চোৰৰ দোকান বুলিয়ে কয়।

দিকদাৰি পাই কিছুমান গ্ৰাহক আহিবলৈ এৰিলেই। বেচি দাম দি হলেও হীৰালালৰ পৰাই নিয়ে। হীৰালালে এক গুণত পাঁচ গুণ দাম নিলেও মাত আৰাৰ বৰ মিঠা। আন হাতে চোৰৰ দোকানৰ মেনেজাৰ, কৰ্মচাৰীৰ ব্যৱহাৰ বৰ দুখ লগা। লাহে লাহে সমবায় ভাণ্ডাৰৰ দুৱাৰ কেতিয়াবা মেল খাই, কেতিয়াবা মেল নেখায়। উত্তৰ হ'ল—মাল নাই, আনিবলৈ গৈছে।

নিয়ন্ত্ৰিত প্ৰাপ্য বস্তুখিনি কিন্তু পাইয়েই আছে। চেনী কেইকজা গুৱাহাটীৰ চাহ দোকানত দিয়ে— নিমখ তেলখিনি বাহিৰে বাহিৰে হীৰালালে নিয়ে। ভাৰতী আৰু জজ্ঞৰে ফাওতে লাভ কৰে। ওজনত চোৰ কৰাখিনি আৰু জমাবহীত 'এন্ট্ৰি' নকৰাখিনি মেনেজাৰৰ লাভ। ওজন কৰা মানুহ দুজনৰ? সিহঁতৰ লাভ একো নাই। তাৰ মাজেৰে কিন্তু সিহঁতেও লাভ কৰে। নিজৰ পৰিয়ালৰ মানুহ আহিলে এসেৰৰ ঠাইত ডেৰ বা পাঁচ পোৱা জুখি দিয়ে। সুবিধা পালে ইটো-সিটো সৰু বস্তু যেনে সিন্দুৰ, পাউডাৰ, গোন্ধতেলৰ বটল, এচুটি সূতা জেপত ভৰাই হওক বা কাপোৰৰ তলতে লৈ

যায়। কাৰণ সিহঁতেও বুজি পাইছে—'তোমালোকে খোৱা-মইনো নেখাম কিয়?' 'আচোক লাভ লুভটি মূলবো হতাহতি'। ষ্টোৰৰ জাঁউ যাওঁ যাওঁ অৱস্থা। কিন্তু এহেজাৰ পৰিয়ালৰ দহ টকাকৈ অংশ কিনা টকাবোৰ?

সোনধন গাওঁবুঢ়া আছিল ধনভঁৰালী। কিন্তু কোনো দিনো হলে তেওঁ ষ্টোৰৰ টকা চুই নেপালে। ভেকোৰাম গাওঁবুঢ়া কাৰ্য্যনিৰ্ব্বাহক সভালৈ নাহিল—কাৰণ তাৰ আসোৱাহ হল—বৰীন কাকতিক মেনেজাৰ পতাত। শাস্ত্ৰী আৰু কবিৰাজৰ লাভ হল—ষ্টোৰৰ দোকানত বহি চাহ খোৱা আৰু এসেৰৰ ঠাইত দুসেৰ বা তিনিসেৰ বস্তু আদায় কৰা কিন্তু—অংশৰ টকাখিনি থাকিল ভাৰতীৰ হাতত আৰু বজাৰত লেন-দেন কৰা তিনি হাজাৰ টকা মণ্ডলৰ হাতত। শাস্ত্ৰী আভ্যন্তৰীণ হিচাব পৰীক্ষক আছিল তেওঁ ষ্টোৰৰ পৰা নিয়মিত ৰূপে বাকী খাইছিল—তিনি শ টকা।

ডেকা দলটো বেছি দিন জেলত থাকিবলগা নহ'ল। কোনোজন পোন্ধৰ দিন, কোনোজন দুমাহ থাকি ওলাই আহিছিল। ইহঁতৰ চকু মেল খালে। কাৰ্য্যনিৰ্ব্বাহক কমিটীৰ ওচৰত আবেদন-নিবেদন কৰিও সাধাৰণ সভা আহ্বান কৰিব নোৱাৰি সিহঁতেই এখন সভা আহ্বান কৰি সমবায় কৰ্তৃপক্ষক মাতিলে। কিন্তু সমায়ৰ বিধিমতে দুই তৃতীয়াংশ অংশীদাৰ উপাস্থত নথকা বাবে প্ৰথম দিনাৰ সভা খুলৰ অভাৱত নাকচ হ'ল। ডেকাছাম কিন্তু নিৰাশ নহ'ল। ঘৰে ঘৰে গৈ মানুহক বুজালে ষ্টোৰৰ আচল হিচাব হব লাগে, অন্ততঃ মূল টকাখিনি মণ্ডল আৰু ভাৰতীৰ পৰা আদায় কৰি স্কুল ঘৰটো ঠিক কৰা হওঁক। তেতিয়া হলে আৰু ঘৰে ঘৰে চাঁদা তোলাৰ আৱশ্যক নকৰে।'

—কোনেও নেমাতে দেখোন, মোৰ টকা দহটা এৰিয়ে দিছো'

—চোৰৰ দোকানত একো বস্তুৱেই নাই, সভাত গৈ কৰিম কি?

—ইহঁতে খালে, ইহঁতক ধৰিব লাগে। পিছে, মই সভাত থাকিব নোৱাৰিম—তোমালোক ডেকামখা লাগি থাকা, নেৰিবা, আমি পিছত আছো নহয়।

এয়া বাইজৰ মতামত, অভিমত। তথাপি দ্বিতীয়খন সভাত যথেষ্ট মানুহ গোট খুৱালে—কিন্তু সিদিনা সমবায় কৰ্তৃপক্ষৰ বিষয়া উপস্থিত থাকিব নোৱাৰিলে। তাৰোপৰি মণ্ডল অৰ্থাৎ সমবায়ৰ সম্পাদকে চৰকাৰী কামত

গুৱাহাটীলৈ যাব লগীয়া হ'ল। সিদিনাও সভা নহ'ল।

ষ্টোৰৰ দোকানৰ তলা বন্ধ হ'ল। মেনেজাৰ ৰবীন কাকতিৰ মাহিলী বেতন এশ টকা আছিল। তেওঁ ছয় মাহমানলৈ সময়ে সময়ে সুদা ঘৰটো ৰখি বহি আছিল। যিখিনি লামলুকুতি আছিল--বেচিকিনি তেওঁৰ বেতন ললে।

* * * *

ভাৰতীৰ প্ৰখৰ বুদ্ধিৰ ফলত, অক্লান্ত পৰিশ্ৰমৰ ফলত শ্ৰীবতি শৰ্ম্মাৰ একমাত্ৰ ছোৱালী লীলাৰ বিয়াৰ ঠিক হ'ল। দ'বা কৰেকুছি সত্ৰৰ শ্ৰীযুত কেশৱ কৃষ্ণ গোস্বামী। ৰতি শৰ্ম্মাৰ একান্ত ইচ্ছা নাছিল যদিও পত্নীৰ মৃত্যুৱে ৰতিকান্তক বাধ্য কৰালে। এই গলগ্ৰহটো গতাব পাৰিলে ৰতি শৰ্ম্মা বন্দীগ্ৰহৰ পৰা মুক্ত হব পাৰে। ৰতি শৰ্ম্মাৰ ইচ্ছা—এই কুসংস্কাৰে ভৰা সমাজ এৰি—কোনোৱা পৰ্ব্বতৰ গুহাত থাকি জীৱনৰ শেষ ছোৱা ঈশ্বৰ চিন্তাত কটাব। যুক্তিয়ে নকলেও মুক্তিৰ আশাত ৰতি শৰ্ম্মা বিবেক বুদ্ধিক হেচি ৰাখি সৰ্ব্বশেষত বিয়াৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে।

ৰতি শৰ্ম্মাৰ চিন্তাৰ একো কাৰণ নাই। কইনাৰ গাৰ আ-অলঙ্কাৰ সোণ-ৰূপ, কাণি-কাপোৰ গোঁসায়ে দিবই; তাৰোপৰি ঘৰ খৰছৰ বাবে নগদ পাঁচ শ টকা। কিন্তু কথা হল—নগদ টকাখিনি হোমৰ কাষত ছোৱালী উলিয়াই দিয়াৰ পিছতহে ৰতিকান্তৰ হাতত দিব। এদিন ৰাতি গোঁসাই প্ৰভু কইনা চাবলৈ আহি—ৰতি শৰ্ম্মাৰ দয়নীয় অৱস্থালৈ চাই আৰু লীলাৰ লগত সাধাৰণ দুই এটা কথা-বতৰা হৈ প্ৰভুৰ অন্তৰ পমি গৈছিল আৰু ভাৰতীৰ কাণৰ কাষত ফুচফুচাই কৈছিল—'ভাৰতী আৰু অলপ দিব লাগিবহে। মোৰ শিষ্য-প্ৰশিষ্যখিনি আহি এনে ভগা-চিগা ঘৰ দেখিলে—মোৰেই মনটো ভাল নেলাগিব দেখোন। নে কি কোৱা?

—কিন্তু ব্ৰহ্ম ভোজনটো হলে দিব লাগিব। ধৰিলওক' পাঁচ-ছয় শ মানুহ হব। আপোনাৰ কাৰণে ৰতি শৰ্ম্মাক কিমান বুজাইছো—আনো মই আৰু শাস্ত্ৰীয়ে। গতিকে তেওঁলোকেও এসাজ খাওক।

—হব, হব কথা নাই। ছোৱালীজনীৰ মন নাই বুলি কৈছিলা দেখোন। কথা বতৰাত কিন্তু তেনে পোৱা নাই।

—উপায় নাই প্ৰভু, ৰতি শৰ্ম্মাক এনেকৈ ৰাখি গৈছো······

—মোৰ খৰছ ওলাইছেহে। মই মথানৈৰ পাৰত এখন নতুন সত্ৰ স্থাপন কৰিলো। ঘৰ-দুৱাৰৰ কাম আৰম্ভ হৈছেই, কালিলৈৰ পৰা পূৰাদমে কাম চলিব। লীলাক এই ন-সত্ৰৰ গোঁসানী পাতিম। কৰৈকুছি সত্ৰলৈ নিয়া নহয়।

ছয়দিন পিছতে বিয়া। বিয়াৰ ধুমধাম চলিল। ৰতি শৰ্ম্মাৰ বিয়াৰ দিন ধৰি ভেৰকুড়ি বছৰৰ মূৰত এইখন ঘৰত এয়ে প্ৰথম বিয়া। ৰতি শৰ্ম্মা ক'ত আছে, ক'ত নাই কবকে নোৱাৰে। এইবাৰ বিয়া হবই তাত সন্দেহ নাই। আৰু তাৰো মুক্তি হব—মায়া-মোহ, সংসাৰ জঞ্জালৰ পৰা। ভাৰতীৰো গাত তৎ নাই। পোদ্ধৰ মাইল খোজকাঢ়ি দ'ৰা বিয়া কৰাবলৈ অপৰাগ। গতিকে দ'ৰাই ভাৰতীৰ ঘৰতে বিয়া সাজিব। দ্বিতীয় কাৰণ এনেয়ো হব পাৰে—ত্ৰিশ পঁচিশ বছৰীয়া ল'ৰাৰ আগত পৰষ্ঠী বছৰীয়া গোঁসায়ে কি সতে দ'ৰা সাজে? কিছুমানৰ মতে—গোঁসায়ে চুৰ কৰিহে বিয়া কৰাবলৈ ওলাইছে, ঘৰৰ কোনেও নেজানে।

ভাৰতীৰ কথা হ'ল—দ'ৰা দূৰণিবটীয়া। গতিকে তেওঁৰ ঘৰতে দ'ৰা সাজি বিয়া কৰাব।

গোঁসাই প্ৰভুৱে দাড়ি-গোফ খুৰাই চিলচিলিয়া হৈছে, মূৰৰ পকা চুলিকণাৰ ঢাকিবলৈ পাগুৰি আৰু বৈজ্ঞানিক দাঁত লগাইছে। বিয়া খোৱাতকৈ দ'ৰা চোৱা মানুহৰ আগ্ৰহ বেছি। আজি বামুণপৰাত এপিনে উলহ-মালহ আনপিনে এক শ্ৰেণী মানুহৰ মুখত শুনিবলৈ পোৱা গৈছে—আই হেৰ, একেবাৰে অলৰ বুঢ়া। আইঐ দেহি, লীলাৰ কপালতনো ইয়াকেহে লিখিছিলনে? ফুলকুমলীয়া ছোৱালীজনী নো—চাৰে তিনি কুৰি বছৰীয়া বুঢ়া টাত দিয়েনে?

—এই ছোৱালী জনম ধৰাই মিছা, বাপেকে টকা লৈ ছোৱালী জনীক জীয়া যমৰ তাত বিক্ৰী কৰিলে।

—উঁহুত্তে একো নেজান। ওৰহীৰ গুৰ ক'ত মইহে জানো। ভাৰতীৰ চক্ৰান্ত এইবিলাক। এখন এখনকৈ তিনিখন বিয়া ভাঙিলে এই ভাৰতীয়ে—এতিয়া ভিতৰি ভাৰতীয়ে টকা খাইছে।

—বৰ সদাগৰ মানুহ বোলে গোঁসাই।

—এঃ পুতেকইতৰ ভয়ত ঘৰত বিয়াকে পাতিব নোৱাৰিলে। এতিয়াও লীলাক নি ন-নদীৰ পাৰতে সজা ন-সত্ৰত ৰাখিব হেনো।

—আজি নহয় কালি মৰিলেই। গছৰ আগ যেন দিন থকা লীলাজনীয়ে কি চাই থাকিব আই হেৰ!

এনে বিলাক মন্তব্য আহি লীলাৰ কাণটো যে নপৰিছে এনে নহয় তথাপি লীলা যেন হতাশ হোৱা নাই, বৰং উছাহ-উদ্দীপনাহে প্ৰকাশ পাইছে। লীলাই আন ছোৱালীৰ দৰে কইনা সাজি বহি থকা নাই, মানুহক সোধ-পোচ কৰিছে, হাঁহি ধেমালী কৰিছে।

ৰতি শৰ্ম্মাৰ ঘৰতকৈ ভাৰতীৰ ঘৰত বিয়াৰ উলহ মালহ বেছি। হৰৰ কথাও। বিৰাট ভোজৰ আয়োজন। ছুটা খাহী মাৰিছে, পাঁচগঞা বামুণ সমাজৰ ডেকা-বুঢ়া, ল'ৰা-ছোৱালী আহি ভাৰতীৰ ঘৰ ভৰি পৰিছে। ভাৰতীয়ে মাজে-মাজে একোবাৰ আহি ৰতি শৰ্ম্মাৰ ঘৰতো বা-ৰাতৰি লৈ আহ-যাহ কৰি আছে।

শুভক্ষণ, শুভলগ্ন চাই দ'ৰা ঠিক ন বজাত ভাৰতীৰ ঘৰৰ পৰা কইনা ঘৰলৈ খোজ ললে। বিশেষ বিয়া বুলিয়েই হৰলা ৰতি শৰ্ম্মাৰ চোতাল ঘৰৰ কথাই বাটে-পথে কেৱল মানুহ। লোকে লোকাৰণ্য। পাঁচ শ টকা হুমৰ গুৰিত দিয়াৰ কথা আছিল, পৰিস্থিতিলৈ লক্ষ্য ৰাখি টকা পাঁচ শ ৰতি শৰ্ম্মাৰ হাতত আবেলিয়ে দিলেছি। দ'ৰা বৰণ হ'ল—হোমৰ জুই জ্বলি উঠিল। এতিয়া সম্প্ৰদানৰ সময়। মোমায়েকে কইনা কোলাত লৈ আহি দ'ৰাৰ সোঁহাতে বহুৱালে। আয়তীসকলে উৰুলি দিলে। এতিয়া ৰতি শৰ্ম্মাই লীলাক কেশৱকৃষ্ণ গোস্বামীৰ হাতত সম্প্ৰদান কৰিব—এনেতে কইনা বেশী লীলা ঠিয় হল—মুৰৰ ওৰনী আঁতৰাই হাতযোৰ কৰি ৰাইজ আৰু গোঁসাইক সম্বোধন কৰি—হে প্ৰজাপতি আৰু গোঁসাই প্ৰভু, আপোনাৰ যথেষ্ট বয়স হৈছে, আপুনি মোৰ ককাৰ তুল্য। এই ভাটি বয়সত মই আপোনাৰ গলগ্ৰহ হব নোখোজো। মোক আপোনাৰ কন্যা ৰূপে গ্ৰহণ কৰক। এই মুহূৰ্ত্তে আপুনি ইয়াৰ পৰা বিদায় হওক'

সমবেত ৰাইজ স্তম্ভিত হ'ল। কাৰো মুখত মাতবোল নাই।

ভাৰতী আৰু শাস্ত্ৰীয়ে গৰ্জী উঠিল- 'ই সকলোবোৰ ৰতি শৰ্মাৰ পৰিকল্পিত ষড়যন্ত্ৰ, ধৰি আন তাক।' ডেকাদলৰ পৰা ধ্বনি আহিল—'চাব্বাশ, চাব্বাশ, বাপকা বেটী'। 'ক'ত ৰতি শৰ্ম্মা, ধৰি আন তাক' ভাৰতীয়ে কঢ়া হুকুম দিলে।

—প্ৰভু ৰতি শৰ্ম্মা নাই

—এই মাত্ৰ আছিল

—এই মাত্ৰ নাই—ঘৰ-দুৱাৰ, বাৰী-বস্তি, বাট-পথ, নলী-নৰ্দ্দমা খিচাখি তহিলং কৰা হ'ল—'ৰতি শৰ্ম্মা নাই'। হুলুস্থুলীয়া পৰিবেশৰ সৃষ্টি হ'ল, এফালে হুংকাৰ, আনফালে ঠাট্টা মস্কৰা। এফালে বিষাদ, আন ফালে ৰং ৰহইচ।

বিয়া ভাঙিল

* * * *

ৰবালিমাৰা বিলৰ পেছ বিছ উত্তৰে কেইখন মান গাওঁ। ইয়াৰে অধিক সংখ্যক মানুহ কিন্তু বড়ো, কছাৰী, ৰাভা। গাঁৱ কেইখন হ'ল— উত্তৰপুৰ, ভোটমাৰা, টেকৰজান আৰু ৰবজৰা। এই কেইখন গাঁৱৰ উত্তৰে এখন চাওতাল গাওঁ। তাৰ পূবে এখন নেপালী বস্তি। চাওতাল গাওঁখনৰ পৰা ভোটান পাহাৰলৈ এই বহল ভূমিখণ্ড অৰণ্য। চাওতালবোৰে অলপ আচৰপ খেতি-বাতি কৰে, কিছুমানে অসমীয়া গাওঁবোৰত চাকৰ-নাকৰ আছেহি, আৰু কিছুমানে দিন হাজিৰা কাম কৰি ফুৰে। এই চাওতাল, মুণ্ডা মানুহ খিনি আহিল কৰ পৰা? অনুমান হয়—এওঁলোক বাগানৰ গিৰমিতীয়া কুলি আছিল। চাহবাগানবোৰ আছিল ইংৰাজ মানুহৰ আৰু মেনেজাৰ বিলাকো আছিল ইংৰাজ মানুহ। তেওঁলোকৰ অত্যাচাৰত থাকিব নোৱাৰি এওঁলোকে অৰণ্যত লুকাই থাকি ৰক্ষা পৰিল। কালক্ৰমত বংশবৃদ্ধি হৈ এতিয়া একোখন গাওঁ হৈছেগৈ।

এওঁলোক ধনু-বিদ্যাত পাৰ্গত। চৰাই, পছ ধনুকাড়েৰে চিকাৰ কৰাৰ উপৰিও—ৰবালি মাৰা বিলৰ মাছো ধনুকাড়েৰে মাৰি খায়। কিছুদিনৰ পৰা কলিতাপাৰা, বামুণ পাৰা, হিদলাগুৰি আৰু টেকৰজানৰ কুড়িজন ডেকাই ইয়াৰে চাওতাল দুজনমানক গুৰু মানি লৈ ধনু চালোৱা প্ৰশিক্ষণ লৈছে। পোন্ধৰ দিনমান প্ৰশিক্ষণ লোৱাৰ পিছত আন দলে গৈ প্ৰশিক্ষণ

লৈছে। বৈজ্ঞানিক যুগত কিয় এই প্ৰশিক্ষণ লোৱা হল? উত্তৰত ডেওঁ-লোকে কয়—বিদ্যা শিক্ষাত উদ্দেশ্য নাই আৰু আছেও। কেতিয়াবা হয়তো কামত আহিব।

উত্তৰ পশ্চিম অঞ্চলৰ পৰা গৰু বিচাৰি অহা মহিম আৰু বিনোদ নামৰ দুজন ভাই-ককাইক নৃশংশ ভাৱে হত্যা কৰিছিল। চৰকাৰী সূত্ৰ মতে হত্যাকাৰীৰ প্ৰকৃত সন্ধ্যান নেপালে যদিও—পমুৱাসকলৰ দ্বাৰা এই হত্যাকাণ্ড সংঘটিত হোৱাতো—খাটাং। এই ডেকা দুজন আছিল শিলিখা গুৰিৰ, অৰ্থাৎ বৰালিমৰা বিলৰ পৰা পাঁচ মাইলমান উত্তৰৰ গাঁৱৰ।

গৰুৱে ধান খোৱাৰ আলম লৈ কলিতাপাৰাৰ দুজন ডেকাক পমুৱা সকলে জখম কৰিছিল। কলিতাপাৰা, বামুণপাৰা আৰু হিললাগুৰি বাইজে কৰা খেতি ভাৰতাৰ পৰামৰ্শ মতে কাটি অনাতো সঁচা কথা। পমুৱা আহিয়েই আছে। চাওঁতে চাওঁতে আহি বেদখলকাৰী বৰালিমাৰা বিলৰ পাৰ পালেহি।

সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে সিহঁতৰ সাহো বৃদ্ধি হ'ল। ভাৰতী মেম্বাৰ—হ'ল, ভাৰতীয়ে মানুহক জেল দিব পাৰে, ভাৰতী সিহঁতৰ মানত ৰজা। ভাৰতীয়ে যেতিয়া সিহঁতৰ সহায়—ভয় কৰে কাক? বীৰেন জেলত আটক হৈ থকা সুযোগতে পমুৱাসকলে এই ডেৰ শ বিঘা মাটিতো খেতি পথাৰ কৰি থলুৱা মানুহৰ স্বাৰ্থত আঘাত হানিছে। এই মাটি যদিও নাপিত সকলৰ আছিল বা নাছিল, কিন্তু আধিয়া খাইছিল থলুৱা বাইজে। মাটিৰ মালিক যিয়ে নহওঁক আধিয়াৰ অংশ পাইছিল ভাৰতীয়ে। এতিয়া ভাৰতীয়ে থলুৱা বাইজৰ কাকো বিশ্বাস নকৰি পমুৱাসকলক এই মাটিত ভোগদখল কৰিবলৈ দিলে।

বৰালিমাৰা বিলখন চৰকাৰে ডাকত দিয়ে। প্ৰচুৰ পৰিমানে মাছ পাই কাৰণে পোন্ধৰ, কুৰি হেজাৰ টকালৈকে বিলখনৰ ডাক উঠে। কিন্তু পূৰ্বৰ পৰা এটা প্ৰথা চলি আহিছে—ফাগুণৰ দৌল পূৰ্ণিমাৰ দিনা ওচৰ-পাজৰৰ গাওঁৰ মানুহক এদিনৰ বাবে বিলত মাছ মাৰিবলৈ ডাকোতাজনে এৰি দিয়ে। তাৰ আগেয়ে মাছ মৰা শেষ হয়েই। অলপ-অচৰপ সৰু-সুৰা মাছ মাৰিবলৈ থাকে যদিও দহজনে মাৰি খোৱাত ঠিকাৰে আপত্তি নকৰে। দৌল

পূৰ্ণিমাত প্ৰতি বছৰে মাছ মাৰাঁতো এটা উৎসৱত পৰিণত হৈছে। আঠ-ন মাইল দূৰৰ পৰাও এই দিনাখন মাছ মাৰিবলৈ ৰাইজ আহে। মাছ পাওক নেপাওক উৎসৱত যোগদান কৰে।

এইবাৰো দৌল পূৰ্ণিমাৰ দিনা ৰাইজ আহি বিলত নামিল। বিলত নমাৰ লগে লগে পমুৱাসকলৰ মাতবৰ ইছমাইল খাঁ, হাইদৰ, নূৰুল আদি মুখিয়াল কেইজনমানে আহি বাধা প্ৰদান কৰি কলে—এই বিল আমাৰ, আমি ৰক্ষণা-বেক্ষণ কৰি আছো—গতিকে মাছ মাৰিব নোৱাৰিবা। কেই-জনমানে কথা বতৰা কৈ আছিল আৰু কিছু পমুৱা পাৰতে ঠিয় দি চাই আছিল। কিন্তু ৰাইজ ইমান বেছি হ'ল যে বাধা দিয়াৰ সীমা চেৰাই গ'ল। হাজাৰ-বিজাৰ ৰাইজ। সিহঁতে বাধা নিদি আঁতৰি গ'ল। কিন্তু কিছুমান পমুৱা বিলৰ পাৰতে খেতি পথাৰত কাম কৰা ছলেৰে, কিছুমানে মাছ মৰা উৎসৱ চোৱাৰ ভূমিকা লৈ থাকিল। মাছ মৰা শেষ হল, প্ৰায় মানুহ গলেই। আৰু এশমান মানুহ আছিল। এইসকলৰ মাছ মৰা-সা-সজুলি আৰু মাছখিনি পমুৱাই কাঢ়ি ৰাখিলে। দুয়োদলৰ মাজত সংঘৰ্ষ হল যদিও পমুৱাৰ সংখ্যা সৰহ হোৱা বাবে থলুৱাবোৰে মাৰ খালে; পলোৱাবোৰ সাৰিল।

ৰাতি পুৱাইছে মাত্ৰ। চাৰিওফালৰ পৰা পমুৱাৰ ওপৰত প্ৰচণ্ড আক্ৰমণ চলিল। জোকতলীৰ নেপালীসকলে পূবৰ পৰা, পশ্চিমে ৰায়পুৰা শিয়ালমাৰা আৰু শিলিখাপুৰ, উত্তৰে উত্তৰকুছি, টেকৰজান আৰু চাওতাল বস্তি, দক্ষিণে বামুণপাৰা, হিদলাগুৰি কলিতাপাৰাৰ ৰাইজ। হাতত লাঠি দা, জোং—মুখত জয়ধ্বনি। পমুৱাসকলে সপোঁন দেখা যেন হ'ল। হাত সাৱতি বহি নাথাকিল কিন্তু। তিয়ৰ, খাপৰ, কেকোৰা দা হাততলৈ পমুৱাসকলেও প্ৰতি আক্ৰমণ কৰিলে—এখন প্ৰচণ্ড যুদ্ধ আৰম্ভ হ'ল। হাইদৰ আৰু ইচমাইলে বন্দুক লৈ আগবাঢ়িল। বন্দুক চলিল গুকম, গুকম। কাড়ী সৈন্যসকল আগ বাঢ়িল। প্ৰতুত্তৰ দিলে কাড়েৰে। হাতৰ বন্দুক সৰি মাটিত পৰিল। ধাৰাসাৰে তীৰ চলিল। ৰাম ৰাৱণৰ যুদ্ধত যেন ৰাৱণে লক্ষণলৈ শক্তি বাণ এৰিলে, কুৰুক্ষেত্ৰ ৰণস্থলীত অৰ্জুনে অগ্নি বাণ, ইন্দ্ৰ বাণ নিক্ষেপ কৰিছে। পুবে, পশ্চিমে, উত্তৰে, দক্ষিণে কেৱল মানুহ—কেৱল তীৰ। পমুৱা সকলে আত্ম ৰক্ষাৰ উপায় চিন্তা কৰিলে। লঁৰা-ছোৱালী তিৰোতাৰ

আৰ্ত্তনাদ কোলাহল। বস্তিৰ মাজৰ এডোখৰ মুকলিত ল'বা-তিৰোতাবোৰ গোট খালে। ববলিমবা বিজার্ভত দাউ দাউকৈ জুই জলি উঠিল। প্ৰাণৰ ভয়ত সিইঁত পলাল। আটাইয়ে গৈ মুকলি পথাৰত জুম বান্ধি ঈশ্বৰৰ নাম জপ কৰিলে। 'হে প্ৰভু, আমাক ৰক্ষা কৰা।'

এঘন্টামান অপেক্ষা কৰাৰ পিছত দেখিলে কোনো নাই, প্ৰতিৰোধৰ চেষ্টাও কৰা নাই তেতিয়া বপুৰাসকল ঘৰাঘৰি গ'ল। ভাৰতী জানো বহি থাকিল। হাবাথুৰি খাই দৌৰী গ'ল কবিৰাজৰ তালৈ—

—কবিৰাজ, কবিৰাজ, সৰ্ব্বনাশ, পমুৱাসকলৰ ওপৰত প্ৰচণ্ড আক্ৰমণ—

—তাতে আপোনাৰ কি হ'ল ?

—ষোৱা—নলবাৰীলৈ, থানাত খবৰ দিয়া গৈ

—ভাৰতী জাতি দ্ৰোহ কৰিছোঁ, দেশদ্ৰোহী হ'ব নোৱাৰিম।

ভাৰতী ঘোঁৰাত উঠিল। তীব্ৰ বেগে গৈ পালে থানা—"সৰ্ব্বনাশ সৰ্ব্বনাশ দাৰোগা বাবু, পমুৱা বস্তি পুৰি ছাই কৰিলে। মানুহ মৰি শেষ হ'ল। বলক।

—আপুনিয়ে নহয় জানো গুণগোবিন্দ ভাৰতী। যাৰ প্ৰৰোচনাত বৃকোদৰ হাজৰিকা, বিহাৰীলাল তেৱাৰী আৰু ৰঘুবীৰ সিঙৰ ৰৰথান্ত হৈছে।

—মই ৰাইজৰ প্ৰতিনিধি, লোকেলবৰ্ডৰ মেম্বাৰ

—প্ৰতিনিধি হলেও আপুনি মিছলীয়া, প্ৰতাৰক, জাতিদ্ৰোহী, আপোনাৰ কথাত মই এখোজো আগ নেবাঢ়ো। দাৰোগাৰ কথাত ভাৰতীয়ে বৰ অপমান বোধ কৰিলে। দাৰোগাই আকৌ কবলৈ ধৰিলে—ভাৰতীদেৱ, ৰাইজৰ প্ৰতিনিধি বা নেতা হবলৈ হলে পক্ষপাতিত্ব কৰিব নেপায়। আপুনি অঞ্চলৰ এজন নেতা—অৰ্থাৎ আপুনি মেম্বাৰ বা মন্ত্ৰী। এই অঞ্চলৰ বা দেশখনৰ প্ৰতি জাতিৰ, প্ৰতি গোষ্ঠীৰ প্ৰতিজন মানুহৰ নেতা হোৱা উচিত। এজন বিশেষ ব্যাক্তি বা বিশেষ জাতিৰ স্বাৰ্থ লৈ টানিলে পক্ষপাতিত্বৰ প্ৰশ্ন আহি পৰে। তেতিয়া তেওঁ আৰু নেতা হৈ নেথাকে। যোৱা কালি গধূলি পমুৱাবোৰে থলুৱা মানুহবোৰৰ জাল, জুলুকি আৰু মৰা মাছখিনি কাঢ়ি নিয়া আপুনি নিশ্চয় শুনিছে? ইয়াৰ আগেয়ে হিন্দলাগুৰি দুজন তেকাক পমুৱাসকলে বৰ বেয়াকৈ জখম কৰিছিল ? ডেৰ শ বিঘা মাটিৰ ধান

বাতি চুৰ কৰি কাটি নিয়া নাছিল? তেতিয়া আপোনাৰ দৰে নেতাজন ক'ত আছিল। শুই আছিল? সকলো কথাকে ভোটৰ স্বাৰ্থৰে জুখিলে আপোনাৰ অঞ্চল বা দেশৰ মঙ্গল নহৈ বিমঙ্গলহে মাথোঁ হ'ব। ভাৰতীদেৱ, আমি আগেয়ে খবৰ পালোঁ। কালিয়া হ'ল বৰালিমৰা বিলৰ পাৰত সোনা বিজাৰ্জৰ পৰা পমুৱা আহি অলপ আগেয়ে খবৰ দি গৈছে, চেকেণ্ড দাৰোগাক চাৰিজন কনিষ্ঠবলসহ পঠাই দিছোঁয়েই। আপুনি যাব পাৰে এতিয়া।

লাজে অপমানে জৰ্জৰিত ভাৰতীয়ে থোঁৰাত উঠি ঘৰ মুৱা হ'ল। ঘটনা-স্থলীলৈ পুলিচ যোৱাৰ আগেয়ে হাইদৰ আৰু ইচমাইল পলাল। বন্দুক চলোৱা অপৰাধ গুৰুতৰ ভাবিয়ে হয়তো সিহঁত গুয়ো পলাল। দাৰোগাই ঘটনাস্থলী পৰিদৰ্শন কৰি পমুৱাসকলক আক্ৰমণকাৰীৰ সবিশেষ বিৱৰণ আৰু নাম-ঠিকনা বিচৰাত এজন বুঢ়া মোল্লা চাহাব আহি কলে—হুজুৰ, দোষ আমাৰ, আপোনাৰ বঢ়া ভাত যদি মই কাঢ়ি খাব খোজো, আপুনি জানো আমাক ভাল পাব?

—বুজিছো, তোমালোকে ভয় পাইছা। মই চৰকাৰক কৈ মিলি পহৰাৰ ব্যৱস্থা কৰি দিয়াম।

—আৱশ্যকতা অনুভৱ নকৰোঁ, আমাৰ তেনে বিপদ হোৱাৰ আশংকা নাই। আমি বৰ ভাল ঠাইত বাস কৰিছোঁ, ইয়াত আমাৰ তেনে কোনো শত্ৰু নাই, আমি নিজে নিজৰ শত্ৰুতা কৰিছো হুজুৰ। আমি মানুহ চিনি নেপালোঁ।

## ষোল

তুখুৰে মোকৰ্দ্দমা তৰা বাতৰি পাই ভদীয়া জলি-পকি উঠিল। প্ৰতিহিংসাই তাক অস্থিৰ কৰি তুলিলে। 'ইয়াৰ ইমান সাহস, মোৰ ওপৰত কৰে মোকৰ্দ্দমা। এইবাৰ ইয়াক শিকাইহে এৰিম।' জত্ৰেশ্বৰৰ কথাত অঙ্গুলিয়ে মাত দি—মোৰ কথা শুনুনে নহয়, আপোনাৰ মগজু তেনেই ভোটা,

কৈছিলো, আগেয়ে বেলেগ হওঁক, তাৰ পিছত মাটি কিনক, নহলে মোৰ নামতে কিনক, তেতিয়াতো লেঠা মিতিলহেঁতেন। এতিয়া হাতে হাতে প্ৰতিফল পালে নহয়। হাঁহ-পাৰ, শাক-পাঁচলি আৰু আমি নোহোৱাত ধান মাহ বিক্ৰী কৰি এসোপা টকা জমা কৰিছে, নহলে সি টকা পাব ক'ত?

—তুমি একো নেজানা। ৰাৱমোন ধান ভাগত পাইছে, আৰু এমাহ খাব, তাৰ পিছত চাবা, খুজি খাব লাগিব। ময়ো কম চেষ্টা নহয়। ভাৰতী, কবিৰাজ, কাকতিহঁত মোৰ ফলীয়া। ভাৰতীৰ দৰে বুধিয়ক মানুহ নাই। মালি-মোকৰ্দ্দমাত একেবাৰে পাকৈত। মিছা সাক্ষী যোগাৰত ওস্তাদ। দেখিছা নহয়, ৰতি শৰ্ম্মাৰ অৱস্থা, বীৰেনক কি কৰিলে দেখিলা, পমুৱাৰ দ্বাৰা হিন্দালাগুৰিত কি নকৰিলে। এনে বুধিয়ক মানুহ আমাৰ ইয়াত জন্মাই নাই। কাহানিও নজন্মিব বোলে।

—হলেও কাকতিক সহায় ৰাখিব, নহলে সুৰেনহঁতে আপোনাক মাৰিব। কাকতিয়নীয়ে মোক কৈছে। আপুনি ৰবীনক সহায়ৰূপে ৰাখক, দেখিব সিহঁতে ভয় খাব।

ৰবীনৰ নাম শুনি ভদ্ৰেশ্বৰৰ মুখখন বিবৰ্ণ হ'ল। অঞ্জলিয়ে পুনৰ কলে—এই বুঢ়ীজনীৰ পেটটো কিন্তু 'সিহঁতৰ ফালে। ঘৰৰ শত্ৰু বিভীষণ, বুঢ়ীক নৰখাই ভাল আছিল।' ভদ্ৰেশ্বৰে অঞ্জলিৰ কথাখিনি শুনাৰ ধৈৰ্য্য নৰাখি পোনেই ভাৰতীৰ তালৈ গ'ল—'প্ৰভু, দুখুৱে মোকৰ্দ্দমা তৰিছে।' ভাৰতীয়ে মিচিকি হাঁহি এটা মাৰি—মাৰা মাছ, লোৰা খৰি, তাক খাবা উদৰ পূৰি' ইয়াৰ অৰ্থ হ'ল পৰিশ্ৰম কৰি অৰ্জা বস্তুৰ সোৱাদ বেছি, তাক খালে স্বাস্থ্যও ভাল হয়। মোকৰ্দ্দমাত পালে সোপাৰ্জিত সম্পত্তিয়ে হব।' মেলত কবিৰাজৰ বাহিৰে বাকী কেইজন বহি আছিল। ভদ্ৰেশ্বৰে কলে—'আপোনালোক আটাইকেইজনে মোৰ হৈ সাক্ষী দিব লাগিব।' ভাৰতীয়ে বৰ গহীনকৈ উত্তৰ দিলে—'এওঁলোক প্ৰয়োজনে দিব। মই অলি-চিন্তি চাওঁ। শৰীৰটোৱো ভাল নহয়।'

—নহয় প্ৰভু, লক্ষ লক্ষ নাৰায়ণী সেনা একাল, স্বয়ং ভগৱান কৃষ্ণ একাল যাৰে পাণ্ডৱৰ ফালে। আপুনিও মোৰ ফালে থাকক এটা দুখু কিয়, শিলিখাগুৰি মৌজাৰ সমূহ ৰাইজেও যদি দুখুৰ হৈ সাক্ষী দিয়ে

জয় কিন্তু মোৰ অনিবাৰ্য্য।

দুখুৰে গৈ শান্তিৰামক ধৰিলে—মোৰ হৈ সাক্ষী কব লাগে—মিছা কথা এক আষাৰো কব নালাগে। উত্তৰত শান্তিৰামৰ পৰা পালে—খেতি-বাতিৰ সময়ত সাক্ষী কবলৈ যাওঁ কেনেকৈ? কেৰকণক খাটনি ধৰিলেগৈ। সি কলে—হাকিম-মুনচিপৰ আগত কথা কোৱাই অভ্যাস নাই। ভাবি যাম এটা, কই পেলাম আন এটা। ভয় লাগে ভাই, তোমাৰ উপকাৰ কৰিবলৈ গৈ আৰু অপকাৰহে কৰা হব।' এইবাৰ গল পতিৰামৰ তালৈ। সিও কলে—গাওঁখনত ইমানবোৰ মানুহ আছে, কোনোৱাই কব দিয়া। ভদীয়াই মোক বেয়া পাব নহয়, তাতে সি হ'ল মণ্ডল মানুহ, কিবা অপকাৰ কৰি পেলাব—'

এতিয়া দেখোন দুখুৰে সাক্ষীকে বিচাৰি নেপায়। শেষত গল ভেকোৰ-তালৈ। ভেকোৰে তৎক্ষণাত কলে-সত্য কথা কোৱাত প্ৰাণ গলেও যাব, সেইবুলি নকমনে? সোণধন গাওঁবুঢ়াও যাব আৰু হীৰালাল কেঞাৰ নামটোও দিবি, কিয়নো নকয় চাওচোন, মাটিৰ মালিক জগৎ শীল; তাৰো নামটো সাক্ষীত ৰাখিবি চোন।'

—খুৰা, মোৰ কাৰণে মিছা কথা কৈ পাপত ডুবি মৰিবলৈ মই নকওঁ। সঁচা কথাষাৰ কব। মাটি পাওঁ যদি পাম, নেপাওঁ নাই।

এদিন ভদ্রেশ্বৰ মণ্ডলে এখন কাগজ পালে কমলপুৰ চাৰ্কোললৈ বদলি হোৱাৰ। নাভূত নাশ্ৰুত কাণ্ড এখন হ'ল। ইমান দূৰলৈ বদলি কৰাৰ কাৰণ কি? ই দুখুৰে কাণ্ড। তাৰ দুই বেটা আজি-কালি নতুন নেতা হৈ ওলাইছে। হৰেণ, বীৰেন, অমল, ৰমণী হল—সিহঁতৰ বন্ধু। এইমখাই মন্ত্ৰণা কৰি মোক বদলি কৰালে। 'বেটাহঁত তহঁতকো মই নেৰিছো বাপেৰাই! চৰকাৰী হুকুম অমান্য কৰাৰ সাহস জানো তাৰ আছে! ভদ্রেশ্বৰ মণ্ডল কমলপুৰৰ অফিচ পালেগৈ। হাকিমী মুদ্ৰাত আটক ধুনীয়া মানুহ এজন বহি আছিল। ভদ্রেশ্বৰ মণ্ডলে হাত তুলি চেলাম দি—'ছাৰ' হাকিমে মুৰ তুলি চাই হাতৰ কলমডাল তুলি প্ৰশ্ন কৰিলে—'কি লাগে আপোনাক?'

ভদ্রেশ্বৰে কাগজখন হাতত দি—'ছাৰ এইখন কাগজ'

হাকিমে কাগজখন পঢ়ি চাই—আপুনি আজিয়ে যোগদান কৰিব?

—ছাৰ, মই অকলশৰীয়া মানুহ, ঘৰ ইয়াৰ পৰা কুৰি মাইলমান।

মোৰ অসুবিধা হয়, হাকিমে ধমকিৰ সুৰত—'মই কি কৰিব লাগে অসুবিধা পাইছে; চাকৰি এৰি দিয়ক। অসুবিধা থাকিলে এৰি দিয়া উত্তম উপায়।' কাগজখন মণ্ডলৰ হাতত দি হাকিমে ৰৰ গহীন, গম্ভীৰ মুদ্ৰাত পুনৰ লিখাত ব্যস্ত হ'ল। মণ্ডল তাতে ঠিয় হৈ থাকি 'ছাৰ, হুকুমটো উঠাই লবৰ উপায় নাই নে?'

—আপুনি চাকৰি কৰি আজিও ইয়াকে নেজানে? হাকিম লৰিব পাৰে, হুকুম নলৰে।' অলপ সময় ঠিয় হৈ থকা দেখি—'মই কৈছো নহয়, হয়তো যোগদান কৰক নহয়তো চাকৰি ইস্তফা দিয়ক। ইয়াত বোন্দা পৰ দি থাকি লাভ নাই।

—তেন্তে মই কেতিয়া 'জইন' কৰিব লাগিব

—পাৰিলে এতিয়াই। হাকি পুনৰ লিখাত মনোনিবেশ কৰিলে।

ভদ্ৰেশ্বৰ মণ্ডল চাইকেলেৰে আহে ঘগ্ৰাপাৰ ষ্টেচনলৈ ছয় মাইল। তাৰ পৰা ৰেলেৰে আহি বাইহাটা ষ্টেচনত নামি অফিচ কৰে। গৰু মহৰ গাড়ী চলা আলিবাট, খিতাতে খাল, খিতাতে বাম, আধা মাইল যদি মানুহজন চাইকেলত উঠে, আধা মাইল হয়তো মানুহজনৰ কান্ধত চাইকেল উঠে। ৰৰষুণ বতৰ হলেতো কথাই নাই। তেতিয়া মণ্ডলে চাইকেল এৰি দোকমোকালিতে খোজ লয়। কেতিয়াবা ৰেল ধৰিব নোৱাৰি কমলপুৰলৈ চাইকেল মাৰে। সদায় দেৰী হয়। এদিন ভদ্ৰেশ্বৰক মাতি নি হাকিমে ৰঙা চকু দেখুৱাই কলে—এনেদৰে নচলিব, ঠিক দহ বজাত কাৰ্য্যালয় পাব লাগিব।

সিদিনাৰ পৰা মণ্ডলে দোকামোকালিতে উঠি কমলপুৰলৈ চাইকেল মাৰে। কষ্ট পালে দাঁত কৰচি কয়—'বেটাইঁতঃ মোক এনেদৰে শাস্তি দিয়াৰ হোৰ কড়া-ক্ৰান্তিয়ে আদায় কৰিম। সুৰেন তোক মই সাতভূৰণ দেখুৱাইহে এৰিম।

অতি কষ্টেৰে ভদ্ৰেশ্বৰ মণ্ডলে তুমাহমান অহা-যোৱা কৰাৰ পিছত হাকিমে এদিন কলে—আপুনি এনেদৰে চাকৰি কৰিব নোৱাৰিব। দিনৌ ছকুড়ি মাইল চাইকেল মাৰি কিমান দিন জীয়াই থাকিব খুজিছে, ইয়াতে থকাৰ বন্দবস্ত কৰক।'

—ছাৰ, মই অকলশৰীয়া মানুহ, মোক নলবাৰীলৈ বদলি কৰক, মই আপোনাৰ ওচৰত চিৰদিন কৃতজ্ঞ থাকিম।

—গভীৰ চিন্তাত নিমগ্ন থকাৰ ভাৱ দেখুৱাই হাকিমে কলে—ইয়াত থাকিলে আপোনাৰ ভৱিষ্যত উজ্জ্বল। কিয়নো কাৰ্য্যালয় চলোৱা এজন সুদক্ষ ব্যক্তিৰ আৱশ্যক। মই ভাবিছো, আপুনিয়েই সেইজন ব্যক্তি। গতিকে, ইয়াতে থকাৰ সুবিধা কৰক, আপোনাৰ প্ৰমোচন হ'ব।' হাকিমৰ এনে কথা শুনি ভদ্ৰেশ্বৰ মণ্ডলৰ মুখ উজলি উঠিল। ঔষধে কাম দিছে ভাৱি হাকিমে আৰু কলে—নতুন জৰীপ আৰম্ভ হয়হে এখোন; এই সুযোগতে প্ৰমোচনটো লৈ লওক। সোনকালে ইয়াতে বাহৰ কৰক।'

ৰাতিপুৱা ৭ মান বজাত মণ্ডলে ৰাওনা হয় আৰু ৰাতি ন-মান বজাত আহি ঘৰ পায়। বৰষুণ বতৰ হলে ৰাতি আৰু নাহে। ঘৰত জাননী দিয়াই আছে, 'বৰষুণৰ বতৰত নাহো।'

সমবায় ভাণ্ডাৰৰ মেনেজাৰ পদপী লোৱাৰ পৰা ৰবীন কাকতি ঘনাই ঘনাই সদৰলৈ অহ-যোৱা কৰে। গতিকে—সুদাহাতে নাহে, অঞ্জলিৰ বাবে স্নো, পাউদাৰ, এছেঞ্চৰ বটল, তাৰোপৰি ৰসগোল্লা সন্দেশ আদি অঞ্জলিৰ কাৰণে আনেই। মণ্ডলৰ ঘৰত ৰবীনৰ স্থান বিশেষ ধৰণত পৰিণত হ'ল। বৰষুণ দিলে ৰবীনৰ আনন্দ অপাৰ। বৌ, সদায় যদি এনেদৰে বৰষুণ হৈয়ে থাকিলহেতেন ? ৰবীনে অঞ্জলিক বৌ বুলি মাতে।

কলিতাকুছিতহে বৰষুণ! কমলপুৰত কিন্তু ফৰকাল। চাইকেলখন বেয়া হোৱা বাবে ভদ্ৰেশ্বৰে বেলবে আহিল। গাড়ীৰ পৰা লোহিত মহৰীও নামিল। দেখে এইপিনে বৰষুণ। জোকৰ পিঠিৰ দৰে পিছল আলি বাট। দুয়ো কথা-বতৰা কৈ কৈ আহি ৰাতি এঘাৰমান বজাত পালে ঘৰ। ভদ্ৰেশ্বৰ বাৰাণ্ডাত ঠিয় হ'ল—ভিতৰৰ পৰা খিল-খিল হাঁহিৰ শব্দ তাৰ কাৰণ পৰিল। 'শাহুয়েক বোৱাৰীয়েকে দেখিছো, মোক দেখুৱাইহে দন্দ কাজিয়া কৰে, ভিতৰি-ভিতৰি দুয়োৰো প্ৰীতি আছে। এৰা কথাতে কয়—মাহে চতকা আজা, শাহুয়ে চতকা বোৱাৰী। মনতে ভাবি থাকি পোনাই মাত দিলে—'মাই, মাই,' বুলি লগে লগে ভদ্ৰেশ্বৰে দুৱাৰত টুকুৰিয়ালে। হঠাতে হাঁহি খিকিন্দালি বন্ধ হ'ল। মাত বোল নাই।' 'হেৰা, বোলে সাৰ পাইছা নে৷

বুলি দুৱাৰখন ঠেলি দিবলৈহে পালে—বিস্থ শবদে এজন ডেকা ওলাই দৌৰ মাৰিলে, খুন্দা লাগি ভদ্ৰেশ্বৰ মণ্ডল কাঠিৰ পৰা চোতালত বাগৰি পৰিল।' 'কোন কোন, ধৰ ইয়াক।' বুঢ়ী হেলাই পাকঘৰৰ পৰা মাত লগালে— 'ভদীয়া, আহিলি নেকি?' ভদ্ৰেশ্বৰৰ সৰ্ব্বশৰীৰ কঁপি উঠিল—'মাই, তুমি পাকঘৰত? 'অ' কাঁহ হৈছে আক যদি থ‌ু-খেকাৰ ওলায়'

ভদ্ৰেশ্বৰ ভিতৰ সোমাল। অন্ধকাৰ। চাকিবত্তি নাই।' 'হেৰা, কোন আহিছিল', অঞ্জলি ঘোৰ নিদ্ৰাৰ কোলাত। মাতবোল নাই। ভদ্ৰেশ্বৰে জুইকাঠী মাৰি চাকিগছা জ্বলালে। অঞ্জলি তেতিয়াও—ভৰ টোপনিত লালকাল। 'কোন আহিছিল?'

'উ ৰাম ৰাম, বৰ ধুনীয়া সঁপোন। অ' আপুনি আহিছে?'

'কোৱা, কোন আহিছিল',

'কোনো অহা নাই, সঁপোন আহিছিল—' আজলিৰ তাওধৰি তাই কলে—'মায়াবিনী' ভদ্ৰেশ্বৰে গৰ্জি উঠিল। 'আপোনাৰ শপত, মই অন্ধ হম, মই একো নেজানোঁ। মাত্ৰ এটা সঁপোন'

'পাপীনী, মোৰ চকুত ধূলি মাৰি—' অঞ্জলিয়ে বিকত চিঞৰ মাৰি—'ইচ, ৰাম ৰাম, এয়া দেখোন মোৰ বাকচটো মাটিত পৰি আছে। গোঁসাই ঐ, মোৰ সকলো নিলে, লুটি-পুতি নিলে ঔ' বুলি হিয়া ঢাকুৰি কান্দিবলৈ ধৰিলে। মণ্ডলে দেখে অঞ্জলিৰ বাকচটো মেলা আছে, কাপি কাপোৰখিনি সিচঁৰতি হৈ পৰি আছে। 'চোৰ, চোৰ, সোমাইছিল, নিলে, সকলো নিলে, মোৰ হাড়দালো ইয়াতে আছিল।"

—এই তিনি সাজতে তুমি···

'মোৰ বৰ টোপনি আহিছিল, মই এটা সপোন দেখি হাঁহিছিলো, নিলে সকলো নিলে। মই কৈছিলো নহয়, ইয়াতো ভদ্ৰ মানুহ থাকে নে?' বুলি অঞ্জলিয়ে হুৰাওৰাৰে কান্দিব ধৰিলে। ভদ্ৰেশ্বৰে প্ৰবোধৰ সুৰত কলে— 'নেকান্দিবা, চোৰ কৰি ধন-সম্পত্তি নিব পাৰে, কিন্তু কপাল নিব নোৱাৰে।'

এইখন মোৰ পোৰা কপাল, শেহত সিতাই দিয়া মৰমৰ হাড়দালো হেৰুৱালোঁ।

—আৰু কৰবাত কিবা নিলে নেকি ? ভালকৈ চোৱা। হাড়ডাল তুমি পিন্ধি আছিলা দেখোন ?

—আজি মোক মৰণৰ টোপনিয়ে ধৰিছেল, আপুনি আহি পালে বুলিহে, নহলে কাটি-ছুছোৱা কৰি থলেহেঁ।

—তেনেকৈ নকবাছোন, এনে অমঙ্গলীয়া কথা চিন্তা কৰা কিয় ?

কিয়ে ধুনীয়া সঁপোন এটা দেখিছিলো, আপুনি যেন মোক এনেকৈ··· ধৰিছিল, মই খুব হাঁহি দিছিলো, মই একোকে কব নোৱাৰো আপুনি চাকিগছ জলাওতেহে সাৰ পালেঁ।

* * * *

'মাই, আজিৰ পৰা তুমি মোৰ ঘৰতে শুবা' যাবলৈ ওলাই ভদ্ৰেশ্বৰে কলে, ৰাতি চোৰ সোমাইছিল, ভাগ্য ভাল মই আহিপালো, তেহে—

'চোৰ!' হেলা বৈ গ'ল। ধীৰে সুস্থীৰে আৰু আৰম্ভ কৰিলে, "তই অহা মই জানো কব নোৱাৰেঁা। মই সব কব পাৰো, এইজন এদিনীয়া চোৰ নহয়, ভদৰেচৰা, তই মোৰ পেটৰ পো, কলেও হয় ঘৰ নষ্ট নকলেও হয় পেট নষ্ট। এইক ইয়াৰ পৰা লৈ যা। সিদিনা এমখা তিৰোতাৰ আগতে ৰবীনৰ মাকে মোক ধৰিছে—আমি তাইৰ ল'ৰাজনক ফুচুলাই, চোৰৰ দোকানৰ বেহানিবে ঘৰ উপচালো। তোৰ নাই কি ! ৰবীনেহে চোনো (স্নো) পাভাৰো (পাউদাৰ) আনি দিব পাৰে। ফাগুণাৰ মাকে কলে—সিদিনা বোলে এখন শাৰীও আনি দিছে।

ভদ্ৰেশ্বৰ ঘোৰ চিন্তাত উপনীত হ'ল। কাৰ কথা বিশ্বাস কৰে। কিন্তু ৰাকচটোৰ কাপোৰ কানিবোৰতো চেদেদি-ভেদেলি হৈ আছে। কিন্তু হাড়ডাল, অঞ্জলিৰ গলত দেখা পাইছিলো। চোৰে জানো দুৱাৰ ঘৰ বন্ধ কৰি চোৰ কৰে ? পালৰৰ বাবে দুৱাৰ খুলিহে থয়। তাৰ আৰু মনত পৰিল—সিদিনা সি কাকতিৰ লগত মেললৈ গৈছিল—নিশা বহুতো হোৱা বাবে ৰবীনকে লগত লৈ আহো বুলি পোৱাপাটীত চাই যে ৰবীন নাই। লেপ-থনকে মানুহ যেন কৰি থৈ আঠুৱাখন তৰি বান্ধিছে, কিন্তু ৰবীন মানুজন হলে তাত নাই। কাকতিৰ লিগিৰা ফাগুণাক লৈ আহিল, কিন্তু ৰাহুৰ ভগতে ৰবীনৰ দেখা পাই—'কিহে ৰবীন", বুলি মাতোতে চক খাই উঠি—'

'আথবালৈ গৈছিলোঁ' বুলি গো-গোৱাই বেগ ললে। কাণ্ডনাই কলে 'আজি আথবা হোৱাই নাই দেখোন।'

ভাৰতৰ প্ৰাক্তন গৱৰ্ণৰৰ মৃত্যু হ'ল—লণ্ডনত। এই শোকৰ বাতৰিয়ে সমগ্ৰ দেশৰ অফিচ আদালত হঠাতে বন্ধ হ'ল। ভদ্ৰেশ্বৰ মণ্ডলেও ধগ্ৰাপাৰ ষ্টেচনতে এই বাতৰিটি পাই, তাৰ পৰাই উভতিল। সিদিনা হেলো গৈছিল—মোমায়েকহঁতৰ ঘৰলৈ। ভৰ-দুপৰ বেলা মণ্ডল আহি ঘৰ পালত, দেখে ঘৰৰ দুৱাৰ-খিৰিকী বন্ধ। পিছফালে এজোপা নেমুগছ আছিল, তাকে আশ্ৰয় কৰি ভদ্ৰেশ্বৰ মণ্ডলে খাপ ললে।

—আমি সিদিনা ভাল বাচিলো দিয়া' অঞ্জলিয়ে কলে

—মই কিন্তু অধৈৰ্য্য হোৱা নাছিলো, সবাৰ উপায় উলিয়ালোহেঁতো!

—মযো ভিতৰত নাটক কৰিলো নহয়।' দুয়ো হাঁহিলে। মণ্ডলৰ সৰ্ব্বশৰীৰ কঁপি উঠিল। প্ৰতিহিংসাত সি জৰ্জ্জৰিত হ'ল। কিন্তু কৰে কি? কাকতি পৰিয়ালৰ শক্তিৰ কথা মনত পৰিল, ভয়তে পেপুৱা লাগিল সি। লাহেকৈ মাত দিলে—হেৰা, ঘৰত আছানে? অলপ সময় তলকা মাৰি থকাৰ পিছত কলে—'নাই দিয়া, কৰবাৰ গাতত সোমাল। দুৱাৰ 'মেলিয়েই ভদ্ৰেশ্বৰক দেখি—প্ৰকাণ্ড সাপ এডাল সোমাইছে, ৰবীন বাটৈৰে গৈ আছিল, মই মাতি আনিলোঁ, আপোনাক কৈ কৈ হয়ৰাণ হলো, বোলো ঘৰৰ কাষৰ জংঘলবোৰ চাফ কৰি দিয়ক। কেতিয়াবা দিন দুপৰতে খাই মাৰিব।' ৰবীনে হাতত লাঠি এডাল লৈ পেতেলীৰ তলত খাপ দি আছিল।

• • • •

সিদিনা ঘটা সেই অবাস্তৱ আৰু অবাস্তৱ ঘটনাৰ পিছতে ভদ্ৰেশ্বৰ মণ্ডলে অঞ্জলীক কমলপুৰলৈ লৈ আহিল। হাকিমে চৌকীদাৰৰ কোৱাৰ্টাৰতে ভদ্ৰেশ্বৰ মণ্ডলক সদ্যহতে থকাৰ সুবিধা কৰি দিলত মণ্ডল আৰু মণ্ডলনী তাতে থাকিল। আৰু চৌকিদাৰ বাহাদুৰ! চৌকীদাৰ বাহাদুৰ থাকিল হাকিমৰ বাবাণ্ডাৰ ড্ৰইং ৰুমত। কাৰ্য্যালয়ৰ পৰা এক ফাৰ্লংমান দূৰত।

• • • •

আঠ মাইল জোৰা এই বিৰাট অঞ্চলটোত হাইস্কুল নাই। অঞ্চলৰ কেন্দ্ৰস্থান কলিতাকুছিতেঁ এখন উচ্চ বিদ্যালয় স্থাপনৰ প্ৰস্তুতি চলিল। ৰাজিয়ৰা বিজাৰ্ভৰ ভেৰশ বিঘা মাটী এই বিদ্যালয়ৰ বাবে সংৰক্ষিত

থাকিব। পাঁচ গণ্ডা বাইজৰ ঘৰে প্ৰতি একোঘৰকৈ হাল আৰু ছদিনৰ পৰিশ্ৰমৰ দ্বাৰা এই জমীত খেতি কৰা হ'ব। এই উৎপন্ন সামগ্ৰীৰ মূল্যৰ দ্বাৰা স্কুলৰ শিক্ষকৰ পাৰিশ্ৰমিক আৰু ঘৰ-নিৰ্ম্মাণ কৰা হ'ব। বিদ্যালয়ৰ চৌহদত মাটি পাঁচ বিঘা। ইয়াতে শাক-পাঁচলি কৰিব। ছাত্ৰৰ পৰা কোনো প্ৰকাৰৰ মাচুল লোৱা নহ'ব। শঙ্কৰ সংঘই আঁচনি এখন যুগুত কৰি ৰাজহুৱা সভা আহ্বান কৰিলে। সভাপতি—শ্ৰীগুণগোবিন্দ ভাৰতী। আগৰ সকলোবোৰ আঁচনিয়ে কৃতকাৰ্য্যতা লাভ কৰাত—ৰাইজৰ বিশ্বাসৰ পাত্ৰ এই সংঘটোৰ আহ্বানত ৰাইজ ভৰি পৰিল। উদ্যোক্তা হৰেন বড়োৱে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰি আছেহে, ৰাইজৰ চকুত পৰিল— আমানতউল্লা, কৰীম শেখ, জালালুদ্দিন মাতব্বৰ সহ ভালে কেইজনমান পমুৱা নেতা সভা স্থলীলৈ অহা দেখিলে। এটা অস্থিৰ পৰিবেশৰ সৃষ্টি হ'ল। বীৰেন শীলে কলে—বহক, বহক ৰাইজ, অধৈৰ্য্য নহ'ব। কিন্তু হঠাতে এছাম ডেকা সভাৰ পৰা উঠি গ'ল—ৰাৰখন ধেনু-কাড় মানে প্ৰতিৰক্ষাৰ বাবে প্ৰস্তুত হ'ল। সভাপতি ভাৰতীৰ থৰ থৰ কঁপনি উঠিল—যোগেশ্বৰ শইকীয়াই (সংঘৰ প্ৰচাৰক) বিনীত ভাৱে—'সাধু উদ্দেশেৰেওতো আহিব পাৰে, অসাধু ভাব মনলৈ আনো—কিয় ৰাইজ ?'

'হলেও সাৱধানীৰ মৰণ নাই, আমাৰ ৰণুৱাসকলক প্ৰস্তুত থাকি বলৈ নিৰ্দ্দেশ দিয়া হৈছে।'

সিহঁত আহি পালেহি। সভা নিমাত নিজম। জালালুদ্দিন মাতব্বৰে আঠুলৈ—ৰাইজক প্ৰণতি জনাই এচুকত বহিল, লগে লগে বাকী কেইজনো বহিল। হৰেন বড়োই চকুৰে থাৰ দিয়াত দুজনমানে চাৰিওফালে চকু ফুৰাই আহি হৰেন বড়োৰ কাণৰ কাষত কিবা কলে—। অৰ্থাৎ 'আমি সম্পূৰ্ণ প্ৰস্তুত আছোঁ' উপস্থিত ৰাইজৰ কাৰো কতো মাত বোল নাই। যেন—এয়া ধুমুহা-বতাহৰ আগ মুহূৰ্ত্তৰ শান্ত আকাশ। মাতব্বৰ থিয় হ'ল—হাতযোৰ কৰি কলে—'সমবেত ৰাইজ' সকলোৰে দৃষ্টি মাতব্বৰৰ ফালে গ'ল। ইমান পৰে পানীত পৰা মাছৰ দৰে কাঁহ পৰি জীণ গৈ থকা ৰাইজৰ মাজত বু-বা শব্দ শুনা গ'ল। মাতব্বৰ জালালে আৰম্ভ কৰিলে—'মাননীয় ৰাইজ। আমি আপোনালোকৰ ওচৰলৈ ক্ষমা বিচাৰি আহিছোঁ,

আমাক ক্ষমা কৰিবনে ?' মাতব্বৰ গিৰীয়ে উদাত্ত কণ্ঠেৰে সুধিলে, দুখাশগিৰিয়ে কি উত্তৰ দিব ভাবি নেপাই ইফালে-সিফালে চালে—তেতিয়াহে নিজকে চম্ভালি কৈছে—'আপোনালোক এখন যাইয়া আৰু আমিও এখন যাইব। আপোনালোকক ক্ষমা কৰাৰ যোগ্যতা বা অধিকাৰ জানো আমাৰ আছে। নিজকেহে ক্ষমা হওক মাতব্বৰ।'

'আমি কৰবাত ভুল কৰা যেন পাইছো। ক্ৰটী-বিচ্যুতি নিশ্চয় হৈছে, নহলেনো এনে মহৎ উদ্দেশ্যেৰে আহ্বান কৰা সভাত আমাক বৰ্জন কৰিলে ?' জালাল মাতব্বৰৰ কথাৰ উত্তৰ কোনোৱে দিব নোৱাৰিলে। বৰ ধীৰ-গম্ভীৰ ভাৱে বৃদ্ধ-মাতব্বৰে আৰম্ভ কৰিলে—আমাৰ ভুল হৈছে ; আপোনালোকে খিলঞ্জীয়া সকলৰ লগত সহযোগ নকৰাতো। পৰম আত্মীয় যাইজ, দুলুৰে বঙ্গ দেশৰ পৰা বনভোজ খ'বলৈ আমি অসম দেশলৈ অহা নাই। আমি আহিছো—অন্ন-অন্ত্ৰৰ সংস্থান বিচাৰি। আমাৰ পূৰ্ব্বপুৰুষ সকলো এই দেশলৈ আহি—এই দেশৰে ভাষা-সাহিত্য সংস্কৃতিত জাহ যাই নিতান্ত নিখুট অসমীয়া হৈ দেশৰ সৰ্ব্বাঙ্গীণ মঙ্গল সাধনত ব্ৰতী হৈ আছে। আমাৰ ভৱিষ্যত বংশধৰসকলেও—ইয়াতে বাস কৰিব লাগিব যেতিয়া-ৰেষ, বিদ্বেষ, বিদ্ৰোহ অসহযোগ কৰি কোনো কাহানিও শান্তিৰে বাস কৰিব নোৱাৰিব। সহ-অৱস্থান, শান্তিময় জীৱন সকলোৰে কাম্য। ন'বা-ছোৱালী তিৰোতাৰ সৈতে যেনে এটা পৰিয়াল—হিন্দু-মুছলমান, বড়ো কছাৰী, কেওট কলিতা, বামুণ-শূদ্ৰীৰ লৈ—অসম এখন এক পৰিয়ালৰ দেশ। ই-সদভাৱ সম্প্ৰীতিৰ দেশ। ইয়ে আমাৰ অসম।

জালালুদ্দিন মাতব্বৰে আৰু কৈ গল—মই ঢাকা বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিলো। অসমৰ বুৰঞ্জীৰ কিঞ্চিৎমান জ্ঞান মোৰ আছে। আক্ৰমণকাৰী মুছলমান সকলোকো আহোম ৰাজদৰবাৰে মাটি-ভূমী দান দি যি উদাৰতাৰ আদৰ্শ দাঙি ধৰিছিল ভাৰতৰ আন কোনো দেশত নাই। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ গুৰুজনাই গাড়ো, ভোটসকলক হৰি নামৰ ডোলেৰে এক নাম এক সমাজ গঠনৰ যি আদৰ্শ দি গ'ল—পৃথিৱীত এনে আদৰ্শ বিৰল। মহাবীৰ লাচিত বৰফুকন মহাসতী জয়মতী, মণিৰাম দেৱান, পিয়লি ফুকনক আমি জানো। অসমৰ বাইজৰ প্ৰতি আমাৰ দৃঢ় বিশ্বাস আছে।

অসমতহে হিন্দু-মুছলমানৰ প্ৰীতি সম্ভাৰ আছে, আনকি আমাৰ বাজ দেশতে নাই। কেৱল সামান্য বুজাৰ ভুল আৰু এক শ্ৰেণী সুবিধাবাদীৰ প্ৰৰোচনা আৰু প্ৰভাৱণাৰ বাবে অশিক্ষিত হজুৰা বাইজ ভুল পথে গৈছে, আপোনা-লোকৰ অতীত আৰু বৰ্ত্তমানৰ সহিষ্ণুতাই এই ভুল ভাঙি দিব। মই ৰবালিমাৰা পমুৱা বাইজৰ হৈ—দৃঢ়কণ্ঠে আৰু মুক্তকণ্ঠে আজি ঘোষণা কৰিছো—আমাৰ মাজৰ ভুল বুজাবুজি দূৰ হব, আমিও আপোনালোকৰ মাজত এক হৈ লীণ যাব পাৰিম, আমাক আঁকোৱালি লওঁক, আমি আপোনালোকৰ সহোদৰ ভাই।

'তিক্ততা সৃষ্টি কৰি লাভ নাই। যিয়ে তিক্ততাৰ বীজ ৰোপন কৰিছে, আমাৰ হোজা পমুৱা ভাইসকলক বিপথে নিবলৈ চেষ্টা কৰিছে ঈশ্বৰে তাক শাস্তি বিহক।'

'ইয়াৰ ভিতৰতে আমি এখন প্ৰাইমাৰী স্কুল স্থাপন কৰিলোঁ। ল'ৰা ছোৱালী বিলাকক অসমীয়া-পাঠ শিক্ষা দিয়া হৈছেই। গতিকে, আজি যি প্ৰস্তুতিৰ আয়োজন কৰিছে তাৰে ভাগ খুজিবলৈ আমি আহিছোঁ। ইয়াত আমিও ৰৰঙণি যোগাম।'

জালাল মাতবৰৰ কথাত সমবেত জনতাৰ মুখ উজ্বল হৈ উঠিল। সকলোৱে হাত চাপৰি দি জালাল মাতবৰক উদগনি দিলে। স্কুলৰ প্ৰতিষ্ঠা পৰ্ব্ব আৰম্ভ হ'ল। পমুৱা সকলৰ পৰাওদুজন সদস্য কাৰ্য্যনিৰ্ব্বাহকত ললে।

* * * *

লীলাৰ বিয়া ভাঙিল। তাইৰ পৰিয়াল পৰিজনে মৰ্মান্তিক আঘাত পালে। শাস্ত্ৰী, ভাৰতী, কাকতিয়ে বহু বুজনি দিয়াতো লীলা সন্মত নহল। কিন্তু—গোঁসাই প্ৰভুৱে আশা এৰা নাই। পুৱালৈকে এটা ক্ষীণ আশা পালি বহি থাকি—শেষত হতাশ হৈ মুৰৰ পাগুৰি আৰু গলৰ মালা সোলোকাই পেলালে। বিয়াৰ বাবে যোগাৰ কৰা বস্তু বেহানিবোৰ উদং হ'ল, লালে লাহে ইষ্ট-কুটুম্বৰোবো ছুই এজন কৰি ঘৰলৈ গ'ল। থাকিল—লীলা এভিয়া অকলে—এখন ঘৰত।

এদিন লীলা ভাৰতীৰ ভালৈ গ'ল—'আপুনি মোক আশ্ৰয় দিয়ক। আপোনাক সেৱা শুশ্ৰূষা কৰিম, বিনিময়ত মোক পেটৰ ভাত মুঠি, কাণি-কাপোৰখিনি দিব।

লীলাৰ প্ৰস্তাৱত ভাৱতীয়ে চিন্তা মগ্ন হৈ কলে—'বাৰু ভাবি-চিন্তি চাওঁ, কাইলৈ এবাৰ আহিবিছোন।' লীলা ওচৰতে ঠিয় হৈ থাকিল, ভাৱতীৰ মনত উদয় হ'ল—মানুহে জানো লোক নিন্দা নকৰিব! কিন্তু মইতো বিচাৰি যোৱা নাই। তাই উপযাচি আহিছে। কিন্তু তাই জানো আহিব? নে লোক জুখি চাইছে! বাৰু লোক-নিন্দাৰ পৰা হাত সাৰিবলৈ কিবা এটা উপায় উদ্ভাৱন কৰিব লাগিব।

গধূলি চ'ৰা ঘৰত কাকতি, শাস্ত্ৰী আৰু কবিৰাজ বহাটো নিয়ম। সিদিনাও আছিল। ভাৱতীয়ে কথাৰ পাতনি মেলিলে—'সন্মুখত ভীষণ বিপদ এটা উপস্থিত। ৰতিকান্তই গোঁসাই প্ৰভুৰে অন্যায় কৰা নাই, লগতে আমাৰো অন্যায় কৰি গ'ল। এৰি দিবও নোৱাৰো, বেটি-ধৰিবও নোৱাৰোঁ। কুল-মৰ্য্যাদা ৰক্ষা নকৰিলেও হব—মহা পাপ।

এতিয়া···'বুজিছো, লীলা আপোনাৰ তালৈ আহিছিল। তাইৰো সমস্যা হৈছে। এনে পৰিস্থিতিত তাই বা অকলশৰে তাত থাকে কেনেকৈ। বগীবুঢ়ীয়ে সদায় জানো তাইক পৰ দি থাকিব ?

কাকতিৰ কথাত ভাৱতীয়ে ওপৰাই মাত দি···সেই বুলি গাইছেন ছোৱালীজনীক মই পুহি মৰিমনে? মৰক গৈ অবাটে-অবাটে।' কাকতিয়ে নম্ৰ সুৰত কলে—'তেনে কথা কিয় কয় প্ৰভু! ৰতিকান্ত নহালৈকে তাইক আশ্ৰয় দিয়ক। শাস্ত্ৰীয়ে কলে—'ৰতিকান্ত আহিব কিন্তু, পাঁচ শ টকাৰ বাবে মুখলজ্জাত পৰি হয়তো অহা নাই।'

'আজি কালিয়েই আহি পাইছি, বৰ চালাকি কৰি গোঁসাই প্ৰভুৰ টকা পাঁচ শ হজম কৰিলে।' মগুলৰ কথাত ভাৱতীয়ে শাস্ত্ৰীলৈ চাই কলে—'তুমিয়ে তাইক আশ্ৰয় নিদিয়া কিয়।'

'মোৰ পাঁচজনীয়ে নাকে-কাণে থাই মাৰে আৰু এজনী গভাৰুৰ। বংশ মৰ্য্যাদালৈ চাই আপুনি তাইক আশ্ৰয় দিয়ক। পুণ্য হব।'

'বাৰু আপোনাসোকৰ আদেশ নমানিলে ভাল পাব জানো?'

লীলা ভাৱতীৰ তাতে থাকিবলৈ ললে। টকাৰ জৰত যোৱা বেলোও বেজ ভাৱতীৰ আজীৱন ভৃত্য। পৰাহঁতৰ সৰ্ব্বস্ব। দিনৰ দিনটো

হাল-কোৰ বায় কাম বন কৰে—কিন্তু ভাৰতীৰ তাত নেথাকে। বাতি নিজ ঘৰতে থাকে। ইয়াৰ গুপ্ত ৰহস্য বহুতো। কিন্তু লীলাৰ থকাৰ কেইদিনমান পিছৰ পৰাই বেলেগুক গোহালি ঘৰৰ আগ চালিয়াতে থাকিবলৈ ভাৰতীয়ে সুবিধা কৰি দিলে।

ভাৰতীৰ থকা ঘৰটোৰ কুঠৰী তিনিটা। পূবৰ কুঠৰীত থাকে ভাৰতী, মাজৰ কুঠৰী উদং—পশ্চিমৰ কুঠৰী, অৰ্থাৎ বাৰীৰ কাষৰ কুঠৰীত থাকে লীলা। প্ৰত্যেকটো কুঠৰীৰ ব্যৱধান মজবুত বেৰ আৰু কপাট। নিশা যিমানেই গভীৰ হৈ আহে, দৰজা দুখন মেল খাই আৰু গোটেই ঘৰটো ই পূবৰ পৰা সি মূৰলৈ এটা হৈ পৰে।

ভাৰতীৰ বন্ধু-বান্ধৱ মানে শাস্ত্ৰী, কবিৰাজ, মণ্ডল এতিয়াও আহে, কিন্তু ভিতৰৰ পৰা উত্তৰ আহে—প্ৰভুৰ গা-ভাল নহয়, কিবা পঢ়ি আছে। গতিকে মেলকিসকল আহে আৰু উভতি যায়। কেতিয়াবা কেতিয়াবা অৱশ্যে দেখা-সাক্ষাত নকৰাও নহয়, কিন্তু কাচিৎ হে।

ভাত-পানী ৰান্ধিছিল লীলাই। এতিয়া বানেকুছি গাঁৱৰ সম্বন্ধীয়া বিধবা ভনী মানে বুঢ়ী এজনী লীলাৰ আশ্ৰয়ৰ বাবে ৰাখিছে—নাম তাইৰ ৰূপেশ্বৰী। ৰূপেশ্বৰী কুকুৰাঁকণা আৰু অধম কলা।

ভাৰতীৰ মোকৰ্দ্দমাৰ দিন। ডেৰশ বিঘা জমী বীৰেনৰ দলৰ দখলত। মোকৰ্দমা সংক্ৰান্তত ভাৰতী গৈছিল সদৰলৈ। ভাটাবেলা পদ্মা অহিল—ভাৰতীৰ ঘৰলৈ। দেখিয়েই লীলাই কলে—'তোক দেখিয়েই মোৰ মৰো মৰো লাগিছে পদ্মা। আত্মহত্যাৰ কথা মনত পৰিছে—। এয়া তাৰ গুভাৰম্ভ, 'বিপদত ধৈৰ্য্য ধৰা বীৰ-বীৰাঙ্গনাৰ কৰ্ত্তব্য। চেতনা হেৰুৱাই নেপালাবি।' চেতনা কেতিয়াবাই হেৰাই গৈছে। নিজক ধ্বংস কৰা পথ বাচি লৈছোঁ আৰু লগতে সমাজৰ মুখাপিন্ধা ভণ্ড-তপস্বী সকলোকো নঙঠা কৰি দেখুৱাব খুজিছো। মোৰ অভিনয়ৰ প্ৰথম দৃশ্য আৰম্ভ হৈছেহে, যদি অভিনয় শেষ নৌহওঁতেই বাতি পুৱাই—মুখত প্ৰলেপ সনা অভিনেতাসকলক দৰ্শক বৃন্দই ভালকৈয়ে পূৰ্ব্যৰ পোহৰত চিনি পাব। ছিঃ······

'যি কোনো পৰিস্থিতিক আয়ত্ব কৰি লৈ নিজক সুখী কৰিবলৈ চেষ্টা কৰ লীলা।'

'কোনে কৈছে মই সুখী নহয়, এখিয়া মই বৰ সুখী। পোহৰত মই আশ্ৰিতা, এন্ধাৰত পৰিনীতা। নিজক তিল তিলকৈ ধ্বংস কৰিব পাৰা ক্ষমতা কেইজনী নাৰীয়ে অৰ্জন কৰিব পাৰিছে, কিন্তু মই কৃতকাৰ্য্যতা লাভ কৰিছো পদ্মা। ছিঃ ছিঃ……

'মই যাওঁ লীলা, তোৰ কথা শুনি মোৰ ভাল লগা নাই। মই অভিনেত্ৰী নহওঁ, অভিনয় মই মুঠেও ভাল নেপাওঁ,

'তই নহয়, সমগ্ৰত সকলোৱে মোক দেখি থু পেলাব, বাক কছোন, অ' চাহ দিওঁ ৰ'। মই আজি-কালি পটেশ্বৰী হৈছোঁ। এই ঘৰৰ মালীকনী; মোৰ আদেশত এইখন ঘৰৰ বেলি উদয় হয়, ডুব যায়।' লীলা উঠি গ'ল। পদ্মাই স্মৰণ কৰিলে—'মোৰ উদ্দেশ্য পূৰণ কৰা ভগৱান।'

পদ্মাৰ গম্ভীৰ আৰু মলিনা মুখ দেখি লীলাই কলে—'পদ্মা, অহাৰ উদ্দেশ্য ?'

'মই বৰ বিপদত পৰি তোৰ ওচৰলৈ আহিছো।'

'অ' টকা লাগে। কিমান লাগিব, এয়া দেখিছ?' কঁকালৰ চাবি কোছা দেখুৱাই—'এয়া দেখিছ, চাবি, চন্দুক-বন্দুক আলমাৰী গহণেৰা সকলোবে……ছিঃ……

'ছিঃ ছিঃ লীলা, মই টকাৰ বাবে অহা নাই। মই আহিছো… বোধয় তোৰ মনত আছে…মই যে…'

'অ' গুণগোবিন্দ ভাৰতীৰ কলিজা! কিন্তু তাত একো নাই। আছে কুটিলতা, দুৰভিসন্ধি, পাপ, ক্লেদ· তথাপি তাৰেও যদি তোৰ কিঞ্চিৎ মানো উপকাৰ হয় দিব পাৰো।'

'লীলা, কলি মোহৰ…'

'সেই সন্দেশ তোৰ বাবে সাজু হৈ আছে। তই নকলেও তোক ভেটিলো হৈঁতেন। আগেয়ে চাহ খা,…

'কিন্তু এই কথা তোৰ মোৰ বাহিৰে যাতে আন কোনেও—

'এই বিষয়ে তই একেবাৰে নিশ্চিন্ত থাকিবি।'

সাজ লাগো লাগো সময়। কপেৰৰী বুঢ়ীৰ চকুও অকামিলা হৈ আছিল, লীলাই কাগোৰেৰে মেৰাই টোপোলা এটা পদ্মাৰ হাতত দিলে—

পন্নাই ভয়ে ভয়ে লৈ বাহিৰ ওলাল ।

পছলি মুখৰ পৰাই নীলাই কলে—তোৰ শুভ-পৰিণয়ৰ এয়া প্ৰীতি উপহাৰ। তই সুখী হ পন্না। মোৰ বাহিৰে জগতৰ সকলোৱে সুখী হওঁক, করুণাময়ৰ ওপৰত এয়ে মোৰ কাতৰ প্ৰাৰ্থনা।

—

## সোতৰ

এদিন বাইজ মাতি-নি শ্ৰীভদ্ৰেশ্বৰ মণ্ডলে তাৰ মাটিৰ অংশৰ ধান কাটি আনিলে। চ'ত মাহত বেলেগ হৈছিল—খেতি কৰাৰ পিছত। খেতি ভাগ হোৱা নাছিল। মাটি কিন্তু ভাগ হৈছিল। দুখুৱে তাৰ ভাগত পৰা মাটিৰ খেতিত ল'বা কেইজনৰ হতুৱাই নিকাই-বিধাই দিছিল। সেই খেতিকেই ভদ্ৰেশ্বৰে কাটি আনিলে। ফলত, দুৰ্ব্বল খেতিখিনি থাকিল দুখুৰ ভাগত। ই খেতিয়কৰ ধৰ্ম্ম নহয়। দুখুৱে পাঁচ গঞা বাইজৰ ওচৰত নিবেদন জনালে—সু-বিচাৰৰ বাবে। গঞা মেলকী অৰ্থাৎ কাকতি পণ্ডিত; শাস্ত্ৰী, কবিৰাজে ৰায় দিলে—যিহেতু মাটিৰ বিভাগ নানা হ'ল—কিন্তু পথাৰত থকা খেতিৰ কথা তাত উল্লেখ নাই, গতিকে মণ্ডলে কাটি অনাত তাত আপত্তিৰ থল নাই। অৱশ্যে গোটেই মাটিৰ খেতি কাটি আনিলে মণ্ডলৰ দোষ হলহে।' সোণধন আৰু ভেকোৰ কথা হ'ল—'দুয়োজনে কাটি মাৰি ধান-খেৰ পৰ্য্যন্ত সমানে ভাগ কৰাৰ নিয়ম—কিন্তু তাকে নকৰি দুখুৱে নিকাই বিধাই থোৱা ভাল ধানখিনি মণ্ডলে কাটি অনাত অন্যায় হৈছে। তাকো বাইজ মাতি।'

'মণ্ডলে নিজে ধান নেকাটে। বাইজ মাতিহে। এইটো কেনেকৈ অন্যায় হব'

হোৱাই নোহোৱাই মণ্ডলে এৰি অহা কেইডালকে দুখুৱে কাটি আনিলে—নহলে ল'বা-ছোৱালীকেইটা শুকাই মৰিব যে।

তাৰ মাহৰ পোন্ধৰ তাৰিখে মোৰ্কদ্দমাৰ দিন। এই দিনটো জেৰাৰ দিন। উকীল মহৰীক টকা বেচি লাগিব। বাতি দুখুৱে উবাক সুধিলে—

তোৰ হাতত টকা কি আছে ?’

‘ক’ত আছে, সুৰেনৰ পৰীক্ষাৰ মাচুল আৰু আপোনাক পাঁচ টকা দিলোঁ।’

‘তেন্তে তোৰ খুৰিয়াজোৰকে হীৰালালৰ তাত বন্ধকী থওঁ নে’ দুখুৰ কথাত উবাই তেকাছিয়াৰি ‘দিওঁ বৰা, খুৰিয়াজোৰ। আজি ব নে কালি সুৰেনৰ সংসাৰখন কৰি দিব লাগিব।’

‘মাটিয়ে কৃষকৰ আচল ধন। সোণতকৈ মাটিৰ মূল্য বহুগুণে বেছি। মাটি হলে সোণ এনেয়ে দৌৰী আহিব। এই মাটিখিনি ৰক্ষা কৰিব লাগিব’

হীৰালাল কেঞাৰ গোলাত খুৰীয়াজোৰ বন্ধকী থৈ একুড়ি টকা আৰু তেকোগাওঁবুঢ়াৰ পৰা দহ টকা ধাৰ লৈ এই দিনটো কোনোমতে পাৰ কৰিলে।

আৰু সমস্যা এটা আছিল। দুখুৰ ভঁৰালত ধান নাই। চাৰিমোণ ধান ধাৰলৈ আনিলে। ইফালে দুজন ল’ৰাৰে বাহনি পৰীক্ষা। ঘৰিছলা তেকাৰ তাত এপুৰা মাটি বন্ধকী থৈ দুইমোন ধান আৰু সিহঁতৰ মাচুলখিনি দিলে, অলপ-অচৰপ ধাৰো পৰিশোধ কৰিলে।

কাতি মাহ পৰিল। খেতিয়কৰ বাবে এইটো এক দুৰ্যোগৰ মাহ। দুখুৰ ঘৰতো এই দুৰ্যোগে আগতিয়াকৈ আগমন কৰিলে। দুখুহঁতৰ দুদিন অনাহাৰ। সৰু ল’ৰা গজেন আৰু ছোৱালীজনীয়ে কান্দি-কান্দি শুবেই নিশা উৰাক শুব দিয়া নাই। দুখুৱে গাৰুত মুখটো গুজি কান্দিছে। সেহত একমাত্ৰ ঈশ্বৰৰ নাম লৈ টোপনিত পৰিল। কিন্তু বাহী খাক হেলা। সিটো ঘৰৰ পৰাই পৰিস্থিতিৰ উপলব্ধি কৰিছে। তাইৰো টোপনি অহা নাই, ল’ৰা-ছোৱালীহঁতৰ কৰুণ কান্দোনত।

মঙল মঙলৰলৈ যাব। মঙলে ভাত খাবলৈ বহিছে, এনেতে ছোৱালীজনী আহি সেমেনা-সেমেনি কৰালে। খাই উঠি মঙলে [illegible] কাহীখনতে বহুৱাই দি ‘খাই, এইকে আৰু কেইটামান ভাত দিয়া’ [illegible] সেখে ছোৱালীজনী বহিয়েই কৈছে ‘এইকে খুৱালে হব কি? [illegible] উপবাসে আছে। তাকল কেইটা মুখত দৈছে আছে, [illegible] কেইটাই কান্দি-কান্দি শুব দিয়া নাই’ কথাখিনি মঙলে [illegible]

শুনিছিল' হেলায়ো মনতে বং পাইছিল। হোৱালীজনী খাই বহি থাকোঁতেই সক ল'ৰাজনো আহি হাজিৰ। সি আহিয়েই ককুনীৰ কাঁহীত বহিল— 'আবু, চা, ই-মোৰ ভাত খাই এতিয়া।' আবুয়েকক দেখিয়েই সি 'আবু মোকো ভাত দে, লাতিও খোৱা নাই।' আবুয়েক হেলাই তাকো ভাত কেইটামান দি সান্ত্বনা দিলে। ভাত কেইটা পাই সি আনন্দ মনে মোকোৰা-মোকৰি খাবলৈ ধৰিছেহে—এনেতে অঞ্জলী আহি মজিয়াত উপস্থিত। তাই গৰ্জি উঠিল—'কোনে ইহঁতক ভাত দিছে! হাঁহ-ছাগলীৰ দৰে পেন-পেন কৰি জন্ম দিব আৰু মই পুহি মৰিম?'

'ভদবেচৰাই······'বুলি কবহে ধৰিছিল—অঞ্জলীয়ে ল'ৰাটিৰ হাতত ধৰি ভাতৰ পাতৰ পৰা তুলি—'ওলা ইয়াৰ পৰা। মাৰে মোৰ মাওকে শুনিব নোৱাৰে' অকমানি গজেনে এবাৰ আবুয়েকৰ ফালে এবাৰ ভাতৰ কাঁহি খনৰ ফালে চাই এখোজ দুখোজকৈ পিছুৱাই গ'ল।

'মহাপাপ, আগৰ বঢ়া ভাত কাঢ়িব নেপাই। মোৰ ভাগৰ মুঠিকে তাক খাবলৈ দে।'

'মোৰ বেচি হৈছে, কাউঁৰ-কুকুৰক খুৱাম—তাথাপি তাইৰ ল'ৰা-ছোৱালীক নিদিওঁ'

'ভগৱানলৈ তোৰ কি অলপো ভয় নাই?'

'তাৰ কাৰণে মোক যদি নিৰ্ব্বংশ কৰে—তাতো মোৰ আপত্তি নাই' শিশু খগেন এতিয়াও আবুয়েক হেলাৰ আঁচলত ধৰি ঠিয় দি আছিল। বাঘিনীৰ দৰে গৰ্জনি শুনি সি ভয়ত পেপুৱা লাগিল। কাঁহীখনৰ পিনে চাই চাই সি ওলাই গ'ল। হেলাৰ দুগালেদি দুধাৰি চকুলো ওলাল।

দুখুয়ে ধাবলৈ ধান বিচাৰি নেপায় নিৰাশ মনে কাঠীতে বহি পৰিল। উৰাই কলে—'নেপালে। সিহঁত দুয়ো নোখোৱাকৈয়ে স্কুললৈ গ'ল। বুজিছে, বুজন হৈছে। কিন্তু ইহঁত দুটাই সি ঘৰলৈ গৈ······'উৰাৰ মাত বন্ধ হ'ল। তাই মস্ত ভুল কৰিব খুজিছিল। এনে মৰ্মভেদী কথা দুখুৰ আগত কলে যদি পিতৃ হৃদয় ভীষণ বিদ্ৰোহী হৈ উঠে। তাৰ পিছত······"

আন এদিন। অঞ্জলী ফুৰিবলৈ গৈছিল। খৰাহী এটা-কাপোৰৰ আঁৰত লৈ হেলাই উৰাৰ ঘৰত সোমাই 'বাৰ এই। কেইটা খৰাহী উৰাৰ কৰিছে।'

কাঁৰো আগত নকৰি। বাঘিনীয়ে গম পালে ছুয়োকো গুদাই নেৰে'

চকু চলচলীয়া কৰি উষাই কলে—'লৈ যাওঁক আই। ইমান ওজাৰ বালিক পাণীয়ে কেনেকৈ তিয়াব। ভগৱানৰ বস্তু ভগৱানে পালিব। সিদিনা অজান শিশু-ছুটিক······' উষাই হুক-হুককৈ কান্দিবলৈ ধৰিলে। হেলায়ো চকু পানী মচি মচি 'তহঁতৰ বিলৈ-বিৎপত্তিত মোৰ পেটলৈ ভাত নোযোৱা হৈছে। এইবিলাক ভাবি গুণিয়ে মই তহঁতৰ লগত নেথাকি মহাপাপীনীৰ সৈতে জীৱন কটাইছোঁ। তথাপি মোৰ বাচাপুজাইহঁত ভালে থাকক।' বুঢ়ীৰ আগ্ৰহ দেখি উষাই ইচ্ছা নথকাতো চাউলখিনি ৰাখিলে। বেৰৰ সৰভাইদি ৰবিয়াৰ বৈণীয়েকে সকলো দেখি-শুনি আছিল। বুঢ়ি আহি ঘৰ পাওঁহে তিলটোকে তালকৰি কলে—'বেটাইহঁত, আজি লখোৰে আছে নহয়, শাহুয়েৰাক ফুচুলাই তাই এপাচি মান চাউল দিলে।' ৰবিয়াৰ বৈণীয়েক আৰু উষাৰ ভিতৰত ল'ৰা-ছোৱালীৰ বিষয় লৈ ছদিনমান আগেয়ে দন্দ লাগিছিল। এই কাৰণে তাই উষাৰ দোষ বিচাৰি আছিল। ৰবিয়াৰ বৈণীয়েকৰ মুখৰ কথাষাৰ শুনি যেন ৰবলৰ বাহুতহে জুই লাগিল— 'খাইছ, বইছ, ভালে ভালে থাকিবি। তই কিবা ঘৰৰ মালিকিনী নে? মোৰ ঘৰৰ বস্তু তই দিবৰ কোন? বৰ গৃহস্থনী ওলাইছি।' অজলীৰ কথাত বুঢ়ী হেলাই হা-না একো নকৈ মনে মনে থাকিল।

উষাই চাউল কেইটা দেখি হাততে স্বৰগ চুকি পোৱা দি পালে। চকত জুই কুবা ধৰি পানী বহুৱাই ছোৱালীজনীক কলে—'মই আছোঁ, জুই কুবা চাবি' এই বুলি থালতে চাউলখিনি ধুবলৈ বুলি গ'ল। অজলীয়ে শিশুপাল খেদা দি মাজ বাটতে পালে উষাক। পানী কলহৰ ওপৰত চাউল থবাহী লৈ আহি আছিল উষা। অজলীয়ে বাট আগচি—'এই চাউল তই ক'ত পালি। আইহঁত মাইহঁত চা, এই বঙা গোখা ধানৰ চাউল, মোৰ চাউল।'

উষাৰ মাত হেৰাল—'আয়েৰাই·····

'বেটি মতলৰ তিৰীৰ বোলে বতাহকত নেথাৰু। এতিয়া ফুচুলাই চাউল আনিছ' হাই উকৰি শুনি ৰবিয়াৰ বৈণীয়েক, শাহিয়াৰেল যোৱাই, কাঞ্চনবালা উপস্থিত হ'ল। অজলীয়ে কলে—'চা, আইহঁত, এই এতিয়ে খাই

লাহুহজনী নথকাত শাহুক মুচুলাই চাউল নিয়ে। হেৰৌ বেটী, পিৰিৰেখাই যদি আৰ্জী খুৱাব নোৱাৰে বঙাল-কঙালৰ তাত নেযাৱ কিয়?' চাউলখিনি অঞ্জলীয়ে কাঢ়ি নিলে। উষা থৰ থৰ কৈ কঁপিবলৈ ধৰিলে। মুখত একাষাৰ মাতো নাই, অৱ মূৰ্ত্তিৰ দৰে তাই ঠিয় হৈ আছিল-তাতে। চৌকাৰ জুই চৌকাতে নুমাই থাকিল। ল'ৰা-ছোৱালীহালৰ আনন্দ উছাহবোৰো জুই নুমুৱাৰ লগে লগে নোহোৱা হ'ল।

* * * *

দুখুৰ দুয়োটা ল'ৰা সুৰেন কলিতা আৰু নৰেন কলিতাই মেট্ৰিক পৰীক্ষা দিব। হৰগোবিন্দ ভাৰতীৰ পিছতে কলিতাকুছি গাঁৱৰ পৰা মেট্ৰিক পৰীক্ষাত বহিবলৈ পোৱা ল'ৰা এই দুইজনেই। দুখু আৰু উষাই লখোনে থাকিলেই এনে এটা ভৱিষ্যত আনন্দৰ কথা ভাবি সুখ পাই। দুখুৰ চিন্তা হ'ল—ইহঁতৰ পৰীক্ষাৰ মাচুল, সদৰত থকা-খৰছ দিওঁ কৰ পৰা। আৰু দুবিঘা মাটি হয়তো বন্ধকী নহয়তো বিক্ৰী কৰিব লাগিব। তথাপি ইহঁত দুয়োকো মানুহ কৰিম। মানুহ আৰু মাটি।

জেকো গাওঁবুঢ়াৰ ল'ৰা হৰিনে ৮ম মানলৈ পঢ়ি এতিয়া ঘৰ-গৃহস্থী চলায়। সি এজন সুযোগ্য খেতিয়ক, সমাজ কৰ্মী, আগৰণুৱা, সংস্কাৰক। নৱ-প্ৰতিষ্ঠিত হাইস্কুলৰ চেক্ৰেটাৰী। দুখুৰ ল'ৰা—সুৰেন, নৰেন হৰেন্দ্ৰ নাথ বড়ো'ৰ সোহাত স্বৰূপ। হৰেনে কয়—'সুৰেন ভাই, মেট্ৰিক পাছ কৰি তই চাকৰিত সোমা। আৰু বাকীৰ কলেজত পঢ়ি—বি, এ, পাছ কৰ। তয়ে অ মাৰ স্কুলৰ প্ৰধান শিক্ষক হব লাগিব। শিক্ষা মই লব নোৱাৰিলো, এতিয়াহে মোৰ দুখ আহিছে।'

শঙ্কৰ সেৱা সংঘৰ দ্বাৰা চাওতালগাওঁ আৰু পমুৱা বস্তিত দুখন অসমীয়া প্ৰাথমিক বিদ্যালয় স্থাপন হ'ল। তাৰে এখনত হৰেনে বিনা-বেতনে বাতিপুৱা শিক্ষকতা কৰে আন খনত তোষেশ্বৰ শইকীয়াই।

সংক্ষেপতে কবলৈ হলে অঞ্চলটোত উন্নয়নমূলক কাম বহুতো হ'ল। তাৰ ভিতৰতে ডাঙৰ কাম হ'ল—শান্তি, শৃঙ্খলা।

* * * *

কমলপুৰৰ পৰা জয়েশ্বৰ আহি ভাৰতীৰ তালৈ গ'ল। বহু সময় বহি থকাৰ পিছতো ভাৰতী ওলাই নাহেহে নাহে। বহিয়া দেখিলে—

ওপৰত দুখুৰ লগত চব-কথাৰ মিল আছে। উকীলে বহু খুৰাই পঁকাই জেৰা কৰিও লৰচৰ কৰিব নোৱাৰিলে।'

'শাস্ত্ৰী আৰু কাকতীয়ে কি কলে শুনো দিয়াচোন। তোমাৰ পক্ষৰো সাক্ষীৰ জবানবন্দী শুনিলেহে মনটো ভাল লাগিব।'

'বৰ বেয়াকৈ কৈছে। মানুহক চিনা বৰ টান।' কাকতীয়ে .বলেগ হওঁতে দুখু আৰু মাই আপত্তি কৰা কথাটো কৈ দিলে। আৰু শাস্ত্ৰীয়ে কলে—ভদ্ৰেশ্বৰে মাটি বখা জানো, কিন্তু কাৰ নামত ৰাখিছে, দলিল মই দেখা নাই। শুনিছোহে। বেলেগ হোৱা তাৰিখটো ২৭ চত বুলি কলে।'

'কথাটো সচাই। মিছা সক্ষী কোৱা অভ্যাস নাই। তুমি আজি যাবা নে?'

'সময় হলে যাম, নহলে থাকিম। কালি ৰাতি পুৱাহে আহিছোঁ।'

'ষৈণীয়েৰা কাৰ লগত থাকিব?'

'ওচৰতে হাকিম আছে নহয়'

অলপ চিন্তা কৰি ভাৰতীয়ে কলে—'তোমাৰ মোকৰ্দ্দমা বৰ বেয়া হ'ল। মাটিতো যাবই, সম্মানো যাব আৰু ক্ষতিপূৰনো দিব লাগিব।'

'তেন্তে, প্ৰভু উপায়'

খুৰৰ চুলিবোৰ লাৰি-পিতিকি ভাৰতীয়ে কলে—'দুখুক ফৌজদাৰী কেচত পেলাই দিয়া। এয়ে তাক কাবু কৰাৰ উত্তম উপায়।'

'কেনেকৈ?'

'দুৱাৰখন বন্ধ কৰি দিয়া। আৰু লীলা—আছে নেকি? তুমি দুই-এদিনৰ ভিতৰতে ঘৰলৈ আহা। তিৰোতাজনীকো লৈ আহিবা। দুৰাতিমান থকাকৈ আহিবা। প্ৰথম ৰাতি থাকিবা। দ্বিতীয় ৰাতি তোমাৰ পাকঘৰটোত জুই লগাই দিবা। ৰাতিয়ে ৰবীমক থানালৈ দৌৰাই পঠাই খবৰ দিয়াবা। দেখিলা দুখু, সুৰেম, মনোক হাত কেৰেৱা মাৰি বান্ধি নিছে। ন বছৰ কৈ জেল।

'ভাল হব জানো?'

'শত্ৰু জিনিবলৈ হলে চিন্তাকৰাৰ প্ৰয়োজন নাই। এইটো বিচাৰত তোমাৰ জয় অনিবাৰ্য্য। তোমাৰ দুখুৰ ভিতৰত আধিয়া-প্ৰাৰি চলি আছে। সাক্ষী—এৰ মোকৰ্দ্দমটো। হেঃ হেঃ হেঃ……। আৰু আজি তুমি ৰাতভে

দালোপাক কৈ বাবা, ছখুৱে মোক প্ৰাণে মাৰিবলৈ—চেষ্টা কৰিছিল। কোনোমতেহে প্ৰাণ লৈ পলাই আহিছোঁ। লিখি নিদিবা—'

● ● ● ●

বেতনৰ টকা আনিবলৈ ভদ্ৰেশ্বৰ মণ্ডলক হাকিমে সদৰলৈ পঠাইছিল। অৰ্জুন বাহিৰত আমন-জিমনকৈ অকলে বহি আছিল—টিক্‌ পিচপিনে টিমু হৈ—হাকিমে মাত লগালে—'অকন'। অকন উছুপ খাই বহাৰ পৰা উঠিল আৰু হুখোজমান পিছুৱাই গৈ—'তুমি, তুমি প্ৰণৱ দা। সচাঁই কি তুমি প্ৰণৱ।'

'মই হাকিম প্ৰণৱ বৰুৱা, তোমাৰেই প্ৰণৱ দা'

'মই কি সঁপোন দেখিছোঁ ?

'তোমাৰ লৈতে মোৰ বহুতো কথা আছে অকন। বহা ভিতৰত বহোঁগৈ।'

'তোমাৰ লৈতে মোৰ কোনো কথা থাকিব নোৱাৰে। তুমি মোক ঠগিছা, প্ৰতাৰণা কৰা নাই জানো ?'

'তাৰ বাবে ক্ষমা বিচাৰিছোঁ তোমাক মোৰ ওচৰলৈ আনিছোঁ, তাৰ কাৰণে যথেষ্ট বুদ্ধি আৰু কৌশলৰ প্ৰয়োজন হৈছিল। অকন সিবিলাক কথা পিছে পৰেও হ'ব।'

'তোমাৰ বিবাহিতা পত্নী ?'

'আজি ৩ বছৰে মাকৰ ঘৰত, শয্যাশায়ী'

'প্ৰণৱ দা, আপুনি ধনী চাহ খেতিয়কৰ জোঁৱাই আৰু মই এজন সাধাৰণ মণ্ডলৰ পত্নী'

'তুমি এতিয়াও মণ্ডলৰ পত্নী হৈয়ে মোৰ সমুখত ঠিয় হৈ আছা।

মোৰ মাজিক শহৰ আৰু তেওঁৰ জীয়েক বহু দূৰত। তৰ্ক আৰু যুক্তি এৰা অকন। মোৰ অক্লান্ত পৰিশ্ৰম আৰু কৌশলৰ বলত তুমি আজি মোৰ ওচৰ পাইছাহি।'

—তুমি মোক ভনিয়েল ঠেলি দিছিলা

—বিয়া এটা লোকাচাৰ, দেশাচাৰ, কিন্তু আত্মা অধিকাৰ মোৰ, দেহটো তোমাৰ পৰা আঁতৰি আছে সঁচা কিন্তু মন সদায় তোমাতে। সৌ যিবতো যে দেখিছা, মই তাতে থাকো আৰু সৌ নকৈ সজা বঙলাটো তোমাৰ। মই বহুতোকো পঠাই দিছো, কিন্তু মই অসহায়, ছুখিয়া।

বিয়া কৰাইছো কিন্তু বিবাহিত ববলা জীৱন যাপন কৰি আছো। অতীতক পাহৰি নোৱাৰা অকন। সকলো ভাগ্যৰ দোষ। মই এতিয়া থাওঁ ......আছিম আকৌ... ।

*   *   *   *

নিৰাশা, বেদনা হতাশা লৈ অঞ্জলী ইয়ালৈ আহিছিল হয়; হাকিম প্ৰণৱজ্যোতি বৰুৱাক পাই অঞ্জলীয়ে সকলো পাহৰি গৈ এটা সুখী পৰিবেশত দিন কটাবলৈ ধৰিলে। মণ্ডলৰ বাবে নকৈ সজা ঘৰটো হাকিমৰ ঠিক বঙলাৰ দক্ষিণ পিনে, ব্যৱধান মাথো এখন বাহৰ বেৰ। মণ্ডল ভদ্ৰেশ্বৰৰ প্ৰমোচন হওঁ হওঁ। এই সংক্ৰান্তত মণ্ডলক হাকিমে দুদিনমান থকাকৈ সদৰলৈ পঠাইছে। নিশা গভীৰ হৈ আহিল হাকিমৰ ব্যক্তিগত পীয়ন মামকণ শুলে, আৰু অলপ পিছতে হাকিম আৰু ভদ্ৰেশ্বৰ মণ্ডলৰ মাজৰ ব্যৱধান জপনাখন মেল খালে।

'প্ৰণৱ দা, সেই চিলঙৰ সান্ধিয়া আৰু লুইটৰ পাৰৰ বালি চাপৰিত বহি আমি দুয়োয়ে প্ৰতিজ্ঞাবদ্ধ হৈছিলোঁ, মনত পৰে? কিন্তু মোৰ দুৰ্ভাগ্য মই আজি অতি সাধাৰণ এজন মণ্ডলৰ তিৰোতা...'

'নিজক কিয় ইমান তললৈ নিয়া, এতিয়াতো হাকিমৰ সান্নিধ্যত।'

'আমাৰ এই প্ৰণয়ৰ কথা যদি মণ্ডলে কেনেবাকৈ গম পাই! বাৰু প্ৰণৱ দা, তেওঁ কি আপোনাক এতিয়াও চিনি পোৱা নাই? আপুনিয়ে যে মোৰ প্ৰণৱ দা?'

'এতিয়া পাইছে চাগে। মানুহ লোভ-মোহ লালসাৰ দাস। তোমাৰ স্বামী মণ্ডলক মই কানুনগোৰ প্ৰমোচন দিম, এতিয়া মোৰ কাৰ্য্যালয়ত মণ্ডল ভদ্ৰেশ্বৰ সৰ্ব্বে সৰ্ব্বা।'

'মানুহজনক কিন্তু মই চকুৰেও দেখিব নোৱাৰো'

'তোমাৰ দৰে ময়ো মোৰ পত্নীক এখানো দেখিব নোৱাৰো'

'সঁচাই নে'

এনেদৰে হাকিম প্ৰণৱ আৰু অঞ্জলিয়ে অনেক নিশা অনেক দিন অতিবাহিত কৰিলে।

*   *   *

'প্ৰণৱ দা, আজি কিছু দিনৰ পৰা মণ্ডলে মোক ভাল চকুৰে দেখা নাই। বোধহয় ভেদ পাইছে'

'যদি তেব পোৱাই নাই, তেন্তে তাব নবে মূর্খ পুৰুষ পৃথিবীত নাই।'

'কিবাবোৰ ভাবি থাকে। বোধহয় তাকৃ প্ৰতিহিংসাত'

'মই তাক কৈছো, দৰকাৰ হলে মই মোকৰ্দমাত তাক সহায় কৰি দিম। অকন, ৰবীন কাকতি নামৰ ল'ৰাজন, তোমালোকৰ কিবা সম্পৰ্ক লাগে?'

'একো নহয়, সিহঁত কেওঁট আৰু আমি পৱিত্ৰ কলিতা। ল'ৰাজন বৰ দুষ্ট, এক নম্বৰ দগাবাজ। মই চকুৰেও তাক দেখিব নোৱাৰো।'

'সি আমাৰ কাৰ্য্যালয়ৰ মণ্ডল কেইজনমানক হেনো কিবা-কিবি কৈছে। তাক আহিবলৈ মানা কৰি দিবা।'

'তাৰ পিতাক মণ্ডলৰ বৰ মিত্ৰ মানুহ। এই কাৰণে সৰস্তে আহ-যাহ কৰে। এই বিষয়ে কিমান দিন যে হাই-কাজিয়া কৰিছো মণ্ডলৰ লগত। এনে দুষ্ট মানুহবোৰৰ লগতহে মণ্ডলৰ সম্বন্ধ। এই কাৰণে গাঁৱলীয়া লেতেৰা সমাজখনক মই বৰ ঘৃণা কৰোঁ।

এনেদৰে বহু সময় কথা-বতৰা হোৱাৰ পিছত সিহঁত টোপনিত পৰিল।



## তেৰ

'বোপাইঁত, ভাইহঁত, কোন ক'ত আছ মোক ৰক্ষা কৰা, মোক পুৰি মাৰিলে।' দুপৰ নিশা তত্ৰেশ্বৰৰ ঘৰত দাউ-দাউকৈ জুই জ্বলি উঠিল। দুখু, উমা, খগেন দৌৰি আহিল। ঘৰত থকা, কলহ, বাল্টিৰ পানী ঢালি জুই নুমাবলৈ চেষ্টা কৰিলে। মানুহ ভৰি পৰিল। কিন্তু ৰবাদিৰ ডকান ঘৰ নিমিষতে পুৰি শেষ হৈ গ'ল। ইপিনে এজন ল'ৰা আৰু ৰবীন কাকতিক পঠাই দিলে নলবাৰীৰ পুলিচ থানালৈ। ঘৰত জুই দিয়াৰ আগেয়ে অৰ্থাৎ দুপৰ বেলা বহি ভাৰতী আৰু তত্ৰেশ্বৰে অয়োজন পাও লিপি কৰি থৈছিল—

নলবাৰী থানাৰ-ভাৰপ্ৰাপ্ত পুলিচ বিষয়া মহোদয়ৰ সমীপেষু,
লিখকঃ শ্ৰীভদ্ৰেশ্বৰ কলিতা, মণ্ডল,
পিতা, ৺লেভৌ ৰাম কলিতা, সাং কলিতাকুছি,
থানা-নলবাৰী, মৌঃ বৰালিমাৰা,

ধৰ্ম্মৰাজ,

মই চৰকাৰী চাকৰি কৰোঁ। থাকো কমলপুৰ চাৰ্কোল অফিচত। যোৱা কালি মই আৰু মোৰ সহধৰ্ম্মিনী শ্ৰীমতী অঞ্জলী দেৱীক লৈ ঘৰলৈ আহিছিলোঁ। মোৰ লগত সোণ ছয় তোলা আৰু এহেজাৰ টকা অনা কথাটো জানি ৰাতি দুপৰ নিশা শ্ৰীদুখু ৰাম কলিতা, তেওঁৰ ল'ৰা শ্ৰীসুৰেন কলিতা আৰু শ্ৰীনৰেন কলিতাই চালপীৰাত খুৰাত মোক বান্ধি থৈ ধন-সোণ লৈ যায় আৰু ঘৰত জুই দিয়ে। কিন্তু মোৰ সহধৰ্ম্মিনীয়ে মোৰ প্ৰাণ ৰক্ষা কৰে।

উল্লেখ থাকে যে—শ্ৰীদুখুৰাম আৰু মোৰ মাজত মাটিৰ কাজিয়া সংক্ৰান্ত মোকৰ্দ্দমা এটা চলি আছে। পৰহি মোকৰ্দ্দমাৰ ৰায়ৰ দিন। আজি ৭ দিনমান আগেয়েও উক্ত দুখুৰামে মোক প্ৰাণে মাৰিবলৈকো চেষ্টা কৰা কথা মহোদয়ক জনোৱা হৈছে।

মহোদয়ে ইয়াৰ উচিত বিচাৰ কৰিব বুলি কামনা। ইতি—

শ্ৰী ভদ্ৰেশ্বৰ মণ্ডল।

দোকমোকালিতে পুলিচ আহি দুখু আৰু তৃতীয়জন ল'ৰা খগেনক হাতকেৰেয়া মাৰি থানালৈ লৈ গ'ল। স্থানীয় দুই-চাৰিজন মানুহ ক্ষুণ্ণ হ'ল। কিন্তু ভাৰতীয়ে কলে—ৰাইজ দেখিছা, কলিৰ ধৰ্ম্ম। ঘোৰ কলিকাল আহিল। মোকৰ্দ্দমা হল বুলিনো ভায়ে-ভাইক পুৰি মাৰেনে?

'এৰা ভাৰতী, ভদ্ৰীয়াক পুৰি দুখু থাকে কত। যেনিবা নাগৰা নামঘৰত সমূহ ৰাইজ আছিল বুলিহে ৰাইজ আহি পালে, নহলে দুখুক কোনে বাধে। পুৰি মাৰিলে হে।

'এইবিলাক ভাৰতীৰে মায়া' আন এজনে কলে।

পুলিচ গৈ ভাৰতীৰ ঘৰত বাহিল। চাহ-জলপান খালে। কাকুতিৰে কলে—ৰাতি কাওখন কৰিয়েই প্ৰয়োজন ল'ৰাকে ৰাতিৰ ভিতৰতে পলুৱাই পঠালে।

'পলাই ক'ত থাকিব। পুলিচৰ চকুত ধুলি মৰা মানুহ জন্মা নাই'

'বোধহয় বজিয়ালৈ পঠালে' ভাৱতীয়ে কলে।

ভাটীবেলা মাজবাটতে লগপাই সুৰেন আৰু নৰেনকো ধৰি থানালৈ নিয়া হ'ল। উষাই হিয়া ঢাকুৰি-ঢাকুৰি কান্দিলে।

উষাৰ দুৰ্কপাল। চিন্তা ভাৱনাত আইৰ টোপনি নোহোৱা হ'ল। তথাপি একমাত্ৰ ভগৱানকে আশ্ৰয় কৰি অকনো বিচলিত নোহোৱাকৈ ধৈৰ্য্য ধৰি থাকিল। পথাৰৰ ধান পথাৰতে পকি থাকিল, সুবিধা পাই কোনোৱে কোনোৱে গৰু লগাই খুৱালেও। হৰেন বৰুৱাই উষাক কলে—'খুৰী অধৈৰ্য্য নহবা, সিহঁতৰ একো নহয়। চাম কোনে সাক্ষী কয়।' সিহঁতে নিজে নিজৰ ঘৰত জুই দি সুৰেন আৰু নৰেনৰ পৰীক্ষাতো [illegible] চেষ্টা কৰিছে। মই কালি বজিয়ালৈ যাম। হেড্‌মাষ্টৰক লগ ধৰি অন্ততঃ ইহঁত দুজনক খালাছ কৰি আনিম। খুৰাৰ কথা নকওঁ। কালি বাইজ আহিব তোমাৰ ধানখিনি কাটি-মাৰি ঘৰত দি যাবহি। তোমাৰ লগত বাইজ আছে- খুৰী, বাইজে ৰজা, বাইজৰ আশীৰ্ব্বাদেই ভগৱানৰ আশীৰ্ব্বাদ।' উষাক আৰু লাগে কি? উষাৰ চকু পানী নোহোৱা হ'ল। হৰেনৰ কথাই ঠিক 'বাইজে ৰজা, বাইজৰ আশীৰ্ব্বাদে মোক জীয়াই ৰাখিব।'

বাইজ আহি দুখুৰ ধান কাটিব ধৰিলে আৰু সিহঁতৰ সিহঁতে আলোচনা কৰিলে—কলিৰ শেষত হৈবো কল্কি অৱতাৰ,

কাটি ছিণ্ডি মেলেচ্ছক কৰিব বৃন্দাবাৰ'

ঘোৰ কলিকাল পৰিল। কেৰ্কেটুৱাই ভাবোল খায়—[illegible] বান্ধি কিলায়। আন এজনে কয়—'সব এজনৰ মায়াজাল।'

'পুৰুষ বেটা হলে আনৰ কথা শুনে কিয়'

'দুখুয়ে কিমান কষ্ট কৰি জীয়াক পঢ়াই শুনাই [illegible] পালে এই সোপা।'

'এই বিলাক কৃষ্ণ গোসাঁইৰ মায়া। এওঁ জীয়া নহয়, [illegible] গোসাঁই, কৃষ্ণ গোঁসাই'

* * * *

কিবা এটা গভীৰ চিন্তাত ভাৱতী বহি আছিল। [illegible] ভাৱতীক এনে দৰে চঁকা ৰহতে বহি থকা [illegible] [illegible] [illegible]

সন্তোৰাম ডেকা বৰ আচৰিত হ'ল। কথা বতৰা কৈ কৈ তেওঁলোক ভাৰতীৰ আগেদি পাৰ হৈ গ'ল তথাপি ভাৰতীয়ে তেওঁকে ধৰিব নোৱাৰিলে। আকাশ-পাতাল ভাবি ভাবি ভাৰতীৰ মগজুত এটাও বুজিয়ে খিতাপি নোলোৱা হ'ল। মগজুটো যেন অকামিলা হৈ পৰিল। কৰে কি?

এনেতে মেলকিৰ দলটো আক উভটি আহে। বৰ তৰ্জন-গৰ্জন আৰম্ভ হৈছে। 'ওলা-ওলা বেটী, কুলঙ্গিনী, এতিয়াই ওলাই যা' ভিতৰ চোতালৰ পৰা হাতত হোকাটো লৈ আহি চ'ৰা ঘৰ পাই 'হেৰা, হেৰা, মেলকিসকল, শুনি যোৱা, চাই যোৱা' তেওঁলোক আহিল।

'এই কবিৰাজ, এৱে সৰ্ব্বনাশৰ মূল' বহাহে বুলি তেখেতসকলক ইঙ্গিতো দিলে।

'প্ৰভুৰ দেখিছোঁ বৰ খং' সন্তোৰামৰ কথাত ভাৰতীয়ে কলে— 'খং নহয় অনুশোচনা, অনুতাপ, পাপ হৈছিল মোৰ'

'কি হ'ল প্ৰভুৰ' কাকতিয়ে আক প্ৰশ্ন কৰিলে।

'নুশুনিবা, শুনিবৰ ইচ্ছাও নকৰিবা। মই উপকাৰী, কাৰণে মই অনুতপ্ত' সকলো নিমাত হ'ল। ভাৰতীয়ে আক আৰম্ভ কৰিলে—'উপকাৰীক অজগৰে খাই, হৰি বিনে আন সাক্ষী নাই। মই তেতিয়াই কৈছিলো— এই গলগ্ৰহ নচপাওঁ বুলি। তোমালোক বিশেষকৈ কবিৰাজে কলে, নিৰাশ্ৰয়ক আশ্ৰয় দিয়া ধৰ্ম্মৰ কথা। এতিয়া মোৰ ধৰ্ম্ম মুখেদি ওলাল এই বেটীয়ে বামুণৰ কলঙ্ক হ'ল। কেশৰ গোঁসাইক চোতালৰ পৰা খেদি দিয়াৰ উদ্দেশ্যই আছিল ই-বিলাক'

'প্ৰভুয়ে কথা নিজে কৈছে শুনিছেও নিজেই, আমাকো জানিবলৈ দিয়ক'

'পাঁচ মাহ পিছত দেখিবা লীলা মাক হৈছে। এই বেটা বেলেগু। মঃ বহু দিন সতৰ্ক কৰি দিছোঁ, আক তাইকো—

'কিন্তু বেলেগু দেখাত ভাল, বৰ অকৰা যেন পায়'

'এঃ কি বুজিবা, নেমাতা গৰু শু খোৱাত কাল। মই তাইক বহুদিন সতৰ্ক কৰি দিছোঁ। পাক খাটোত সি আক তাই। আক কথা আহিল কি, ৰামা আহিলে ৰাম। মোমায়েক আহিল—নগজি ভিন্ন। বাব কিয়—বেলেগু আছে নহয়'

'ৰাম-ৰাম হইতক বাহিৰ কৰি দিয়ক'

'আজিয়েই দিম…' বোলোতে বেলেগুৱে মাগুলখন লৈ আহি থকা দেখি ভাৰতীয়ে কথা বন্ধ কৰে হে, এনেতে শাস্ত্ৰীয়ে 'এইজন আহিছে বেলেগু'

'এ কুকুৰ, গোলাম। এইপিনে আহ, এতিয়াই ওলা' সি অপ্ৰস্তুত আছিল।

'ম…ম…ই' সি বেণ্ডেমুতা গৰ্কৰ দৰে কঁপিছে। নাগুল-জোঙলি কান্ধতেই আছে। ভাৰতীয়ে উপায় বিহীন হল। উপস্থিত মুহূৰ্তটোক সম্ভালে কি প্ৰকাৰে! মগজুৱে কাম নকৰা যেন পালে। তথাপি পৰিস্থিতি জটিলতৰ কৰি তুলিব লাগিব। 'তই—ব্ৰাহ্মণ কন্যা হৰণ কৰিছ। কুকুৰ তোৰ স্থান নৰকত'

'পণ্ডিত বাবু, শাস্ত্ৰীদেউ, সন্তোকা, আগতে সাপক দেখি আৰু কি পাপক দেখি। জানো মই আৰু জানে ভগৱানে। আপুনি মোৰ প্ৰভু। আজীৱন গোলামী কৰি নিমখ খাইছো। ভাৰতী, সোণতৰা যদি মোৰ মাতৃ হ'লহেতেন, লীলা যদি মোৰ ভনী হলহেতেন, আপোনাৰ মূৰ কেতিয়াবাই মাটিত পৰিলহেঁতেন। আপুনি যাৰ কথা কব খুজিছে মই এবছৰ আগৰে পৰা জানো। যেতিয়া গৌৰী শৰ্মা কবিৰাজৰ ঔষধ খাবলৈ কয়—লীলা অসন্মত হয়—আপুনি লীলাৰ ভৰিত পৰি ক্ষমা প্ৰাৰ্থনা কৰি হুক-হুককৈ কান্দিছিল। তাৰ পিছত……তাৰ পিছত লীলাক সদৰলৈ পঠাই কলঙ্কৰ হাত সাৰিবলৈ আপুনি তাইক টকা যাচি হুমকি দিয়া ঘটনা মই আৰু ভেলোৱে বেবৰ জলঙাইদি চাই আছিলো। মাতক লীলাক, মাতক ভেলোক'

'চুপ পাষণ্ড, ওলা ওলা মোৰ ঘৰৰ পৰা'

'যাম, এতিয়াই ওলাই যাম, বৰ ভুল হল, এই মহাপাপীৰ ঘৰৰ পৰা ওলাই যাব লাগিছিল কেতিয়াবাই'

'কি কলি কুকুৰ, যাৰে মহত শাখা সেন্দুৰ, তাকে বোল জোকলা এন্দুৰ। মই মহাপাপী।' মানুহে কথাতে কয় হেনো দুপৰীয়া হাজ-মেলা মানুহক বোলে ভূতেও নোজেকায়। বেলেগুৰ খঙে মূৰৰ চুলি চুঁলেং যেদি অহা ভাৰতীৰ গলত চেপা মাৰি ধৰিলে সি 'গুৰুদ্ৰোহী, কৰ কিং' সম্বোধনে বাধা দি কলে।

'এৰি দিয়া সন্তোকা, ই-গুৰু নহয় গৰু। গৰুত কৈও অধম।' বেলেগু ঠিয় হৈ আছিল। কাকতি, শাস্ত্ৰী, সন্তোৰামে কি কৰিব, কি নকৰিব ভাবি আছিল--এনেতে বেলেগুৱে কৈ উঠিল—'মই যাওঁ, কিন্তু যোৱাৰ আগেয়ে কৈ যাওঁ, আপোনালোক সাক্ষী, অকাৰণত বদনাম দিয়াৰ পোতক মই তুলিহে এৰিম। 'মহাপাপী গুণগোবিন্দ যি সোণতৰা আৰু লীলাক তই সৰ্ব্বনাশ কৰিছ, এদিন সিহঁতেও তোৰ সৰ্ব্বনাশ কৰিব' খণ্ডৰ কোৱত বেলেগু গো-গোৱাই গুছি গ'ল।

এনে এটা অভাৱনীয় পৰিস্থিতিত পৰিব বুলি তেওঁলোকে ভাবা নাছিল। বৰ লাজ পালে-বিশেষকৈ ভাৰতীৰ দৰে মানুহজনক বেলেগুৰ হাতত অপদস্ত হোৱা বাবে। ভাৰতীক মাত নিদিয়াকৈ তেওঁলোক তাৰ পৰা আঁতৰিল।

বেলেগুৰ লগত হোৱা দুৰ্ঘটনাৰ কথা শুনি লীলা সাজু হ'ল। সকলোবোৰ এই পাষণ্ডৰ অভিনয়। আজি ইয়াৰ মুখা খুলিম। ঠিক তেনে লগে লগে ভাৰতীয়ে—'লীলা, তই আজিয়েই ইয়াৰ পৰা ওলাব লাগিব এতিয়াই।'

—কাৰণ

—তুই চৰিত্ৰ হীনা—

—ইচ্ছাকৃত ভাবে মই চৰিত্ৰ হীনা হোৱা নাই, তাৰ বাবে আপুনি দায়ী'

—মই কোনো যুক্তি শুনো, মোৰ হুকুম, অমান্য কৰিলে তোৰ নিস্তাৰ নাই'

—জানো ভাৰতী, ধন, মান-যশ সন্মান তোমাৰ আছে। তুমি মোক যি ইচ্ছা তাকে কৰিবা পৰা। কিন্তু তুমি ইয়াৰ পৰা উলিয়াই দিব নোৱাৰা'

—কি কলি বেশ্যা'

—ছিঃ ছিঃ কোন মই। মই এজন পুৰুষক হে গোপন স্বামী ৰূপে কৰিছো আৰু সেইজনেই তুমি, আন নহয়। চিঞৰি চিঞৰি সমাজক কৈ দিব পাৰা,

—নিজৰ হাতৰ কুঠাৰ ভৰিত নেমাৰিবি, তোৰ মৃত্যু অনিবাৰ্য্য,'

—'মাক হত্যা কৰিবি? ভাল হব, চাম বাক' লীলাই ৰণচণ্ডী মূৰ্ত্তি ধৰি গৰ্জ্জি উঠিল।

ভাৰতী নিৰুপায়। বেলেগুৰ কথা মনত পৰিল। ভাৰতী থৰ থৰ কৈ কঁপিবলৈ ধৰিলে। তেওঁ ভৰিৰ তলৰ পৃথিবীখন যেন নাইকীয়া হৈ গল, আকাশখন মূৰৰ ওপৰত খঁহি পৰিল। ভাৰতী মূৰ্চ্ছা প্ৰায় হৈ বিচনাত পৰিল।

ৰাতিপুৱা খবৰ পালে লীলা নাই। কলৈ গল। মাইনে নাইয়েই। জেলোৰ হতুৱাই ভাৰতীয়ে চাৰিও ফালে বিচাৰিলে। সমাজে কিন্তু ভাবিলে, ভাৰতীয়ে লীলাক হত্যা কৰিলে।

---

# উদ্দেশ

বজিয়া হাইস্কুলৰ হেড, মাষ্টৰ আৰু হবেন বড়োৰ অক্লান্ত পৰিশ্ৰম আৰু যত্নৰ বলত দুখুৰ দুয়োজন ল'ৰা মুক্ত। সক মাজু ল'ৰা খগেনৰ কম বয়স বাবে পুলিচে নলবাৰী থানালৈ নিয়ে এৰি দিছিল। কিন্তু দুখুক এৰি নিদিলে। দুখুৰ ঘৰ গিৰিয়েকজনেও বহু চেষ্টা কৰিলে হয় সকলো ফুটুকাৰ ..ন হল। দাৰোগাই' আঢ়ৈ শ টকা ভেটি পাই দুখুৰ বিপক্ষে ঘৰ যেয়া মন্তব্য লিখি দিলে।

দুখুক জেল-হাজোতত ৰখা হ'ল। কিন্তু জেলৰ ভিতৰত দুখুৰ কি অৱস্থা হল? প্ৰথম ৰাতি সি অনাহাৰে কটালে। পিছদিনা দুপৰীয়াও দুখু অনাহ'ৰে থকাত ওৱাৰ্ডাৰে ধমকি দি সুধিলে—'বুঢ়া, ভাত নেখাই কিয়। অনাহাৰে মৰিলে কোন জগবীয়া হব?'

—ৰাজনিটো কি জাতৰ?'

—বেটা জেলৰ ভিতৰত আকৌ জাতৰ বিচাৰ। চোৰৰ আকৌ জাত!

—মই চোৰ নহয় বাপা'

—হলেও অপৰাধী। অপৰাধী আৰু চোৰ একে ।

—বাপা, মই অপৰাধী নহওঁ, একমাত্র ঈশ্বৰে জানে'

ৱাৰ্ডাৰে লাঠিৰে খুচি 'ইঃ কটা ই মোক বাপা বুলিছে। নাজান মই কোন।'

—বয়সত সৰু কাৰণেহে বাপা……'

—দৌতা বুলি মাতিবি। তই কি ভাবিছ, এইখন তোৰ গাওঁ? নহয়, কটা জেল, দুখু মনে মনে থাকিল।

তিনিদিন লঘোনে থকাৰ পিছত লগৰ হাজোতীসকলে বুজালে। 'বুঢ়া, নেখাই মৰিবি নেকি? কিমান দিন বা জেলত থাকিব লাগিব। তাতে তই সাংঘাতিক আচামী। খা, ঈশ্বৰক ভাবি খা একো নহয়।' ঈশ্বৰৰ কথা শুনি দুখুৱে ভাতৰ পাতত বহিল। কিন্তু ভাতবোৰ ভেকুৰা ভেকুৰা গোন্ধে। ইমান ধান, তাতে আকৌ গোবৰ যেন কৰি সিজাইছে। তথাপি খালে, ভোক লাগিছিল। এপোৱা চাউলৰ ভাতে দুখুৰ কি হয়। সি ভাত খুজি 'হেবা বান্ধনি, ভাত দিয়াহে' বুঢ়াৰ কথাত সকলো হাজোতীয়ে হাঁহিলে।

কিলনীয়া জনে কলে—বুঢ়া, আজি আৰু থাক। ঘৰলৈ গলে ঘৈণীয়েৰাই বান্ধি দিব পেট পুৰাই খাবি। ই-জেল……

দুখুৰ এটা অভ্যাস আছিল ধপাত খোৱা। ৱাৰ্ডাৰ এজনে একান্ত মনে বিড়ি হোপা দেখি দুখুৱে কলে—দৌতা, এটা বিড়ি দিয়ক।

বোলো…খোপা নহয়—নহয় দৌতা, শুনিছেনে। এটা বিড়ি…' ৱাৰ্ডাৰে হাতত থকা লাঠিডালেৰে একোৰ মাৰি—' কটা কুকুৰ, সমান সমান যেন পাইছ' আৰু লাঠি দাঙোতে এজন কয়দীয়ে 'এঃ বুঢ়াটোক মাৰিছে কিয়? বেচেৰা ৰব অজলা মানুহ?,

—দেখিছা বেটাৰ সাহ সি মোক বিড়ি খোজে?,

—খুজিলেই মাৰেনে।, ওচৰতে থকা আন এজন ডেকা কয়দীয়ে প্রশ্ন কৰিলে।

—হাজোতী কয়দীয়ে বিড়ি খোৱা নিয়ম নাই,

—আৰু আপুনিও জেলৰ ভিতৰত এনেকৈ বিড়ি খোৱা নিয়ম নাই।

বুঢ়া জেইল বাবু আহিলে তই কৈ দিবি'

—ৰবা, ৰবা ইমান খং কৰিছা কিয়। সোৱা এয়া' বুলি ৰাঙ্গাৰ- জনে বিড়ি এটা দুখুৰ হাতত দিলে। দুখুৱে বিড়িটো ওভটাই দি 'আজিৰ পৰা মই গোমাংস বিড়ি-এপাত নেখাওঁ' ৰাঙ্গাৰ আৰু ডেকাজনে অবাক হৈ বুঢ়াৰ পিনে ৰ লাগি চাই থাকিল। লাজ পাই ৰাঙ্গাৰজন তাৰ পৰা আঁতৰি গ'ল।

—তোমাৰ নাম কি বুঢ়া? ডেকা কয়দীজনে প্ৰশ্ন কৰিলে

—মোৰ নাম দুখু, তোমাৰ নাম কি বোপা?

—মোৰ নাম কৃষ্ণ

—কৃষ্ণ! বুঢ়াই দীঘল হুমুনিয়াহ কাঢ়িলে। তুমিও কি কৃষ্ণ জন্মাষ্টমীৰ দিনা জন্মিছিলা?

—কিয় সুধিছা এই কথা?'

—কৃষ্ণ জন্মাষ্টমীৰ দিনা সি ওপজিছিল। সকলোৱে কৈছিল সি কৃষ্ণৰ দৰে সৰ্ব্ব জ্ঞানী সৰ্ব্বগুণাকৰ হ'ব। কিন্তু বিনা কাৰণত সি মোক জেলত থলে। ময়ে হেনো তাৰ ঘৰত জুই দিলো।

—যদি সচাকৈয়ে তুমি পাপ কৰিছা, ভোগ কৰিবা আৰু যদি কৰা নাই পূণ্য অৰ্জন কৰিবা। পাপ-পূণ্য খণ্ডনৰ আৰু দুকীয়া স্থান নাই।' ওহিতে স্বৰ্গ ওহিতে নৰক।

গধুলি খাবৰ সময় হ'ল। এটা দীঘল ঘৰত হাজোতী আৰু এটাত কয়দীবিলাক লাইন পাতি বহিল। দুখুৰ ওচৰতে বহিল কৃষ্ণ। দুখুৱে সোধে—'সেইবোৰ জহা চাউলৰ, মুগৰ দালি আৰু মাংস কাৰ বাবে ৰান্ধিছে

—সোৱা বাবুবিলাক দেখিছা—সিহঁতৰ বাবে

—ভেঁৱলোক বোধহয় জেল বাবু

—নহয়, বাবু চোৰ

—চোৰবো বাবু আছে?

—হঁ সিহঁত চোৰ, আমিও চোৰ। সিহঁতে পাই জহা চাউলৰ দালি মাংস। আমি পাওঁ কচুৰ-ডাবি সিজোৱা আৰু পানীৰ দালি। এইবিলাক কালে কেৱল অন্যায় অবিচাৰ।' দুখুৰ চকো ৰঙা ...

সিদিনা ৰাতি দুখুৰ টোপনি নাহি'ল। বুকৰ ভিতৰ খালোৱাৰ মাৰ্ব্বতিৰ

বা কেনে হয়! সৰু সৰু ল'ৰা-ছোৱালী কেইটাই কি কৰি আছে। থানখিনি কটা হল নে নাই। সি বাৰু কি পাপ কৰিছিল, তদীয়াক বাৰু ঈশ্বৰে এনে মতি কিয় দিলে? নিজৰ মাক হৈয়ো হেলাই কৈছিল—দুখু ই মানুহ নহয়, পশুতকৈয়ো নীচ, হীন। হে ভগৱান, তদীয়াক সুমতি দিয়া। মানুহৰ মনবোৰ নিকা কৰা প্ৰভু।

ৰাতিপুৱা দুখুৱে কৃষ্ণৰ লগত আলাপ-আলোচনা কৰি আছিল। দুখ-সুখৰ কথা—ঈশ্বৰৰ কথা, তাৰ জীৱনৰ কথা। প্ৰায়—এখনমান তামোল খোৱা পৰ সিহঁত বহিছিল। তাৰ পিছত গৈ দেখে, গাৰুৰ তলৰ পৰা দুখুৰ নতুন এড়িয়া চাদৰখন নাই। সি কৃষ্ণক কলে—বোপা, এই মাত্ৰ মোৰ নতুন এড়িয়া চাদৰখন কোনোৱাই নিলে। তামচা কৰিছে হব পায়।

—চুমা খোৱাৰ ছলেৰে গালৰ মঙহ নিলে তোমাৰ। তুমি কি বুজিবা ইয়াৰ ভিতৰত কি হৈ আছে। ইখন হ'ল চোৰৰ ৰাজ্য' কৃষ্ণৰ কথাত আচৰিত হৈ দুখুৱে কয়।

—এইখন জেলহে। ইয়াত চোৰক শাস্তি দি বোলে মানুহ কৰি তোলে'

—ইয়াত গড়-পিত খাই ভাল মানুহ হয়, নৰবে ইহঁতক যে দেখিছা ইয়াৰ ৰক্ষকসকল, এওঁলোক প্ৰায় ভক্ষক, একোটা এঘাৰটং চোৰ। তোমাৰ চাদৰখন হাজোতীয়ে নি কয়দীক দিলে, কয়দীয়ে হয়তো দুমুঠা বিড়ীতে কোনোৱা ওৱাৰ্ডাৰ বাবুক দিলে। ই ইমান সময় গৈ কিজানিবা জেলৰ বাহিৰ ওলালেই। সাৱধানে চলিবা বুঢ়া, তোমাৰ গিলাচ-কাঁহীখনো টুৰ হব। শাস্তি পাবা তুমিহে' কৃষ্ণৰ কথাত দুখুয়ে বৰ আচৰিত হৈ—'মোক ভোদা মানুহ পাই তোমালোকে জোকাইছা? জেলৰ বাবুয়েও চোৰ কৰে! কি নোহোৱা নোপোজা কথা'

এইখন চোৰৰ পৃথিৱী। এই চোৰকে যেতিয়া চোৰ কৰে, ভাবিচাবা ইহঁত কিমান মাৰাত্মক চোৰ! শুনা, কয়দীবোৰৰ হতুৱাই কঠোৰ পৰিশ্ৰম কৰি শাক-পাঁচলি কৰায়, কয়দী চোৰে তাকে চুৰ কৰি নিবেচিব, ভাল ভাল কৰি কেইটা মান সৰৱৰ পণ্য-মাছ অফিচাৰ, বাবুসকলৰ ঘৰলৈ। বেমাৰী আজাৰীৰ কাৰণে চৰকাৰে এইবোৰ পাই পুহিছে। গাখীৰখিনি খাব জেইলৰ ২, ক ওৱাৰ্ডাৰৰ ল'ৰা-ছোৱালীবোৰে, পানীতি অলপমান গাখীৰ মিহলাই

দি যাতে কোনোমতে বগা ৰং ধৰে, দিব আনি বেমাৰীসকলক। খাদ্য বিভাগৰ যে বাবুজন দেখিছা—তেওঁতো ৰজা। ন শ বা এহেজাৰ কয়দী জেলত আছে অন্ততঃ এতোলা কৰি যদিও খাটি কৰে—তেন্তে দহ সেৰ, হুলাজত কুৰি সেৰ চাউল লাভ হ'ল। ভাত দিওতে কাটি দিয়া হেতাখন দেখিছা? ভাত তলৰ ফালে কণ্টুৰ দৰে বস্তু এটা আছে, কণ্টুটো ওপৰৰ ফালে ৰাখি চচপেনৰ পৰা ভাত কাটি দিয়া নিয়ম—কিন্তু তল ফালেদি কাটি দিলে—প্ৰতিজন মানুহৰ অতি কমেও এমুঠি ভাত কমি যায়। এনেকৈয়ো লাভ কৰে।

তোমাক দেখুৱাইছো দেখোন—ন শ মানুহৰ বাবে বোলটা দিছে জলকীয়া। এনেদৰে দালি লোণ, তেল, তৰকাৰী সকলোতে তেওঁলোকৰ মুনফা। চৰকাৰী হিচাব ঠিকেই আছে, অপৰাধীসকলৰ মুখৰ পৰা কাঢ়ি খাইছে এওঁলোক বিষয়াসকলে।' কৃষ্ণকান্তৰ কথাখিনি বৰ মনোযোগেৰে শুনি কলে 'আমি গাঁৱলীয়া মানুহবোৰে ই-বিলাক কথাৰ ভু-সেপাওঁ বাপা, ই-বিলাক কি পাপ নহয়। ইয়াৰ বিচাৰ নহব জানো?'

—ঈশ্বৰ বুলি এটা শক্তি আছে। তেওঁৰ চকুত কোনো সাৰি যাব নোৱাৰে। সৱ পৰিব, কিন্তু এদিন আগ-পিছ। সকলোৱে তেওঁৰ বিচাৰৰ কাঠগড়াত এদিন থিয় দিবই লাগিব।

* * * *

শ্ৰীভদ্ৰেশ্বৰ কলিতা মণ্ডলে—তেওঁৰ বিছানাখন দাঙি আনি—ইটো কুঠৰীত থাকিবলৈ ললে। অঞ্জলিৰ লগত তাৰ মাত কথা নাই। দিলে ভাত খালে, নিদিলে নিজে লৈ খায়। মিণা বিছানাত পৰিও হৃদয় ভদ্ৰেশ্বৰৰ টোপনি নাহিল। মনটোত কেৱল অশান্তি। হৃদয় মিছা-মিছি কষ্ট দিয়া হ'ল। সিটো অপৰাধী নহয়। ছিঃ......। তাৰ আক মনলৈ আহিল—মাকে কৈছিল 'বাহিৰৰ ৰং চং দেখি ভুই ভোল গৈছ, ঠগ খাবি।' কিন্তু সি শুতনিলে। মাকৰ ইচ্ছাৰ বিৰুদ্ধে অঞ্জলিক সি বিয়া কৰালে। [illegible] [illegible] নাছিল—এই প্ৰণৱজ্যোতি বৰুৱাই আহিল—অঞ্জলিৰ [illegible] [illegible]। কি চৈতান এই হাকিমজন। তাৰ [illegible] কৰি অন্যায় [illegible], কোৱাৰ্টাৰৰ [illegible] কোৱাৰ্টাৰ বদলাৰ কু-অভিসন্ধি। [illegible] হাকিমৰ কু-অভিসন্ধি [illegible] [illegible] [illegible] [illegible]...। তাৰ পিছত আৰু [illegible] পৰিল—[illegible] [illegible]

কথা। ৰবীন কাকতিৰ কৰলৰ পৰা তাইক একবাৰ আনি ভালুকৰ গাড ভুঁৰিয়াৰ কলো। কিন্তু কৰিম কি। নহয়, কালিয়েই ছুৰাবখনত তলা লগাম। কিন্তু ছুৰাবৰ তলাই জানো—অঞ্জলিৰ কামনা বাসনাক ৰুদ্ধ কৰিব পাৰিব?

এনেতে তাৰ কাণত পৰিল ছুৱাৰ মেলাৰ শব্দ। কোন আহিল নে অঞ্জলি ওলাই গ'ল। আজিও তাইক ধৰি আনিম নেকি? এনেতে তাৰ কাণত পৰিল—'অকন'

—হয় জ্যোতি দা, মই সাৰে আছোঁ

—কি নিষ্ঠুৰা তুমি, মই শুৱ পৰা নাই অকন

—ওহো, সি ভাতে আছে

—থাকক, সিতো আছেই, থাকিব। ময়ো থাকিম, তুমিও থাকিবা। সকলো থাকিব। এই গভীৰ নিশা—কোনোৱা শুই আছে, কোনোৱা জাগি আছে, কোনোৱা গুৱাৰ ভাও লৈ আছে,

—ছিঃ আপুনি আজি ইমান খাইছে'

—খুব খাইছোঁ, টোপনিৰ বাবে। নাহে⋯⋯অকন মোৰ বুকুখনত হেচি ধৰা, মই অলপ টোপনি যাওঁ।'

—ছিঃ ছিঃ ইয়াত নহয়, বলক ইয়াৰ পৰা—ইমান অধৈৰ্য্য হৈছে

সিহঁত ওলাই যোৱাৰ শব্দ তাৰ কাণত পৰিল। তাৰ পিছত গোটেই ঘৰটো নিতান্ত নিস্তব্ধ। তাৰ টোপনি নহ'ল। ৰাতি পুৱাইছে। উঠি আহোতে অনিচ্ছা সত্বেও তাৰ চকু পৰিল—অঞ্জলিৰ শোৱা পাতিখনলৈ। শুদা⋯⋯

* * * *

—ছাৰ, মোক এমাহৰ ছুটী লাগে। আইৰ অসুখ।

—ও, ভাল কথা' প্ৰণৱজ্যোতি বকৰাই মুখৰ খোৱা মোকোৰা উকিয়াই দি কলে

—কিন্তু, অঞ্জলি ইয়াতে থাকিব।

—ভাল কথা' প্ৰণৱজ্যোতি বকৰাই মজলৰ পিনে চালে তাৰ মুখ তেনেই গৈঁজা।

—ছাৰ, মোৰ প্ৰমোচন

—হুঁহ, অৰ্ডাৰ আহিলে' তাৰ পিছত ছয়োবো মুখত মানুহবোৰ নাই।

অলপ ঠিয় হৈ ৰব ধীৰ পণ্ডিত ভদ্ৰেশ্বৰ ভলাই গ'ল। মণ্ডল গাঁৱৰ ঘৰলৈ আহিল।

ঘৰ পাই ভদ্ৰেশ্বৰ মণ্ডলে মাকক কলে—'মাই, ছোৱালী এজনী পালে মই বিয়া কৰাম। ছোৱালী পামনে?

—কিয়, তোৰ বাক হল কি?

—যি দেখিছোঁ, এইজনীৰ আৰু ল'ৰা-ছোৱালী নহব। [illegible] কাৰণে......'

—কিয় নিদিব, তোৰ বয়স ভেৰ কুড়ি বছৰ হে হ'ল। তোৰ অপৰ ল'ৰা কঢ়িবাম, নেউলাই হেৰ সিদ্দিনাহে বিয়া কৰালে।' হেলাই ৰব ৰং পালে। ভদ্ৰেশ্বৰে কিবা ভাবি আছিল। হেলাই আৰু সুধিলে—তই যে আহিলি—তাইক লৈ নাহিলি কিয়। কাৰ লগত থাকিব তাই।

—হাকিম আছে নহয়

—হাকিমৰ পৰিবাৰ আছেনে?

—আছে, মাকৰ ঘৰত।

—হাকিমজন বোলে—মৌজাদাৰৰ সেই হব খোজা [illegible], হয় নে। ৰবীনে আহি সিদ্দিনা বহুতো কথা কৈ গ'ল। শুনি-শুনি কাণ-বেলা হোৱা কথা—শুনিমনে কিমান। অ' আমাৰ ভেকাপাৰাৰ যোৰে মামাৰ ছোৱালী এজনী আছে আৰু লেংচিভগা গাওঁৰ কান্দেশ্বৰ [illegible] এজনী আছে, পিছে দেখিবলৈ ভাল নহয়, কাণেৰেও কম শুনে। [illegible] নাইয়েই। বামুণকুছিৰ সোণাৰামৰ ছোৱালীজনীও আছে। [illegible] তোলৈ দিয়াৰ কথা কিমান কৈছিল।' হেলাই একালৰ পৰা কৈ গ'ল, [illegible] শুনি থাকিল।

—মই এমাহৰ ছুটী লৈছোঁ, ইয়াতে থাকিম। এই এমাহৰ [illegible] কিবা এটা কৰা

হেলো কামত লাগি গ'ল। প্ৰথমে গ'ল—ভেকাপাৰালৈ, [illegible] কলে—'আমাৰ ঠিক হলেই' বামুণকুছিৰ সোণাৰাম [illegible] যাবে, [illegible] [illegible] পিতাকে নিদিয়ে। 'মণ্ডল হব পাৰে, মানুহ ভাল নহয়,' [illegible] [illegible] গ'ল—'এজনী তিনোতা আছেই [illegible], [illegible] [illegible]

এৰি দিয়ক—দিম।'  তাৰ পৰা হেলাই লেংটিভঙাৰ পদোৰাম ঠাকুৰীয়াৰ তালৈ আহিল—'ভাবি-চিন্তি চাওঁচোন বাৰু।'  এনেদৰে হেলাই ছোৱালী চাই চাই দহদিন পোন্ধৰ দিন ইয়াৰ পৰা তালৈ, তাৰ পৰা ইয়ালৈ খোজ কাঢ়ি ভাগৰি পৰিল।  কিন্তু ঠিক হলে একো নহ'ল।

অহকাণে পহুকাণে খবৰ পালে—নলবাৰীৰ পৰা ৭ মাইল পশ্চিমে বাইঁভঙা গাওঁৰ ছোৱালী এজনীৰ কথা।  বিয়াৰ ঠিক হৈছিল, কিন্তু বাইজৰ লেঠাত বিয়া ভাঙিল। সন্তোৰামক পঠাই এইক ঠিক ভাগ কৰিলে।  মণ্ডলেও গৈ ছোৱালী চালে, ঘৰ-দুৱাৰ কথা-বতৰাৰ মিল আছে। বিয়াৰ ঠিক-ঠাক হলেই।

এমাহৰ ছুটীত থকাৰ পিছত ভদ্ৰেশ্বৰ কমলপুৰলৈ আহি দুটা নতুন খবৰ পালে।  প্ৰথমটো হ'ল—হাকিম বদলি হৈছে মঙ্গলদৈলৈ আৰু ভদ্ৰেশ্বৰক হাকিমে নিজে নলবাৰীলৈ বদলি কৰি থৈ গৈছে।  হাকিম কিয় ত্যক্ষণাত বদলি হব লগা হ'ল?  মণ্ডল তালুকদাৰে কোৱা মতে—হাকিমে কাৰ্য্যালয়ত নবহেই, কাৰ্য্যালয়ত একো কাম নহয়।  হাকিমে আজি-কালি খুব মদ খায়। ৰাইজে আপত্তি দৰ্শাই আবেদন কৰিছে।  তি, চি, নিজেও আহি চাই গৈছে। দ্বিতীয় কাৰণ আমাৰ লগৰ কেইজনমান 'চিনিয়ৰ' মণ্ডলে ভদ্ৰেশ্বৰৰ প্ৰমোচন দিয়া বিষয়ে আঁসোৰাহ দেখুৱাই আপত্তি দিছে আৰু হাকিমৰ বিষয়ে বহু কথা লিখিছে···, মুখেৰেও কৈছে।  হাকিমৰ ওপৰত চৰকাৰ নাৰাজ। চাকৰি যাবই লাগিছিল, কিন্তু হাতে নামাৰি ভাতে মাৰক বুলি পদাৱ-নতিত বদলি কৰিছে।  আজি বিদায় সভা।

ভদ্ৰেশ্বৰে অলপ সময় কাৰ্য্যালয়ত ঘূৰা-পকা কৰি ঘৰলৈ গুচি আহিল।  এই সভাত উপস্থিত থাকিবলৈ—ভদ্ৰেশ্বৰৰ সাহস নহ'ল।  তেন্তে বৰুৱা হাকিমৰ বদলি হোৱা বাতৰিয়ে তাক আঘাত কৰিলে?  নহয়। তেন্তে কিয় তাৰ প্ৰমোচনত বাধা পৰা বাবে তাৰ সহকৰ্মীসকলক বেয়া পালে?  নহয়।  সি বৰ দুৰ্ব্বল হৈ পৰিছে আবেদনখনত আৰু বহু কথা লিখিছে আৰু মুখেৰেই কৈছে।  কি লিখিছে, কি কৈছে ভদ্ৰেশ্বৰে জানে। ভদ্ৰেশ্বৰ তাত এখন্তেকো নৰ'ল।

আনৰ দৰে এসপ্তাহমান ভদ্ৰেশ্বৰে ঘৰৰ পৰা চাইকেলেৰে অহা-যোৱা কৰি তাৰ পিছতহে নলবাৰীৰ কাৰ্য্যালয়ত যোগদান কৰিলে।  কিন্তু মুখখনি·····।

মোৱাৰ সময়ত হাকিমেও অঞ্জলিৰ খবৰ নললে—আনকি এবাৰ মাতো নিদিলে। ৰবীন কাকতি চুবাতি আছিল। তাৰো ভয় হ'ল—'ৰবীন, মোক আমাৰ মাইহঁতৰ ঘৰত থৈ আহা গৈ' বুলি অঞ্জলি মামহৰি মৌজাদাৰৰ ঘৰ পালে গৈ।

*　　*　　*　　*

ভেলোৱে দৌৰি আহি ভাৰতীক খবৰ দিলে—'প্ৰভু, সাংঘাতিক কাণ্ড, আজি প্ৰায় এশ মান হালোৱাই আপোনাৰ মাটিত হাল জুৰিছে।'

—কুকুৰ, তই কৰিছ কি? মোক খবৰ দিবলৈ আহিছ, যা কুকুৰ' বাতৰিটি শুনি ভাৰতী বলিয়াৰ দৰে হ'ল। কিন্তু মুহূৰ্ত্তে ধীৰ গম্ভীৰ হ'ল। সুধিলে—'ভেলো, হালবোৰ কোন গাঁৱৰ'

—প্ৰভু শীলপুৰীৰ গোটেই খাইজ। বামুণকুছি আৰু কলিতাকুছিৰো আছে। আৰু পমুৱা বঙালবিলাকে আজি হাল যোৱাৰ কথা আছিল—সিহঁতে দূৰৰ পৰা চাই আছে। বীৰেনে গৈ কৈছে, আমাৰ হৈ তঁহতেও আহি হাল বা। বোধহয় সিহঁতেও যোগ দিলেই। আৰু হাল গৈয়ে আছে। মোক কৈছে--'যা ভেলো, ভাৰতীক খবৰটো দে গৈ, আহক।' ভাৰতীৰ মুখ বিবৰ্ণ হ'ল। ভয়ে ভয়ে ভেলো ঠিয় হৈ ৰ'ল। 'যা ভেলো, কবিৰাজ, কাকতি, শাস্ত্ৰী, মণ্ডলক মাতি আন গৈ'

ইমান দিন চুপকৰি বহি থকাৰ পিছত, মোকৰ্দ্দমা এটা চলি থাকোতে সিহঁতে অকস্মাৎ এই পদ্ধতি কিয় গ্ৰহণ কৰিলে? খুব চিন্তা কৰি থাকি ভাৰতী লাহে লাহে উঠি গ'ল, ট্ৰাঙ্ক ছুটা নমাই খলে, তাৰ পিছত শিলৰ ভঙ্গা ছুখন আঁতৰাই দা খনেৰে খন্দা কাম আৰম্ভ কৰিলে। দা খন পেলাই দি কোৰখন আনি ট্ৰাঙ্কৰ তলৰ পৰা গোৱালি কোঠাৰ মজিয়ালৈ খান্দি ওলট-পালট কৰিলে—'নাই'। মূৰে-কপালে হাত দি ভাৰতী বহি আছিল। কিমান সময় বহি আছিল কব নোৱাৰে। 'প্ৰভু' ভেলোৱে মাত দিলে। দেখে মজিয়াখন খান্দি তলৰ মাটি ওপৰ কৰিছে আৰু ভাৰতী চেতনাহীন মানুহৰ দৰে বহি আছে। ভেলোৱে আৰু মাতিলে—'প্ৰভু' গভীৰ নিদ্ৰাৰ পৰা সাৰ পোৱা মানুহৰ দৰে ভাৰতীয়ে সুধিলে—'আছিল নে?'

—ভেৰ্দ্দলোক যোগে নাছে। মণ্ডল আহিছে বহি আছে শাস্ত্ৰী

মানুহৰ দৰে থলং থলং কৰি ভাৰতী আহি চ'ৰা ঘৰত বহিল।

—মণ্ডল…

—শুনিলো—এতিয়া কি কৰে?'

—উপায় হীন। ফলি মোহৰ নাই'

—নাই! কি হল? আচৰিত হৈ মণ্ডলে সুধিলে।

—লীলাই নি ৰীবেনক দিলে

—আমি কিবা এটা কৰিব লাগিল। তেখেতসকলক মাতক'

—কোনো নাই মণ্ডল, শেহত তুমি আৰু মইহে'

তথাপি ভাৰতী নিৰাশ নহ'ল। নলনাৰী থানাহৈ গৈ দাৰোগাক লগধৰি এজেহাৰ দিলে—দাৰোগাই কলে—'ভাৰতীদেৱ, আপুনি বয়োবৃদ্ধ জ্ঞানী, শিক্ষিত মানুহ, আমাতকৈ বুজন। অনুমান কৰিছে নে? পুৰণাটোক নেওচি সমাজখন যে এটা নতুন বাটেৰে যাব ধৰিছে। কু-সংস্কাৰ, কু-ৰীতিবোৰ এটা শ্ৰেণীৰ মানুহে জোৰ কৰি হলেই হেচি ঠেলি দিবৰ চেষ্টা কৰিছে। তাত অৱশ্যে দোষ কিছু বৈ গৈছে হয়—কিন্তু অবিৰাম গতিত চেষ্টা চলি আছে। ই-যুগৰ আহ্বান ভাৰতীদেৱ, আমি ধৰি ৰাখিব খুজিলেও—পৰিৱৰ্ত্তন হবই। এজনক বাধা দিব, দহজনক দিব, হেজাৰ জনক বাধা দিব কেনেকৈ।' অলপ সময় ৺লকা মাৰি আৰু আৰম্ভ কৰিলে—'আপোনাৰ এজন ল'ৰা, এতিয়াও এশ বিঘা মাটি আছেই, কিন্তু বহুতৰে এবিঘাও নাই। সিহঁতৰ কথাও চিন্তা কৰক।'

—ই মোৰ ভোগ দখলৰ মাটি দাৰোগা। মোৰ পট্টাৰ, নক্সাৰ মাটি'

—বৃটিশ চৰকাৰে আপোনাক দিছিল, তাৰো আগৰ আহোম শাসনে কিন্তু তাহাতক দিছিল। ৰজা সলনি হব পাৰে ৰাজ্য সলনি নহয়। ই-বিৱৰণ সত্য। ভাৰতী নিৰাশ হ'ল। কিন্তু জনমতক জানো বাধা দিয়াৰ শক্তি তেওঁৰ আছে?

## দুই

কাষত কেচুৱা এটা লৈ লীলা বামুণপাৰা গাঁৱত সোমাল। দোকা-মোকালিতে। গৈয়ে মাত দিলে—'ভাৰতী প্ৰভু ঘৰত আছেনে?' পৰিচিত নাৰী কণ্ঠত ভাৰতীয়ে সাৰ পালে। আৰু বছৰতে। চকু মোহাৰি মোহাৰি চ'ৰা ঘৰৰ বাৰাণ্ডা পাই—কিমাশ্চৰ্য্যম!

লীলাই কেচুৱাটি বাৰাণ্ডাত শুৱাই থলে। 'ভাৰতী, এয়া আপোনাৰ বাবে উপহাৰ আনিছোঁ, গ্ৰহণ কৰক'

গাঁৱখনত হুলস্থুল আৰম্ভ হ'ল। যেন অকাল ধুমুহা আহিছে। দু'ইকপে যেন জুৰবি গছিকো থৰ থৰ কৰি কঁপাই তুলিছে 'লীলা, লীলা আহিছে'

গাঁৱৰ বুঢ়া-মেঠা, ল'ৰা-ছোৱালী, ডেকা-ডেকেৰী থাহ খাই পৰিল—ভাৰতীৰ চোতাল-ঘৰ, পদূলি-মুখ। ভাৰতীয়ে বজ্ৰ স্বৰে কৈ উঠিল—'মহাপাপিনী ছিঃ ছিঃ তোৰ মুখ দেখাও পাপ, আঁতৰ, আঁতৰ ইয়াৰ পৰা'

—লোৱা, তোমাৰ সন্তানক গ্ৰহণ কৰা, ইয়াক জন্ম দিয়াৰ অধিকাৰ মোৰ, পালন কৰাৰ দায়িত্ব তোমাৰ।' ভাৰতীয়ে তৎক্ষণাত কথা ঘূৰাই

—আঃ বেচেৰী পাগল হ'ল। যা, যা, আই·····'

—বৃদ্ধ, চৈতান, পাগল হৈছোঁ মই! পাগলী হোৱা নাই। বাখা তোমাৰ সন্তানক'

—জেলো, মাইথন, পাগলীক ইয়াৰ পৰা উলিয়াই দে'

—উলিয়াই দিব নেলাগে মই যামেই, যাবলৈকে আহিছোঁ। এয়া লোৱা তোমাৰ সন্তান। এইবুলি কেচুৱাটো ভাৰতীলৈ আগ বঢ়ালে। ভাৰতী সিংহ নাদত গৰ্জি উঠিল—'ইমান সাহস! লৈ যা, ইয়াক দেখাও মহাপাপ' পাপলৰ দৰে ভৰিৰ খৰম এপাত লৈ লীলাৰ উদ্যত হাতেৰে—'সাৱধান বুদ্ধৰ, আৰু এখোজ আগ বাঢ়িছিতো, তোৰ মৃত্যু অনিবাৰ্য্য' এইবুলি তীক্ষ্ণ চুৰি এখন উলিয়াই ললে। নাটকৰ এটি মনোৰম দৃশ্য, দৰ্শক মণ্ডলীৰ আলো-লোকৰে ভাই আছে। চুৰি দেখিয়েই ভাৰতী হুমুনিয়াহ পিছুৱাই গ'ল।

—হিঃ হিঃ ভয় খাইছ। তোক মই হত্যা নকৰো। জীয়াই থাক। মই তোক কেতিয়াবাই হত্যা কৰিলে হৈতেন। নৰকত পঁচি মৰিবলৈ তোক জীয়াই ৰখা হৈছে।

জন্ম ভূমিৰ মাতৃ-ভাতৃ সকল। আপোনালোক সকলো উপস্থিত আছে। সাক্ষাত ভগৱান আপোনালোক। সন্তানৰ জন্মদাতা বৃদ্ধ এই শয়তান। আজি ছয় মাহে এই সন্তানৰ লগত মই নিৰ্য্যাতন ভোগ কৰিছো। সকলোকে সাক্ষী কৰি, সন্তানটিক প্ৰকৃত পিতাকৰ আশ্ৰয়ত ৰাখিলো।' লীলা বাউলীৰ দৰে ওলাই আহিল। সমবেত ৰাইজৰ কোনোৱে তাইক ধৰি ৰাখিবলৈ সাহস নকৰিলে। ভাৰতীয়ে দুৱাৰখন বন্ধ কৰি ভিতৰ সোমাল।

গোটেই অঞ্চলত আলোড়নৰ সৃষ্টি হ'ল। কোনো মানুহেই এনে জীৱন্ত ছবি দেখা নাছিল। আৰু যে কেতিয়াবা দেখিব তাৰো আশা নাই। চাৰকাচ চোৱা মানুহৰ দৰে শ শ মানুহ। কেচুৱাটো কান্দি-কান্দি ভাৰতীৰ কাঠিতে পৰি থাকিল। ভাৰতীৰ চ'ৰা ঘৰৰ দুৱাৰ কিন্তু খোলা নগল। ভেলোৱে শিশুটিক দুৱাৰমান চাই গৈছিলহি।

ৰাইজ বহিল। এই নিৰ্দ্দোশ শিশুটিৰ চকুত আগতে মৃত্যু হব দিব নোৱাৰি। ভাৰতীক সুধি চোৱা যাওঁক; তেওঁ এই শিশুটিৰ দায়িত্ব লবনে নলয়। ভাৰতীক মতা হ'ল। ভাৰতী নাহিল। ৰাইজে সিদ্ধান্ত কৰিলে— সোণতৰাই শিশুটিক প্ৰতি পালন কৰক। সমূহীয়া ভঁৰালৰ পৰাই শিশুটিৰ ভৰণ-পোষনৰ যাবতীয় খৰছ বহণ কৰা হব।

*　　*　　*　　*

ভদ্ৰেশ্বৰ বৰুৱাৰ বিয়া এক প্ৰকাৰ ঠিক হলেই। হেলা আৰু ভদীয়া বিয়াত বৰ ব্যস্ত। কিন্তু অঞ্জলী আহি উপস্থিত। অঞ্জলী গৰ্ভৱতী। হেলাৰ মনত বংশ ৰক্ষাৰ আশাৰ বেঙনি। ভদীয়াই কলে—'তই মোৰ ঘৰত নোসোমাবি। তোৰ লগত মোৰ কোনো সম্বন্ধ নাই।' ভদীয়াৰ কথা শুনি অঞ্জলীয়ে ওপৰাই মাত দি—'মই দোষী অহা আছিলো। পিতাৰ ভবিত ধৰি সেৱা কৰি আনিছিলি। দেশ দস্তুৰ মতে মোক বিয়া কৰাই আনিচ। যদি দৰকাৰ বুলি ভবা তেন্তে তুমিয়ে ওলাই যাব পাৰা। ...বিয়া পাতিছা, চাও কোনে তোমাক ছোৱালী দিয়ে! কাৰ লগত খেলা খেলিছা—মৌজাদাৰৰ

জীয়েকৰ লগত! আইন জানা? ছুটা বিয়া কৰালে চৰকাৰী চাকৰিয়ালৰ কি দুৰ্দশা হয়, নেজানা যদি মৌজাদাৰৰ জীয়েক অঞ্জলীক সুধি লোৱা'। অঞ্জলীৰ উত্তপ্ত বাক্যবাণত ভদীয়া আৰু হেলা মনে মনে থাকিল।

লেংটিভঙা গাঁৱৰ দুখৰ মানুহৰ সীমা লৈ কাজিয়া। সীমান্ত একোপা মিঠা আম গছ আছিল। ইঘৰে কয়—এইডাল আমাৰ, আনঘৰে কয়—আমাৰ। প্ৰকৃত পক্ষে আমজোপা ১ম পক্ষৰ মাটিত আছে, কিন্তু কইছিল ২য় পক্ষই। কাজিয়া গৈ আদালত পালে। তদন্ত কৰি 'ৰিপোৰ্ট' পঠাবলৈ ভদ্ৰেশ্বৰ মণ্ডলক নিয়োগ কৰিলে। মণ্ডলে ২য় পক্ষ ললে। মণ্ডলে ২য় পক্ষৰ বুলি মন্তব্য দিলে। ২য় পক্ষ আছিল ধনৰ ধনী, ১ম পক্ষ জন-বলী। প্ৰথম পক্ষ ক্ষুব্ধ হৈ মণ্ডলক খুব মাৰিলে। ফলত মণ্ডলে মূৰ আৰু সোঁ চকুটোত বাকৈয়ে আঘাত পালে। এনে কৌশলত মাৰিলে যাতে অকনো তেজ নোলায়।

ভদ্ৰেশ্বৰৰ বিয়াৰ আঁৰকাপোৰ পৰিল। ভদ্ৰেশ্বৰ মণ্ডল এডিয়া বিছনাত। কেইমাহমান পিছত অঞ্জলিয়ে এটা ল'ৰা সন্তান প্ৰসৱ কৰিলে। ধুনীয়া, হৃষ্ট-পুষ্ট কিন্তু দুখৰ বিষয়—বিকলাঙ্গ।

প্ৰথমটো মোকৰ্দ্দমাত দুখু জয়ী হ'ল। পোন্ধৰ বিঘা মাটিৰ আধা পালে। কিন্তু ঘৰত জুই দিয়া মোকৰ্দ্দমাত দুখুৰ বেয়া হ'ল। আনকি অৰ্থৰ অভাৱত দুখুৱে এজন উকীলো দিব নোৱাৰিলে। ভাৰতীৰ পৰামৰ্শমতে সদৰৰ নামজলা উকীল শ্ৰীপ্ৰফুল্ল দত্ত বৰুৱাক বহু টকা দি মণ্ডলে উপস্থিত কৰালে। দত্ত বৰুৱা লোকেল বৰ্ডৰ মেম্বাৰ, দেশ নেতা, বক্তা, সমাজ কৰ্মী। স্বাধীনতা আন্দোলনৰ আগৰণুৱা নেতা। সদৰত দত্ত বৰুৱাক খাতিৰ নকৰা মানুহ, ভয় নকৰা চৰকাৰী কাৰ্য্যকৰ্ত্তা নাইয়েই। হাকিম, মুনচিপৰ কলমত হাত দিব পৰা ক্ষমতা দত্ত বৰুৱাৰ আছে।

আচামী—কাঠ গৰাত ঠিয় হোৱাৰ লগে লগে—দত্ত বৰুৱাই মন্তব্য কৰিলে—অ'ন্দাৰ ফুল, ফিউৰীয়াচ এপিয়াৰেঞ্চ, একচুৱেল একুইজী। দেখিছেনে সি ভয়তে কঁপিব ধৰিছে।

হাকিমে প্ৰশ্ন কৰিলে—দুখু, তুমি দোষী নে নিৰ্দ্দোষী। সঁচা কথা বুলি শপত খোৱা।

—দৌতা ঈশ্বৰ, আপুনি দোষী বুলি কলে মই দোষী নহওঁ আৰু

নিৰ্দোষী বুলি কলেও নিৰ্দোষী নহওঁ। দোষী নিৰ্দোষীৰ বিচাৰ কৰাৰ ভাৰ নিৰ্বিকাৰ, নিৰাকাৰ ভগৱানৰ ওচৰত।'

—মই সুধিছোঁ, তুমি দোষী নে? তুমি ভদ্ৰলোকৰ মতলব মতে সোমাই সেইদিন ৰাতি ধৰি টকা পইচা কাঢ়ি নি ঘৰত জুই দিয়া সঁচানে?'

নিৰ্ভীক ভাৱে দুখুৱে কলে—ধৰ্মবাজ, জুই দিছিলা বুলি কলে যদি আপুনি মোক মুক্তি দিয়ে তেনেহলে কব পাৰোঁ—মই জুই দিয়া নাই, বৰং মই জুই নুমাইছোঁহে।' উকীল দত্ত বৰুৱাই হাকিমৰ কাণে চাই—'আই মেডাম দিছ চাত এ ইনটেলিজেন্ট আচামী ছাৰ'। হাকিমে পুনৰ কলে—'মোক এটা কথাৰ উত্তৰ লাগে—'তুমি জুই দি ঘৰ পুৰিছানে'

অৰ মুক্তিৰ পথে দুখু ঠিয় হৈ থাকিল। তাৰ দুচকুৰে তপ-তপাকৈ পানী পৰিবলৈ ধৰিলে—হাকিমে তলমূৰ কৰিলে।

মূৰ তুলি হাকিমে কৰাৰ চকুৰে উকীলৰ পিনে চাই 'আই থিং, চাম থিং বং......' উকীলে ওকালতি সুৰত—'এক প্ৰকাৰ দুষ্ট বুদ্ধিৰ মানুহ আছে, এনেদৰে নিজক নিৰ্দোষী প্ৰমাণ কৰাৰ চেষ্টা বিচাৰে। মোকৰ্দমা এটাৰ শেষৰ কাম দিয়াৰ ভাৰ অনাবেবল হাকিমৰ ওচৰত। 'বাট, মাইণ্ড দেট।'

হাকিম বিপাঙত পৰিল। সাত বছৰৰ ঠাইত চাৰি বছৰ জেলৰ হুকুম হ'ল। হেড, মাষ্টৰৰ ৰিপোৰ্ট মতে—বাৰ্ষিক পৰীক্ষা চলি আছিল—শ্ৰীদুখেৰ কবিতা আৰু শ্ৰীনবেন কবিতা তেওঁলোকৰ ভয়ত্বনত হাজিৰাবহীত ধৰা সঁচা। এই কাৰণতে দুয়ো মুক্তি পালে। কিন্তু দুখেন নিৰুদ্দেশ হ'ল; নবেনে সদৰতে মালজোখা হিচাপে এখন দোকানত চাকৰ কামত সোমাল।

উষা উপায়হীনা হ'ল। ঈশ্বৰ নাই বুলিয়েই বিশ্বাস কৰিলে। কিন্তু কি উপায়ে এই পাঁচোটাকৈ প্ৰাণী জীয়াই ৰাখে? হৰেন খুড়ো আৰু বাকেন পীল আহি কলে—বুৰী, ভয় নকৰিবা, আমি সাধ্যমতে তোমাক সহায় কৰিম। গাঁৱৰ মানুহে এখনকৈ হাল দিব, এজনকৈ তোমাৰ কাম কৰি দিব আৰু মুষ্টি ভিক্ষাৰ আধাআধি চাউল বেচি নচপোৱা পৰ্য্যন্ত দি থাকিম। আমাৰ ৰাইজৰ মেলত এই বিষয়ে আলোচনা হৈছেই।

*   *   *

লীলাই ভাৰতীৰ ঘৰৰ পৰা কলি-মোহৰ আনি বেতিয়া পদ্মাক দিলে পদ্মাই ঘৰত বখা নিৰাপদ যেন নেভাবি বাৰীৰ গোবৰ দম এটাত পুতি থৈছিল। বীৰেনক তেতিয়াই তেতিয়াই দিব পাৰিলেহেঁতেন কিন্তু নিদিলে। পৰিস্থিতি আৰু জটিলতৰ কৰি তুলি বীৰেনক ব্যতিব্যস্ত কৰাই আছিল—পদ্মাৰ উদ্দেশ্য। যেতিয়া জয়ৰ কোনো আশা নেদেখি একেবাৰে নিৰাশাৰ শেষ সীমাত উপনীত হ'ল—পদ্মাই কলে 'হতাশ নহ'বা বীৰেন, এটা কাম কৰা, তোমাৰ পুৰুষত্বৰ সন্মান যদি ৰাখিব খোজা, নিৰাশ নহৈ মাটিবোৰ পুনৰ দখল কৰি পেলোৱা, তেতিয়া মই কলি মোহৰ দিম। তাৰ আগেয়ে নিদিওঁ। লাগে জুইত জাপি পৰি পেলাম'

—তাৰ মানে কলি-মোহৰ তোমাৰ হাতত পৰিছে?

—পৰিছে, কিন্তু দুটা কথা, দুটা বস্তু তুমি দখল কৰিব লাগিব—'

—এটা হ'ল মাটি, দ্বিতীয়টো কি পদ্মা?

—ভাবি চোৱাছোন পাৰা' বীৰেনে খুব হাঁহিলে। পদ্মায়ো যোগদিলে।

বাইজে মাটি দখল লোৱাৰ দিনাই পদ্মাই কলিমোহৰ বীৰেনৰ হাতত অৰ্পণ কৰিলে। তাৰ এমাহ পিছতে বৰ উছাহ উদ্দীপনাৰে বীৰেন আৰু পদ্মাৰ শুভ-পৰিণয় হৈ গ'ল।

[illegible]

সাতদিনমান ভাৰতী ঘৰৰ পৰা ওলোৱা নাছিল। লাহে লাহে ঘটনাটো মানুহৰ মুখৰ পৰা তাৰপিছত মনৰ পৰাও আঁতৰিব ধৰাত সন্ধ্যা সময়ত ভাৰতীয়ে ঘৰখনৰ পিছফালে হাঁতত লাঠিডাল লৈ বাটে বাটে অকলে অকলে ঘূৰে। তাৰ পিছত ইখন সিখন চুবুৰীলৈকো যায়। যেন একেবাৰেই হোৱা নাই—তেওঁ যেন একোৱেই শুনা নাই, এইবোৰ যেন একোৱে জনা নাই

হঠাতে চকু চকুৱে পৰিলে ছুই এজনক মাত দিয়ে। মাতটোত কোনো প্ৰকাৰৰ দুৰ্ব্বলতা প্ৰকাশ নেপায়। 'কিহে তোমাক দেখোন ভালেমান দিন দেখাই নাই' কাৰোবাক হয়তো কয়---'গাতো ভাল নহয়।' আন এজনক হয়তো কয়—'ঘৰৰ ভিতৰতে বহি ভাগৱত, শাস্ত্ৰ এই বিলাককে পঢ়ো দিয়া, সমাজখন বেয়া হৈছে, ভাল লগা নাই। সুবিধা পালে হয়তো—'কাণ্ড-কাৰখানা দেখি শিল খাই ঘৰিয়াল তললৈ যোৱা কথা হলো। ৰতি শৰ্ম্মাৰ সংসাৰখন দেখি পেটতে হাত-ভৰি লুকাই। বেচেৰী লীলাজনী শেহান্তৰত পাগলী হ'ল। পিছে কোন পিনে গ'ল?'

সুযোগ বুজি 'ৰাইজে বৰ প্ৰশংসাৰ কাম কৰিছে, হেজাৰে হওঁক আমিও মানুহ, জীৱমাত্ৰেই ভগৱান। সন্তানটোক যে মৰিব দিয়া নাই। মোৰ তিৰোতা মানুহ নাই বাবেহে। ময়ে তুলি তালি ৰাখিলো হৈ, ই-পুণ্যৰ কাম 'বিশেষকৈ গাভৰু ছোৱালী পালে ভাৰতীয়ে মাত দিবই 'নাতিনী, কেনে আছ?'

—হেৰ' ৰূপা, পিতাৰ আছে নে?' অথচ পিতাকক হাল লৈ যোৱা দেখিছেই।

এনেদৰে এটা যোগ সূত্ৰ স্থাপন কৰাৰ চেষ্টা চলাই এদিন গৈ কবিৰাজৰ ঘৰ ওলাল—কবিৰাজৰ মনোভাৱ নো কেনে অধ্যয়ণ কৰিবলৈ। কবিৰাজ ঘৰতে বহি হোকা খাই আছে। বাটৰ পৰা কবিৰাজ বুলি মাত দি ভিতৰ সোমালেই। যদিও কবিৰাজ মেলকীসকলৰ এজন অন্যতম, কিন্তু ভাৰতীয়ে কোনো কাহানিও কবিৰাজৰ ঘৰ দেখা নাই। যোৱাত কবিৰাজৰ তৎনোহোৱা হ'ল। চকীখন আগবঢ়াই দি 'প্ৰভুৰ পদধূলি পৰিল। কি আচৰিত' ভাৰতীয়ে হাঁহিৰ মোকোৰা লৈ 'তোমাৰ বোলে কিবা বেমাৰহে। এঃ কোনোবাই মোক কলেহে—'মনত দ্বিধাভাৱ নাই। কবিৰাজে ভাবি চিন্তি 'মোৰ অসুখ। কোনে কলে?'

—এঃ কোনোৱাই কোৱা যেন শুনিছে আছিলো। খবৰটোকে লওঁ। বোধহয় গৌৰী কবিৰাজৰ নেকি? দিয়া খবৰ-বাতৰি কোৱা' হোকাটো পৰিষ্কাৰ কৰি থুই মচি কবিৰাজে ভাৰতীৰ পিনে আগবঢ়াই 'এই বিলাক কথা বতৰা শুনি দুখ পাইছো'

মই কিন্তু কথা বুলিয়ে ভন্না নাই। পাগলে নকয় কি ছাগলে নেখায় কি। পাগলীজনীৰ কথাত কাণ দিছোনে। হেৰা কবিৰাজ, উধানৰ ভয়ত চক পলাইনেহে? মানুহে মোৰ বদনাম কৰিছে, কৰক, তুমিতো জানা। বেলেগু যেতিয়া পলাইছে তেতিয়াই ধৰি লৈছো, ইহঁতে মোক খাব। 'আৰু মোৰ ঘৰত চুৰ যে হৈছিল। ই-বেটা বেলেগু। বহু কথা সিবিলাক।'

পদ্মাৰ বিয়াতো ভাৰতী গ'ল। একেবাৰে দ'ৰা অহালৈকে বহিল। মানুহ আচৰিত। ভাৰতীৰ এনে পৰিৱৰ্ত্তন। দ'ৰা বীৰেন আহিয়েই ভাৰতীক সেৱা কৰিলে, হেজাৰ হওঁক দ'ৰা। ভাৰতীয়ে অন্তৰ ঢালি আশীৰ্ব্বাদ দিলে। তাৰ পিছতহে ভাৰতী গ'ল।

ধীৰে ধীৰে ভাৰতী আৰু লীলাৰ কথা তল পৰিল। ভাৰতীৰ জন প্ৰিয়তা বাঢ়িল। কিন্তু এক শ্ৰেণীৰ মানুহে এইবোৰ অভিনয় বুলিহে ধাৰণা কৰিলে। মুখত ভালৰি দেখুৱালেও ভিতৰি ভিতৰি এক শ্ৰেণীৰ মানুহে ভাৰতীক ঘৃণা কৰে।

• • • •

—হেৰা কবিৰাজ, মোৰ গাতো বৰ খুজুৰাইহে' ভাৰতীৰ কথাত গোৰী শৰ্ম্মা কবিৰাজে 'প্ৰভুৰ পিত্তৰ দোষ' বুলি প্ৰবোধ দিলে।

—হব পাৰে, দুপালিমান ঔষধ দিবাছোন

—ঔষধনো আৰু কি খায়। প্ৰভুক বিদায় দিববহে হৈছে' শাস্ত্ৰীয়ে ধেমালীৰ সুৰত কয়। ভাৰতীয়ে হাঁহি হাঁহি—'শুনিছা, ভত্ৰেশ্বৰ, কাকতি মই আৰু একুড়ি বছৰ জীয়াই থাকিবলৈ ইচ্ছা কৰোঁ।'

—এতিয়া বা প্ৰভুৰ বয়স কিমান? ভত্ৰেশ্বৰৰ কথাত ভাৰতীয়ে 'আৰু দুমাহ হলে ৪ কুড়ি পূৰ হব।'

—প্ৰভুৰ সমান বয়সীয়া মানুহ আমাৰ গাঁৱত নাই। আৰু যদি কুড়ি……' ভত্ৰেশ্বৰৰ কথাত ভাৰতীয়ে—'পাঁচ গাঁৱত নাই। আৰু নহৰও। ই-সাধনা, পুণ্যৰ বল। আৰু যদি কুড়ি বছৰ থাকিব পাৰোঁ—পিতাতকৈয়ো দুহ বছৰে জিকিম'

—হয়, হয় প্ৰভু, আটাইকেইজনে সলাগিলে

গোৰী কবিৰাজৰ পৰা এৰটল এৰটলকৈ পাঁচ বটল ঔষধ খালে। ভাৰতীৰ

গাৰ খুজৰতি কম নপৰিল। মহানিমৰ পাতেৰে গা-ধুলে, তাৰ পিছত কাৰ্বলিক চাবোনেৰে। গোটেই গাত ফুটুকা-ফুটুকি দি ঘামুছিৰ দৰে, ঠাইতে খৰৰ দৰে বেমাৰে দেখা দিলে। উপাশম পাওঁ বুলি এলোপ্যাথিক ডাক্তৰ গদাধৰ দত্তৰ ওচৰ পালে। গদাধৰ দত্তক গাতো দেখুৱালে—ডাক্তৰে তপ্‌ৰাই কলে—'কেলচিয়াম ছুৰ্ট। একেবেলি ঠিক লগাই দিম। প্ৰভুৱে দেখোন কবিৰাজীহে সেৱন কৰে। সেইবোৰ মিছা—প্ৰভু। এলোপ্যাথিক বিনে মানুহৰ ৰক্ষাৰ উপায় নাই। কবিৰাজী, হোমিওপ্যাথি, হেকিমী সব মিছা। নহলেনো বৃটিশ হেন চৰকাৰে—এলোপাথিকত ইমান গুৰুত্ব দিয়েনে। এই ঔষধ দিলেঁ। সাত—দিন পিছত কব লাগিব—'গদাধৰ একেবাৰে ভালপাই গলো দিয়া' ভাৰতীয়ে কথা শুনিয়ে বেমাৰ নোহোৱা যেন পালে। কলে—গদাধৰ, পইচা কি দিম হে— ?

—মাত্ৰ বাৰ টকা'

—বাৰ টকা! বহুত বেছি দাম হে

—প্ৰভু দাম চাই কাম।

ভাৰতী গ'ল। এসপ্তাহ দুসপ্তাহকৈ দুমাহ হ'ল। তথাপি সাম নকাটিলে। আৰু আহিল। 'বাৰু, ছয়টা বেজী লওঁক প্ৰভু'। গদাধৰৰ আগত বেমাৰৰ সকলো লক্ষণ কলে—কিন্তু গাতো যে পুৰিমাখে ভাক হলে নকলে। ছয়টা ছয়টাকৈ বাৰটা বেজি দিলে—তথাপি বেমাৰৰ সাম নেকাটিলে।

ভাৰতীৰ বুকুত পইচাৰ সমান দুটা বগা চকা ওলাল। তাকে দেখি ভাৰতীৰ চকুত টোপনি নোহোৱা হ'ল। কোনোৱাই দেখে বুলি অনবৰত ৰাম-ৰামী গাত মেৰিয়াই-ঘুৰাই লয়। বঙালী বাতৰি কাকত, পি, এম, বক্সিৰ পঞ্জিকাৰ ছবি চাই ভাৰতীয়ে কলিকতিয়া কোম্পানীৰ পৰা ঔষধ মগাই বহুতো টকা পানী কৰিলে হয়, একোতো ভাল নহল। সোঁ-হাতৰ কিলাকুটিৰ কাষত আৰু এনে এটা দাগ পৰিস্ফুট হ'ল কু-চিন্তাত ভাৰতীৰ পেটলৈ ভাত নেযায়; চকুলৈ নাহে টোপনি। শেহান্তৰত ভাৰতী সদৰ মুৱা হ'ল।

শ্ৰীহৰগোবিন্দ উকীলৰ ভাৰৈ অহা-যোৱাতো প্ৰায় বন্ধুই হৈছিল। কিন্তু এইবাৰ ভাৰতীয়ে উকীলৰ তালৈ আহিলা। উকীলে সদৰৰ বিখ্যাত

ডাক্তৰ বৰুৱাৰ তালৈ নিলে। বৰুৱাই চাই-চিন্তি মুখখন কলা কৰি—'আপুনি কানুলাল সেন কবিৰাজৰ তালৈ যাওঁক, পিছে বৰ পলম হৈছে। তথাপি চেষ্টা কৰি চাওঁক' ডাক্তৰ বৰুৱাই কোৱা কবিৰাজজনৰ নাম শুনিয়েই হৰগোবিন্দ ভাৰতীয়ে আচল বিধ বেমাৰেই বুলি মুখখন কেঁহবাজ যেন কলা কৰিলে। ভাৰতীক—হৰগোবিন্দ উকীলৰ বাৰাণ্ডাত যিখন বাৰাণ্ডাত দুখুৱে বৃত্তি পৰীক্ষা দিছিল, তাতে থাকিবলৈ দিলে। বাচন-বৰ্ত্তন, কানি-কাপোৰ স্বকীয়া কৰি দিলে। চাকৰজনৰ হতুৱাই ভাতকেইটা দিয়ে আৰু চাহ-পানীও যোগান ধৰে। ভাৰতীয়ে ত্ৰাহি মধুসূদন দেখিলে। অপবাদ অপযশৰ সন্মুখীন হবলৈ প্ৰস্তুত হ'ল। কানুলাল সেনৰ চিকিৎসাধীন হৈ থাকিল তিনি মাহ।

* * * *

দুখুক চিলেট জেলত ৰখা হ'ল। সুৰেন আৰু নবেনে মেট্ৰিক পৰীক্ষাত কৃতকাৰ্য্যতা লাভ কৰিলে। সুৰেনে তৃতীয় বিভাগত আৰু নবেনে দ্বিতীয় বিভাগ পালে। কিন্তু সুৰেন নাই নে নাইয়েই। উষাই দিনে-নিশাই ভগৱানৰ ওচৰত মূৰ দোৱাই আছে। নবেনে নৱ-প্ৰতিষ্ঠিত স্কুলত শিক্ষকতা কৰি বাৰ টকা বেতন পায়। খগেনক বজিয়াৰ স্কুলত নাম লগাই দিলে। ৰাইজৰ সহযোগত সিহঁতে কোনো মতে পেটে-ভাতে খাই আছে।

সুৰেনে এখন চাহ বাগিচাৰ কেৰাণী কামত সোমাল। মাহেকত বেতন পায় আঢ়ৈ কুড়ি ৰূপ। মেনেজাৰৰ ল'ৰা-ছোৱালীহঁতক পঢ়ুৱাই আৰু পোন্ধৰ টকা। আঢ়ৈ কুড়ি ৰূপ জমা কৰে। এনেদৰে সুৰেনে এবছৰ কাল বিদেশত কটালে। বোধহয় দিন ভাললৈ আছিল নেকি! বিশ্বযুদ্ধ শেষ হওঁ হওঁ। মিলিটাৰীবোৰ যাব ধৰিছে। বাগানৰ ভিতৰেদি এখন ডাঙৰ পথাৰত মিলিটাৰীয়ে ভঙা-চিঙা মটৰৰ অংশ, মটৰ, গাড়ী, মটৰ চাইকেল জমা কৰি থৈছিল। এজন নেপালী চকিদাৰ আছিল বৰ্ষীয়া। এই বুঢ়া চকীদাৰে—দমটো বিক্ৰী হব বুলি খবৰ দিলে সুৰেনক আৰু কলে—বাবু, এনে এটা দ'ম কিনি এজন পঞ্জাবী মানুহে বহুতো টকা লাভ কৰিছে। মই চাহাবক কওঁ আপুনি কিনি ৰাখক।

সুৰেনে কলে—'মই এইবোৰেৰে কৰিম কি? আৰু টকা [illegible] আনিব [illegible]। পাব ক'ত?'

—নহয় বাবু, বাধকহোন ৷ বেচি টকা নেলাগে নহয়। গুজন কৰি যদি বিক্ৰী কৰে—তথাপি আপোনাৰ দাম উঠিব। আৰু খৰছ এপইছাও নাই। বাগানত থাকিব যেতিয়া মাজে সময়ে চাই থাকিব।'

বাহাদুৰৰ কথা শুনি সুৰেনে চাহাবৰ তালৈ গ'ল। চাহাবে কেৰানীক মাতি আনি কিবা-কিবি সুধিলে। বাহাদুৰে কেৰানীজনক কৈ থৈ দিছিল।

চাহাবে—কলে' লড়কা পাঁচ শ ৰুপয়া দেনা পৰেগা'

সুৰেনৰ হাতত ছয় শ টকা আছিল। পাঁচ শ টকা দি দ'মটো ৰাখিলে। ঠিক এক সপ্তাহ পিছতে এজন মটৰ মিস্ত্ৰী আহি দ'মটো চাই কলে—ইয়াত যি কেইটা ভঙা ইঞ্জিন আছে, তাৰ দামেই হব একোটাত পাঁচ শ। মই মানুহ লৈ আহিম। নহলে গোটেই দ'মটো বিক্ৰী কৰি দিয়ক মোৰ ভাত। আপোনাৰ কপাল ভাল, চহৰত হলে ইয়াৰ মূল্য কেবাহেজাৰো টকা। খৰীদদাৰ আহি আছে, গৈ আছে। দাম-দৰ মিলা নাই। সুৰেনেও ভাবিলে— 'মোৰতো একো লোকচান নহয়। মেনেজাৰ চাহাবেও মোৰ পৰা মাটিৰ ভাড়া নলয়েই। পৰি থাকক।'

চহৰৰ পৰা এজন মাৰোৱাৰী ব্যৱসায়ী অ হিল। তেওঁ জামছেদপুৰত পুৰণা লো-–যোগান ধৰে। তেওঁ গোটেই লোখিনি ডেৰ হেজাৰ টকাত কিনি ললে। কিন্তু মটৰৰ ইঞ্জিন চাৰিটা—তাৰ পৰা আনি সি তাৰ থকা ঘৰতে ৰাখিছিল—মটৰ মিস্ত্ৰীৰ পৰামৰ্শ মতে। চাৰিটা ইঞ্জিন ছয় শ টকাত মটৰ মিস্ত্ৰীজনে কিনি ললে।

* • • •

ভদ্ৰেশ্বৰ মণ্ডলক এনেকৈ মাৰিছিল যে কতো তেজ ওলোৱা নাছিল, কিন্তু শৰীৰ থেতেলা কৰি পেলাইছিল। সম্পূৰ্ণ ভাল হওঁতে তিনিমাহ সময় হ'ল। কিন্তু চকুটোৰ বিষ নকমিল, সময়ে সময়ে চকুটোৰ পৰা পানী ওলায়। তাৰতীৰ উপদেশ মতে—সদৰৰ ডাক্তৰৰ দ্বাৰাই চিকিৎসা কৰালে। ডাক্তৰে খোৱা ঔষধৰ বাহিৰেও জুলীয়া ঔষধ এটা চকুত ব্যৱহাৰ কৰিবলৈ দিছিল। ব্যৱহাৰ কৰিলে হয়, বৰ কাম নিদিলে—চকুটো উখহিল। অনবৰত বিষ-পানী পৰিয়ে থাকে।

সিদিনা বোজাদাৰৰ জীয়েক অঞ্জলী ঘৰত নাছিল। কাকতি পৰীক্ষা

তালৈ ফুৰিবলৈ গৈছিল। চকুৰ ঔষধ দিয়া সময় উকলি যায় দেখি, ৰবিবাৰৰ সৰু ছোৱালীজনীক মাতি আনি ভদ্ৰেশ্বৰে কলে—গঙ্গা, তাতে এটা বটল আছে, তাৰ পৰা এই 'ড্ৰপাৰটো' ভৰাই ল আৰু মোৰ চকুত দোটোপা পেলাই দে। গঙ্গাই আৰু এদিন দিছিল। সন্ধ্যা হওঁ, হওঁ। গঙ্গাই বাকচৰ ওপৰত থকা বটলটো পালে ড্ৰপাৰ নাই, উবুৰিয়াই ঢালি দিলেহে লগে লগে ভদ্ৰেশ্বৰে চিঞৰি উঠিল—উঃ মৰিলো, মৰিলো, মোৰ সৰ্ব্বনাশ হ'ল। কোন আহা, বুলি খাটৰ পৰা মাত্তিত বাগৰি পৰিল। মানুহ আহিল, 'কি হ'ল, হ'ল কি? কিন্তু কোনেও কব নোৱাৰে—হ'ল কি। অনুমান কৰিলে চকুত নিশ্চয় কিবা বেলেগহে পৰিল। অঞ্জলী আহিল—দেখে আয়োডিনৰ বটলটো মেজৰ ওপৰত আছে। সকলোৱে বুজিবলৈ বাকী নেথাকিল—ভদ্ৰেশ্বৰৰ চকুত আয়োডিন পৰিছে। গৰু গাড়ী এখনেৰে ভদ্ৰেশ্বৰ মণ্ডলক গুৱাহাটীলৈ অনা হ'ল।

—০—

## বাইশ

ৰঙ্গিয়া জংচনৰ পৰা উত্তৰ পশ্চিমে আৰু ঘগ্ৰাপৰা ষ্টেচনৰ পৰা পূব-উত্তৰে এখন গভীৰ অৰণ্য আছিল। এই অৰণ্যখনে ভোটৰাজ্য আৰু অসমক একেলগ কৰি ৰাখিছিল। অৰণ্যৰ বুকুত কি আছিল, কি নাছিল ই-সকলোৱে অজ্ঞাত। বহু দূৰৰ পৰা ইকৰাণি, নল-খাগৰি আৰু মাজে মাজে প্ৰকাণ্ড শিমলু গছবোৰ চকুত পৰিছিল।

বিশ্ব যুদ্ধৰ সময়। কোনো এজন বিদেশী সাহসী ঠিকাদাৰে এই অৰণ্যৰ বুকু আৱিষ্কাৰ কৰিলে। সৰু এখনি নৈৰ বুকুয়েদি নাও লৈ লৈ এই অৰণ্যৰ পৰা ইকৰা, বাঁহ, নল, খাগৰি কাটি আনি মিলিটাৰীক যোগান ধৰিলে আৰু লগতে প্ৰকাণ্ড প্ৰকাণ্ড শিমলুৰ তক্তা কৰি হয়তো লাখটো ধন উপাৰ্জ্জন কৰিলে। নৈৰ পৰা এটা সৰু আলিবাট। ঠিকাদাৰজনে গৰু গাড়ী

ব্যৱহাৰ কৰি হয়তো কাঠবোৰ নদীয়েদি বজিয়ালৈ যোগান ধৰিছিল। গাড়ীৰ চকাৰ চিনবোৰ এতিয়াও আছে। ইকৰা, নল, খাগৰি কাটি জুই দি ঠাইখিনি পৰিষ্কাৰকৈ থৈছিল, অনুমান কৰিব পাৰি—ঠিকাদাৰে এই কামত নেপালী, বিহাৰী মানুহ খটুৱাইছিল। তাৰে কেইঘৰমান মানুহ নদীৰ পাৰতে এতিয়াও ঘৰ-বস্তি কৰি আছেই।

সুৰেনে এই ভূমিখণ্ড উপযুক্ত বুলি বিবেচনা কৰি কল্পনাক বাস্তৱত ৰূপ দিয়াৰ সিদ্ধান্ত কৰিলে। দহ ঘৰ নেপালী আৰু চাৰিঘৰ বিহাৰী মানুহ আছিল। সিহঁতকে কামত খটুৱাই জঙ্গল চাফা কৰা কামত ধৰিলে। সদ্যহতে কুৰি বিঘামান মাটি মোকোলাই—এহাল গৰু এজন চাকৰ ৰখাৰ ব্যৱস্থা কৰিলে।

নেপালীহঁতৰ পৰা—এশ গজমান নিলগত এটা সৰু পঁজা বান্ধিলে। সুৰেনে কিনিলে ২৫ খন কোদাল, এহাল গৰু। ওচৰ-পাঁজৰৰ মানুহ; সুবিধা পালে দূৰৰ পৰা হিন্দুস্থানী মানুহ আনি প্ৰাপ্যতকৈয়ো অধিক পইচা দি সুৰেনৰ মাটি মুকলি কৰাত লাগি গ'ল। ঠিকাদাৰ মহোদয়ে প্ৰায় কামেই কৰি থৈ গৈছিল। কম পৰিশ্ৰমতে সি কুৰি বিঘা মাটি খেতিৰ উপযোগী কৰি তুলিলে।

চিঠি দি মাতি আনিলে খগেনক। প্ৰথমতে ৫ বিঘা মাটিৰ ধান আৰু কেইবিঘামান মাটিৰ সৰিয়হ কৰি প্ৰমাণ পালে, ই-মাটি ৰসাল, সাৰুৱা। দ্বিতীয় বছৰত কুৰি বিঘা মাটিৰ ধান, দহ বিঘা মাটিত সৰিয়হ কৰি মূল ধনৰ আধা পালেই। দুই ভাই, দুইজন চাকৰ, এজন হাত ধৰা ল'ৰা। এটুৰাৰ শাক-পাঁচলি, কবি-ফুলৰ খেতিত সুৰেনে মূল টকা ঘূৰাই পালে। লগে লগে অসম চৰকাৰৰ ওচৰত এশ বিঘা মাটিৰ যৌথ কৃষি-পামৰ আঁচনি এখন দাখিল কৰি পামখন পঞ্জীকৃত কৰিলে। যাতে চৰকাৰ আৰু গঞা বাইজে বাধা প্ৰদান কৰিব নোৱাৰে। চৰকাৰে মান্যতা দিলে।

দ্বিতীয় বছৰত সুৰেন ভাতৃদ্বয়ে ১৫০ মোণ ধান, ৬০ মোণ সৰিয়হ আৰু ১৫ মোন মৰাপাট পালে। ভাগ্য ভাল—ভাৰত চৰকাৰে ভূটানৰ সীমান্তত এটা সৈন্য শিবিৰ স্থাপন কৰাৰ কাৰণে বজিয়াৰ পৰা আলি বাট এটা সুৰেনৰ যৌথ কৃষি পামৰ এক মাৰ্জিনেদি আগেদি নিৰ্মাণ কৰিলে। লগে লগে আলি-বাটৰ দুয়োকাষে মাটি হীন কৃষকৰ পোজা বান্ধা আৰম্ভ হ'ল। ফুটিবল

চকীত হাট বজাৰ, দোকান-পোহাৰ বহিল।

তিনি বছৰৰ মূৰত সুৰেন প্ৰথমবাৰৰ বাবে জন্ম-ভূমিলৈ আহিল—পৰিয়ালৰ আটাইখিনিক নিবলৈ। সুৰেনক পাই উষাৰ আনন্দৰ সীমা নোহোৱা হ'ল। গাওঁৰ ডেকা ল'ৰাসকলে সুৰেনক আগুৰি ধৰিলে। সুৰেনৰ কৃষি পামৰ আঁচনিৰ কথা শুনি সিহঁতে তাক ভূৰি-ভূৰি প্ৰসংশা কৰিলে। সুৰেনে পিতাকৰ নামত বিত্তালয়ৰ ছাত্ৰাবাস আৰু মোৰ্কদ্দমাত পোৱা মাটি ৭ বিঘা বিদ্যালয়ক দান কৰি মাক, সৰু ভায়েক, ভনীয়েকহঁতক লৈ পামলৈ গ'ল।

অসম চৰকাৰৰ কৃষি বিভাগে সুৰেনক—দহ হেজাৰ টকা ঋণ মঞ্জুৰ কৰিলে। চাৰিওফালৰ পৰা সহায় পোৱাত সুৰেনে এই বছৰত এশ বিঘা মাটিত ধান, মৰাপাত, সৰিয়হৰ খেতি কৰিলে। আৰু এটা ডাঙৰ কাম কৰিলে-ভূটান চকীলৈ বজিয়াৰ পৰা এখন বাছ গাড়ীও চলালে। সুৰেন এজন উদ্যোগী আৰু আদৰ্শ খেতিয়ক।

* * * *

জনীয়া গুৱাহাটীৰ হাস্পাতালত ভৰ্ত্তি হ'ল। চকু কিন্তু ভাল নহ'ল। আয়োডিন পৰি ছয়োটা চকু কামৰ অযোগ্য হৈ পৰিল। ডাক্তৰে অপাৰেচন কৰি ছুটা পাথৰৰ চকু খুৱাই ভত্ৰেশ্বৰক হাস্পাতালৰ পৰা বিদায় দিলে। গঞ্জাবাইজে শুনিছেহে কিন্তু ভত্ৰেশ্বৰক হলে কোনেও দেখা নাই। ক'ত আছে, কলৈ গ'ল, মৰিছেনে জীয়াইয়ে আছে—কোনেও কব নোৱাৰে।

হেলাৰ মৃত্যু হ'ল। বিকলাঙ্গ শিশুটিৰ মৰাৰ পিছত অঞ্জলী পিতাকৰ ঘৰলৈ গৈছিল—কিন্তু ডেঙলোকেও তাইক আশ্ৰয় নিদিলে। অঞ্জলীয়ে উপায় হীনা হৈ প্ৰথমতে প্ৰণবজ্যোতি বৰুৱাক বিচাৰি সদৰৰ ঘৰলৈ গ'ল, তাত নেপাই মঙ্গলদৈ পালেগৈ। জ্যোতিৰ পৰিবাৰে তিকাৰী তিৰোতা বুলি তাইক খেদি দিছিল হয় কিন্তু বজন বাহাদুৰে অঞ্জলীক চিনি পাই—হাকিম মনীকো পৰিচয় কৰি দিলে। হাকিমনীয়ে বৰুৱাক মাতি আনি তেওঁক এলেকাৰ মৰমৰ অকনক গতাই দিলে। অঞ্জলীয়ে কব আৰম্ভ কৰিলে—'জ্যোতি দা, মই এতিয়া নিকপক। মোক বাধা দিওঁতা এই পৃথিবীত কোনো নাই'

—বৰ ভাল কথা, বাধা দিবলৈকে যেতিয়া কোনো নাইয়েই তেন্তে নদীটোলৈ যোৱা, তাত প্ৰবল সোঁত আছে, গভীৰো।'

—জ্যোতি দা, তুমি মোক আশ্ৰয় দিয়া

—মূৰ্খ নাৰী, এওঁক চিনি পাইছা? এওঁ মোৰ বিবাহিতা স্ত্ৰী…… এওঁ আছেই। আৰু আছে সতীত্ব সৌন্দৰ্য্য নাৰীত্ব

—তেন্তে কি মোৰ একো নাই?

—নিজক স্বৰ্গ চোৱা……ও যোৱা' প্ৰণৱজ্যোতি বকৰাই আঙুলিয়াই দি—'অঞ্জলী, এই বাটেৰে গৈ থাকা। পৃথিবীখন ঘূৰণীয়া, ইয়াৰ শেষ নাই—অনন্ত'

* * * *

কানুলাল সেনৰ ঔষধত অলপ ভাল যেন পাই গুণগোবিন্দ ভাৰতীয়ে কলঙ্ক মোচন আৰু কৃত পাপ কৰ্ম্মৰ পৰা মুক্তি পাবলৈ—পাঁচ দিনীয়াকৈ যজ্ঞ পাতিছে। ইয়াত দিনে নিশা পাঁচ দিন ধৰি হোম, বেদ স্তোত্ৰ হব আৰু এই পাঁচ দিনেই ব্ৰহ্ম ভোজন হব। এই বাতৰি মৌজাৰ কেউফালে বিয়পিছে হয়—কিন্তু কাৰো মনত উছাহ, উদ্দীপনা নাই।

যজ্ঞ আৰম্ভ হ'ল। কিন্তু কোনো নাই। নাই কবিৰাজ, নাই পণ্ডিত, শাস্ত্ৰী, ভদ্ৰেশ্বৰ মণ্ডল।

চিন্তাত সুস্থ মানুহো ৰোগাগ্ৰস্ত হয় ভাৰতীৰো সেয়ে হ'ল। অসুখ বেছি হ'ল। যি ভাৰতীয়ে গাত ৰাম-ৰামীৰ মেখিয়াইছিল—এতিয়া অনবৰত চোলা পিন্ধে। ভৰিৰ খৰম এৰি কাপোৰৰ জোতা পিন্ধিছে। ভৰিত হেনো শাল চকুৰা হৈছে। কিন্তু বাইজ ক্ষান্ত নেথাকিল। তেওঁলোকে চৰকাৰক আবেদন কৰিলে—'গুণগোবিন্দ ভাৰতীৰ কুষ্ঠ ৰোগ হোৱা বুলি সন্দেহ হৈছে। যদি সেয়ে হয়—অনতিপলমে তেওঁক গাঁৱৰ পৰা আঁতৰোৱাৰ ব্যৱস্থা কৰিব লাগে। গাঁৱৰ সামজিক ৰীতি মতে এনে ৰুগী গাঁৱৰ ভিতৰত থকাটো মহৰ অনিষ্টকৰ।'

চিভিল চাৰ্জনে তদন্ত কৰালে। আখৰে আখৰে সঁচা। পণ্ডিকে ভাৰতীক গাঁৱৰ পৰা আঁতৰতে থকা ৰঙামাটি পুখুৰীৰ পাৰত আঙুলীয়াকৈ থাকিবলৈ পৰামৰ্শ দিলে।

গুণগোবিন্দ ভাৰতী জ্বিৰেৰে থাকিব নোৱাৰিলে। হে ভগৱান! শেহত তুমি মোক ভাবসাগৰত পেলালা? এয়ে কি কপালত লিখা আছিল। যি গুণগোবিন্দ ভাৰতীৰ আদেশত পাঁচ গাঁৱত সূৰ্য্য উদয় হৈছিল—ডুব গৈছিল—সেই ভাৰতীয়ে বঙামাটি পুখুৰীৰ পাৰত আলগ হৈ থাকিব! নাই, নাই……’

এদিন ৰাতি ভাৰতী পলাল। সদৰলৈ। হৰগোবিন্দ উকীলক কলে—মই বংশৰ কুলাঙ্গ হৰগোবিন্দ। গাঁৱে মোক বাহিৰ কৰি দিছে। এতিয়া……’

দাদা, ময়ো তোমাক ৰাখিব নোৱাৰিম। ভবলুমুখৰ কুষ্ঠ আশ্ৰমলৈ যোৱা, তাতে আশ্ৰয় লোৱাগৈ। মই নিৰুপায়

* * *

অজ্ঞাত এজন। মহিলা জটিয়া কেম্পলৈ যোৱাৰ পথত যুদ্ধ বিজয়ী সৈনিকৰ জীপ গাড়ীৰ লাইটৰ পোহৰত দৃশ্যমান হয়। পিশাচইতে মহিলা গৰাকীক বশিষ্ঠাশ্ৰমৰ অন্তৰ্য অৰণ্যৰ বুকুলৈ নি অমানুষিক অত্যাচাৰ কৰে। অজ্ঞাত অৰক্ষিত মহিলা গৰাকীক—চিভিল হাস্পতালত ভৰ্ত্তি কৰা হয়।

* * * *

শেহতীয়া বাতৰিমতে এই মহিলা গৰাকী শিলিখাগুৰি মৌজাৰ কলিতাপাৰা গাঁৱৰ বোৱাৰী, নাম—অঞ্জলী দেৱী কলিতা।

বাতৰিটি পঢ়ি হাইস্কুলৰ কমনৰুমত বহি থকা নেতৃস্থানীয়লোক কেইজনমানে মন্তব্য কৰিলে—‘অঞ্জলীয়ে গাঁৱখনৰ দুৰ্নাম ৰটালে’

* * * *

—ছিঃ তুমি কৰা কি? মই কুষ্ঠ ৰোগী, সমাজচ্যুত, মোক নুচুবা’

—মই ধাতৃ, মোৰ কৰ্ত্তব্য ৰুগীক সেৱা শুশ্ৰুষা কৰা।

—কিন্তু মই কোন? মই গুণগোবিন্দ ভাৰতী, যিয়ে তোমাক ধ্বংসৰ পথলৈ ঠেলি দিছিল? তুমি ইমান সোনকালে পাহৰি গলা? ক’ত, ক’ত তোমাৰ সেই চুৰিখন। আনা, আনা, আজি আৰু এখোজো

শিল্লাই নেৰাওঁ। এয়া মুক্ত বক্ষ। দিয়া দেৱী মোক শাস্তি দিয়া। ই কি কৰিছা দেৱী, এয়া মোৰ ভৰি। মোৰ আঙুঠিবোৰ এটা এটাকৈ খহি যাব ধৰিছে—তোমাৰ চিৰ শত্ৰু ভাৰতী মই'

—তুমি মোৰ শত্ৰু নোহোৱা। মই জানো আন আন ৰোগীৰ দৰে তুমিও এজন ৰোগী। তোমাক শুশ্ৰূষা কৰাই মোৰ ধৰ্ম।'

—ধৰ্ম! হাঃ হাঃ ধৰ্ম। বুজিছো, তেন্তে ক্ষমাও ধৰ্ম' এই বুলি ভাৰতী উঠি আহি ধাইজনাৰ ভৰিত ধৰেহে 'ছিঃ ছিঃ তুমি মোৰ পূজনীয়, দেৱতুল্য, ক্ষমা কৰাৰ যোগ্যা মই নহওঁ। ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰা তেৱেঁ তোমাক ক্ষমা কৰক' নাৰ্ছজনী গুচি গ'ল। ভাৰতীয়ে তধা লাগি চাই থাকিল।

লীলা পাঠশালাত পঢ়া নাছিল। পিতাক ৰতি শৰ্মাই ঘৰতে অলপ অচৰপ লিখা-পঢ়া শিকাইছিল। ইংৰাজীবো—সক, সহজ কিতাপ এখন হাতত তুলি দিছিল। ইয়াৰে সহায়ত লীলাই সদৰৰ আস্পাতালত ধাত্ৰী বিদ্যা শিকিলে।

নিষ্ঠতা, একাগ্ৰতা আৰু ধৰ্ম্ম পৰায়ণা লীলাক কুষ্ঠাশ্ৰমৰ মুখ্য ধাত্ৰী পদত নিয়োজিত হৈছেল।

• • •

কামাখ্যা তীৰ্থস্থানত মহামেলা। খলুৱা মানুহৰ গাত চেতনা নহলেও পশ্চিমৰ প্ৰদেশবোৰৰ পৰা বিশেষকৈ বঙ্গদেশ আৰু বিহাৰৰ পৰা হেজাৰ-বিজাৰ মানুহ আহে তীৰ্থ কৰিবলৈ। এই জনস্ৰোতৰ মহিমাত খলুৱা ডেকা ছোৱালী অন্ততঃ সিদিনাৰ বাবে কামাখ্যা মহামেলাত পুণ্য-সঞ্চয় কৰিবলৈ যায়। মহামেলালৈ পুণ্য অৰ্জনৰ উদ্দেশ্যেৰে অহা যাত্ৰীসকলৰ পৰা দুই-চাৰি পইচা পোৱাৰ আশাত কামাখ্যা পাহাৰলৈ উঠা-নমা কৰা বাটৰ ওচৰতে কোনোৱে এটা টেমা, কোনোৱে এখন থাল, কোনোৱে বা এখন কাপোৰ পাৰি—ভিক্ষাৰীৰ দলে পইচা খোজে।

এই ভিকাৰী দলটোৰ মাজৰে এজন মানুহে জন-স্ৰোতৰ গতি-বিধি চাই আনন্দ উপভোগ কৰি আছিল। জন-স্ৰোত তীৰ্থস্থানৰ পৰা উভতি আহাৰ পথত।

আজি যদি সক্ষম হলেঁহেতেন, মযো এই মহামেলাৰ অবিৰাম জন-স্ৰোতৰ লগতে জাঁপি গলেঁহেতেন। কিন্তু নোৱাৰোঁ, ভগৱান যেন বহু-দূৰলৈ আঁতৰি গৈছে। মই যে বেমাৰী,······ ঘৃণাৰ··· তাচ্ছিল্যৰ······। এনেতে তেওঁৰ কাণত পৰিল—'খুৰা, খুৰা' দেখিলে, খুলশুৰ এজন পুৰুষ, গাত গেৰুৱা বস্ত্ৰ পৰিধান কৰা, চুলিবোৰ দীঘল, মুখ মণ্ডলত দাড়ি-গোফ। তেওঁ ৰ লাগি চাই থাকিল—'আপুনি মোক চিনিব পাৰা নাই? মই ৰতি শৰ্ম্মা খুৰা' লাঠীৰ ওচৰত শৰীৰৰ সকলো ভীৰ দি ঠিয় হৈ থকা বেমাৰীজন অলপ পিছুৱাই গৈ—'তুমি ৰতি শৰ্ম্মা, এনে দিব্য ৰূপ তোমাৰ। তুমি যৌৱন পাপ্ত হৈছা? মোক চিনিব পাৰিছা?' ৰতি শৰ্ম্মাই সেৱা লব খোজোতেই ভাৰতীয়ে কেইখোজমান পিছুৱাই গৈ—'কি কৰা, কি কৰা ৰতি, মই অপবিত্ৰ, ঘৃণনীয়।'

—খুৰা, অপবিত্ৰ বুলি ভগৱানৰ পৃথিৱীত একো নাই। ই-কেৱল ধাৰণাহে। আপোনাৰ এনে দুৰাৱস্থা দেখি মই মৰ্ম্মান্তিক দুখ পালোঁ। কেশৱ গোঁসাইৰ পৰা পোৱা পাঁচ শ টকা লৈ মই পুৰী, কাশী, গয়া, বৃন্দাৱন, হৰিদ্বাৰ, ভাৰত পুণ্য-ভূমিৰ তীৰ্থস্থান ফুৰি বদৰিকাশ্ৰমলৈ গ'লো। প্ৰকৃত ভগৱানৰ সন্ধান কিন্তু নেপালো। মোৰ নিজস্ব বিবেকে বাৰে বাৰে মোক সঁকিয়াই দিছে-জন্ম-ভূমিতে সকলো আছে, তোৰ শৰীৰতে, হৃদয়তে মই আছোঁ। বিচাৰি-চা, তাতে মোক পাবি। মই মোৰ অসম পুণ্য ভূমিলৈ আহিছো। নিৰাকাৰ, নিৰাময় ঈশ্বৰ। তেওঁৰ নাম গুণ গায়েই শান্তি লাভ কৰিবৰ ইচ্ছা কৰিছোঁ।'

—তোমাৰ লীলাক পাইছা। সৌৱা আশ্ৰমতে মানুহৰ সেৱা ব্ৰতত ব্ৰতী হৈ আছে। মোকো তাই······'

—খুৰা, লীলা মোৰ নহয়। মোৰ বুলি এই অসাৰ সংসাৰত একো নাই। এই শৰীৰটোও মোৰ নহয়, আনকি ময়ো মোৰ নহয়।'

এই বুলিয়েই ৰতি শৰ্ম্মা গুচি গ'ল। ভাৰতীয়ে চাই থাকিল—ৰতি শৰ্ম্মা ধীৰে ধীৰে অন্ধাৰৰ বুকুত হেৰাই পৰিল।

—•—

## তেইশ

চিলচৰ জেলৰ পৰা দুখুয়ে আজি মুক্তি পাব। গুৱাহাটী ৰেল ষ্টেচনত সুৰেন, খগেনে অপেক্ষা কৰি আছে। টং টং কৈ দহ বজাৰ সংকেত দিলে—প্ৰথমে দূৰত ৰেলৰ ধোৱা, তাৰ পিছত ইঞ্জিনটো সুৰেনৰ চকুত পৰিল। যাত্ৰীবোৰে নিজৰ নিজৰ বস্তু-দেহানি, ল'ৰা-তিৰোতা লৈ ৰেলত উঠাৰ বাবে উদগ্ৰীৱ হৈ আছে। তৃতীয় শ্ৰেণীৰ যাত্ৰী ডবাৰ পৰা ভাঢ়িয়ে গোফে ভয় লগা মানুহজন নামিল। লগে লগে সুৰেন আৰু খগেনে 'পিতা, পিতা' বুলি ভৰিত পৰি সেৱা জনালে। দুয়োকো সাৱতি লৈ বুঢ়াই আনন্দাশ্ৰু টুকিলে। 'ই-সকলো লীলাময়ৰ লীলা-খেলা বাচা। নৰ-মনিচে কি আয়ত্ব কৰিব।'

তিনিও আহিল ফেৰী জাহাজেৰে উত্তৰ গুৱাহাটীলৈ। গাড়ী বৈ আছিল। 'আহা, পিতা, গাড়ীত উঠা'

—গাড়ীত উঠাৰ লগে লগে দুখুৰ চকুত পৰিল—'কৃষকৰ নাতি'। গাড়ী চলিল। দুখুৱে কলে—মই তহঁতৰ চিঠি এখন পাইছোঁ। আৰু ঘৰমুৱা নহম বুলিয়েই ঠিৰাং কৰিছিলোঁ। জেলত মই কীৰ্ত্তন, দশম, ভাগৱত, নামঘোষা পঢ়ি মোৰ ধাৰণা হৈছে—মানৱ সেৱাই প্ৰকৃত ধৰ্ম্ম। প্ৰাণী মাত্ৰেই ভগৱানৰ অংশ। কাকো হিংসা কৰিব নেপায়। কৰ্ম্মই সত্য। সংসাৰ যেন অসাৰ অনিত্য—ইয়াত যেন একো নাই।

ৰঙ্গিয়াৰ পৰা গাড়ী উত্তৰ মুৱা হ'ল। দুখুৱে মাজতে মাত দি—'সুৰেন, তহঁতে মোক কলৈ নিব! মোৰ জন্ম-ভূমিখনি চাবলৈ হাবিলাস হৈছে।

—পিতা, য'ত সমাজৰ কু-সংস্কাৰ, হিংসা, কুচুট নাই, কেৱল শান্তি সমৃদ্ধি বিৰাজমান আমি আগবাঢ়িছোঁ সেই ঠাইলৈ। ই-হ'ল জন সমাজৰ পৰা বহু দূৰত—বটামাৰী। ইয়াৰ পৰা ১৫ মাইল—ভূটান পৰ্ব্বত শাৰিৰ নামনিতে।

দুপৰ হওঁ নৌহওঁতেই 'কৃষকৰ নাতি'য়ে নিৰ্দ্ধাৰিত ঠাই পালে। নঙলা মুখত দু... ...খয়াল-পৰিজন আটাইয়ে অপেক্ষা কৰি আছিল। গাড়ীৰ পৰা

ময়াব লগে—উষাই, আনন্দ-অশ্রুৰে ছুখুৰ চৰণ ধুৱাই সেৱা কৰিলে। নৰেন, ধীৰেন, বাপায়ো প্ৰণাম কৰিলে। ছুখুৱে সকলোটিকে সাৱতি লৈ 'মোৰ মূৰৰ চুলিৰ সমান আয়ু হওঁক—ঈশ্বৰ।'

ছুখুৱে এখন নতুন ৰাজ্য দেখা পালে। শাক-পাচলিৰ বাগিচাত বিবিধ তৰহৰ শাক, বাৰীত নকৈ বাঢ়িবলৈ ধৰা নাৰিকল-তামোল, লহপহকৈ বাঢ়ি অহা ধাননি পথাৰ, চাৰিওফালে চালে চকু ৰোৱা, মন হৰি নিয়া। ছুখুৱে ঘূৰি-ফুৰি চাই সুৰেনক কলে—'বাচা, তোৰ আদৰ্শ প্ৰসংশনীয়।' ওচৰতে উষা ঠিয় হৈ আছিল। ছুখুৱে মিচিকিয়াই হাঁহি মাৰি—'কৃষকৰ নাতি'ৰ আবুয়েক, আহা আহা, ছুয়ো চাৰিওফালে এবাৰ ঘূৰি-ফুৰি আহোঁ।'

সুৰেন, নৰেন, খগেন, উষা আৰু ছুখুৱে—'কৃষকৰ নাতি' কৃষি পামৰ প্ৰতিটো গছ পুলি, প্ৰতি দ'ৰা খেতি চাই গ'ল।

সুৰেনে পিতাকক বুজাই দিলে—'এয়া আমাৰ যৌথ কৃষি-পামৰ আদৰ্শ। কেইবিঘামান মাটিৰ কাৰণে তুমি যি নিৰ্য্যাটন ভোগ কৰিছা, এক ইঞ্চি মাটিৰ বাবে সাধীৰাম ঠাকুৰীয়াই খুৰাক আজীৱন ঘৃণীয়া কৰিলে, অথচ আমাৰ ওচৰতে সোণ চেকুৰা বাঞ্জি পৰি আছে, আমি বিচাৰি উলিয়াৰ জানা নাই।

ভগৱান আত্মাতে আছে, তীৰ্থলৈ ভগৱানক বিচাৰি গৈছো। কস্তুৰী হৰিণৰ নাভিতে আছে, কিন্তু তাকে নেজানি হাবাথুৰি খাই বিচাৰি হৰিণৰ মৃত্যু হোৱাৰ দৰে আমি অসমীয়া মানুহেও সোণ গুটি বুটলিব জনা নাই।

অসমৰ বুকুত লক্ষ লক্ষ একৰ মাটি এনেয়ে পৰি আছে, কিন্তু আমি এহাত, এবেগেত মাটিৰ কাৰণে দ -খৰিয়াল কৰি মৰিছোঁ, পিতৃ-ভেটীৰ মৰ্য্যাদা ৰক্ষা কৰি থাকোঁতে এই সাকৰা জমীবোৰ—বাহিৰাগতে দখল কৰি ৰহিলহি। তথাপি আমাৰ চেতনা হোৱা নাই। এই কু-সংস্কাৰ, বদ অভ্যাস যদি আজিও ত্যাগ নকৰো—অসমীয়া াতীে : ।ৈক্ষা ৰ ি লাগিব।............

● ● ● ●

ধীৰে ধীৰে নামি আহিল এন্ধাৰ যামিনী, শৰৎ কালৰ জোনটি পূৰে দেখা দিলে। পদূলিতে শেৱালী জোপাৰ পৰা গোন্ধ এটা আহি ছুখুৰ নাকত লাগিছে। ওচ ত বহি আছে তেওঁৰ পৰিয়াল বৰ্গ। জোনটিৰ পোহৰ-খিনিলৈ ছুখু ৰ চৰ নিমিষ নয়নেৰে চাই আছিল। ছুখুৰ কিবা মনোভাব

সপোন যেন দেখিছে। নঙলা মুখত—কোনো এজন ভিক্ষাৰীয়ে খঞ্জৰিটো বজাই গাইছে—অ' মোৰ দেহাৰ ভৰষা নাইৰে,

কোন দিনাৰ পাগল শৰীৰ কোন দিন যাই চলি এ—

গীতৰ অন্তত দুখুৰ কাণত পৰিল—'কোন আছা, অন্ধক এমুঠি ভিক্ষা দিয়া' দুখুৰ তন্দ্ৰা ভাগিল। হৃদয়তন্ত্ৰীত কিহঁবাই আঘাত কৰিলে। এয়া কাৰ মাত। যেন অতীতত বহুবাৰ এই মাত······'অন্ধক এমুঠি ভাত দিয়া আই'

দুখু উদাতু খাই লৰি আহিল। জোনৰ পোহৰত ভিক্ষাৰীৰ মুখ-মণ্ডল দুখুৱে স্পষ্ট দেখা পালে। ই-কি। ভদীয়া, মোৰ ভাই ভদীয়া।

—ভদীয়া, ভদীয়া, দুখু আগবাঢ়ি গ'ল—আকোঁৱালি লবলৈ।

—দূৰ হোৱা, মোক নুচুবা। অ' বুজিছোঁ তুমি দুখু'

—ভদীয়া

—তুমি ভদীয়াক বান্ধি ধৰি ঘৰত জুই দি পুৰি মাৰিছা, ভদীয়া শেষ হৈ গৈছে, কিন্তু তাৰ প্ৰেতাত্মাই······ হিঃ হিঃ······ জুইত গন্ধ হৈয়ো ভদীয়াৰ শৰীৰ শৰীৰ হৈয়ে আছে—কিন্তু চকু দুটা পাঁচি-পঁচি সৰি পৰিল। হেঃ হেঃ··· নুচুবা······'

—ভদীয়া—ভাই······'

'—নিষ্কলঙ্ক, পবিত্ৰ দেহক অপৱিত্ৰ নকৰিবা দুখু'

'কলঙ্কিত হলেও, অপৱিত্ৰ হলেও তই মোৰ ভাই, অতীতক পাহৰি পেলা-আহ ভাই, আমি হয়ো······'

—অসম্ভৱ, সি হব নোৱাৰে, প্ৰায়চিত্তৰ অন্ত পৰা নাই, পাপৰ পৰা ভদীয়া এতিয়াও মুক্ত হোৱা নাই আৰু আছে ভোগ কৰিবলৈ—যেতিয়া হব, তেতিয়া সি তোৰ ওচৰতে ক্ষমা-পাত্ৰ লৈ আহিব······কিন্তু আশা নাই।' খপিয়াই খপিয়াই অন্ধ ভিক্ষাৰী আঁতৰি গ'ল। দুখুৰে নিৰ্ব্বাক, নিস্পন্দ জড় পদাৰ্থৰ দৰে তাতে ঠিয় হৈ চাই থাকিল।

জোনটোৱে কলা মেঘবোৰ ঠেলি আকাশৰ মাজলৈ দ্ৰুতগতিত আগ বাঢ়ি আহিছিল। এছাতি বতাহ বলিল আৰু ভাঁহি আহিল এটি সুৰ······

পকৰা পিপৰাবোৰে ঐ হুৰি হে খান্দি তোলে মাটি

জোৰাই জোৰাই থহি পৰে শৰীৰৰে গাঁথি ঐ······

॥ সমাপ্ত ॥